# বহাগতে পাতি যাওঁ বিয়া

হেম বৰুৱা

লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী • অসম

প্ৰকাশক ঃ
লয়াৰ্ছ বুক ষ্টল
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ ঃ
জানুৱাৰী ঃ ১৯৬৯

মূল্য ঃ ছ টকা

মুদ্ৰক ঃ
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# এবাৰ পঢ়ি চাওঁ

অশ্লাল ? 'বহাগতে পাতি যাওঁ বিয়া' কিতাপখনত উচপ্ খাবলগীয়াকৈ অশ্লীল কথা নাই। কিতাপখনত সমাজ-বুৰঞ্জীৰ পটভূমিত মানুহৰ যৌন-জীৱন আৰু বিবাহ-অনুষ্ঠান, এই দুটা বস্তুক যুৰীয়াভাৱে বিশ্লেষণ কৰি চাবলৈ যত্ন কৰা হৈছে। যৌন-তত্ত্বমূলক দুইচাৰিখন কিতাপ আমাৰ ভাষাতেই কেৱল নহয়, ভাৰতীয় আন প্ৰান্তীয় ভাষাতো আছে। দুখৰ কথা, সমাজ-বুৰঞ্জীৰ দৃষ্টিকোণৰ পৰা বিবাহ আৰু যৌন-জীৱন, এই দুটা বস্তুক পৰীক্ষা কৰি চোৱা কিতাপ ভাৰতীয় কোনো প্ৰান্তীয় ভাষাত নাই। ইংৰাজী ভাষাত এনে তৰহৰ বহুত কিতাপ আছে। দিল্লীৰ সংসদ-ভৱনৰ পুথি-ভঁড়ালত এনে তৰহৰ চৌত্ৰিশখন কিতাপ আছে। ইয়াৰ উপৰিও মোৰ নিজাকৈও এনে তৰহৰ দুইচাৰিখন কিতাপ আছে। এইবোৰ পঢ়োঁতে পঢ়োঁতে মনতে এটা ভাব হ'ল ঃ এই লেখীয়া কিতাপ এখন আমাৰ ভাষাত নেলেখোঁ কিয় ? মনৰ এই ভাবৰ পৰিণতি হৈছে 'বহাগতে পাতি যাওঁ বিয়া।'

কিতাপখনত একেবাৰেই যে দুই এটা অশ্লীল কথাৰ উল্লেখ নাই, সেইযাৰ কথা সম্পূৰ্ণৰূপে শুদ্ধ নহয়। পৃথিৱীত অশ্লীল বোলা কিবা এটা বস্তু আছে বুলি নাভাবোঁ। সকলোবোৰ কথা নিজৰ মানসিক সংযম আৰু দৃষ্টি-ভঙ্গীৰ ওপৰত নিৰ্ভৰ কৰে। উদাহৰণ স্বৰূপে, পেৰিছৰ লুভ্ যাদু-ঘৰত থকা কিউপিড আৰু ছাইকীৰ নিশাৰ গোপন মিলনৰ তৈলচিত্ৰখন কোনো কোনোৱে অশ্লীল বুলিব পাৰে। কিন্তু এবাৰ নহয়, দুবাৰকৈ নিজে দেখি আহিছোঁ নিৰ্ব্বিবাদে মানুহে ছবিখনৰ কলা-কৌশল উপভোগ কৰিছে। মনটো সংযত কৰিব পাৰিলে একো কথালৈকে চিন্তা কৰিবলগীয়া নাই। তথাপি কোনোবাই 'বহাগতে পাতি যাওঁ বিয়া' কিতাপখনক যদি অশ্লীল বুলিব খোজে, তেন্তে

আমাৰ উপায় নাই। যিমানদূৰ সম্ভৱ, সিমানদূৰ কিতাপখনৰ ৰচনা সংযত কৰিবলৈ যত্ন কৰা হৈছে।

আজিকালি হাতখন কঁপাৰ কাৰণে কিবা এটা লেখিবলৈ ললে আখৰ চিনিব নোৱাৰা হয়। অতি কষ্টেৰে শ্ৰুতলিপি লৈ কিতাপখন ছপা-শালৰ কাৰণে প্ৰস্তুত কৰি দিয়াৰ বাবে অনু বৰুৱাৰ শলাগ ললোঁ। তেওঁ নোহোৱা হলে এই কিতাপখন লেখা সম্ভৱপৰ নহলহেঁতেন। কিতাপখনৰ ছপাৰ দায়িত্ব লোৱাৰ বাবে লয়াৰ্ছ বুক ষ্টলৰ স্বত্বাধিকাৰ শ্ৰদ্ধেয় বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ শলাগ ললোঁ।

সবশেষত কিতাপখন আমাৰ পঢ়ুৱৈ ৰাইজলৈ সবিনয়ে আগ বঢ়ালোঁ। ৰাইজে কিতাপখন পঢ়ি সন্তোষ পালে আমি সুখ পাম। নাপালে নিজকে গালি-শপনি পাৰি মনটোক প্ৰবোধ দিয়াৰ বাহিৰে আন উপায় নাই।

নতুন দিল্লী,
স্বাধীনতা দিৱস, ১৯৬৮ চন

হেম বৰুৱা

## সূচীপত্ৰ

... ...

খাৰু, মণি, থুৰীয়া,
তুমি আমাৰ যুৰীয়া,
বহাগতে পাতি যাওঁ বিয়া

# যুৱীয়া জীৱন : দেশে দেশে নানা ৰং

ব্যক্তিগত ভাবে বিবাহৰ অৰ্থ দুটা প্ৰাণীৰ দৈহিক আৰু আত্মাগত মিলন যদিও আচলতে ই এক সামাজিক অনুষ্ঠানহে। কেনেকৈ ? নাৰী-পুৰুষৰ সম্বন্ধৰ ৰূপ সমাজৰ দ্বাৰাই স্বীকৃত বস্তু, আনকি নাৰী-পুৰুষৰ সহজাত মিলনৰ জৰিয়তে যি সন্তানৰ উদ্ভৱ হয়, সেই উদ্ভৱকাৰ্য্যও সমাজৰ দ্বাৰা স্বীকৃত বস্তু। স্পষ্ট হৈ থকা এনেবোৰ কাৰণৰ বাবেই বিবাহক সামাজিক অনুষ্ঠান বোলা হৈছে।

সমাজ বিশেষে এই আনুষ্ঠানিক সম্বন্ধই যে স্বকীয় ৰূপ লয়, সেইষাৰ কথাও সঁচা। এনে কাৰণৰ বাবেই সামাজিক দৃষ্টিকোণৰ পৰা বিবাহ সম্বন্ধে বিশেষ এক সাধাৰণ সূত্ৰ আগবঢ়োৱাটো সহজ কথা নহয়। তথাপি, যিমানে বৈচিত্ৰ্যপূৰ্ণ নহওক লাগিলে, বিবাহ অনুষ্ঠানৰ অন্তৰালত সাধাৰণ কোনো যোগসূত্ৰ নাই বুলি মন্তব্য কৰাটো টান আৰু লগতে এনে ধৰণৰে মন্তব্য কৰিবলৈ যোৱাটো শুদ্ধ কথা নহব।

ওপৰে ওপৰে নিৰীক্ষণ কৰিলে বিবাহ-অনুষ্ঠানৰ ঘাই উদ্দেশ্য হৈছে নাৰী-পুৰুষৰ যৌন-সম্বন্ধক সামাজিক স্বীকৃতি দিয়া। এনে স্বীকৃতিৰ বিপৰীত অৰ্থ হৈছে স্বাভাৱিকতে বিবাহ-বহিৰ্ভূত সকলো যৌন-সম্বন্ধক অস্বীকাৰ কৰা, হেয় প্ৰতিপন্ন কৰা। দকৈ ভাবি চাবলৈ গলে ই এটা বিবাহৰ সাধাৰণ লক্ষণহে, মুখ্য লক্ষণ নহয়। উপৰুৱা কথাখিনি আওকাণ কৰি চালে দেখা যায়, বিবাহৰ তাৎপৰ্য্য বহুত গভীৰ। এই-খিনিতে একেষাৰ কথা কৈ থব খুজিছোঁ : কোনো কোনোৱে বিবাহক 'নিয়ন্ত্ৰিত যৌন-ব্যৱস্থা' বুলি কয়। এইষাৰ কথা বৰ শুদ্ধ নহব। এনে ব্যাখ্যাক সংকীৰ্ণ ব্যাখ্যা বুলি কলে ভুল কৰা নহব। এইষাৰ কথা বাদ

দি দকৈ ভাবি চাবলৈ গলে বিবাহ হৈছে এক অৰ্থনৈতিক ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত সামাজিক অনুষ্ঠান। স্বামীৰ দায়িত্ব হৈছে সাধাৰণতে পত্নী আৰু তেওঁলোকৰ দৈহিক মিলনৰ জৰিয়তে উৎপত্তি লাভ কৰা সন্তানক অৰ্থনৈতিক নিৰাপত্তা প্ৰদান কৰা। সেইদৰে বিপৰীত দিশৰ পৰা চাবলৈ গলে পত্নী আৰু সন্তানৰ গৃহস্থজনৰ প্ৰতিও দায়িত্ব নথকা নহয়। সঁচা কথা, গৃহস্থৰ সন্তানৰ ওপৰত আধিপত্য আৰু দায়িত্ব থাকে। কিন্তু এই দায়িত্ব আৰু আধিপত্য সময়ৰ পিনৰ পৰা পৰিসীমিত। সন্তান বয়সপ্ৰাপ্ত হৈ স্বতন্ত্ৰীয়া হৈ অহাৰ লগে লগে ই হীনপ্ৰভ হৈ আহে। আচলতে যৌন-সন্মোহন বোলা বস্তুটো দুদিনীয়া বস্তু। বিবাহৰ পিছত প্ৰথম নিশা নাৰীৰ ওপৰত পুৰুষৰ যি যৌন-অত্যাচাৰ আৰম্ভ হয়, তেনে ধৰণৰ যৌন-অত্যাচাৰ তিনি মাহ নাইবা বৰ বেছি এবছৰ থাকে। নাৰী-পুৰুষৰ যুৱীয়া জীৱনৰ যৌন-সন্মোহনেই যদি একমাত্ৰ ভিত্তি হয়, তেন্তে তেনে ধৰণৰ পাৰিবাৰিক সম্বন্ধ খন্তেকীয়া হোৱাটো স্বাভাৱিক কথা। বিবাহ-অনুষ্ঠানৰ গুৰিতে নৈতিক আদৰ্শৰ বান্ধোন আছে। এনে বন্ধনে বিবাহ-অনুষ্ঠানক মানবীয় ৰূপ প্ৰদান কৰিছে।

বিবাহৰ দ্বাৰা উদ্ভৱ হোৱা সন্তানে সামাজিক স্বীকৃতি পায় বুলি ওপৰত কোৱা হৈছে যদিও আন এষাৰ কথা এইখিনিতে উল্লেখ কৰাটো উচিত হব। কেৱল বিবাহৰ দ্বাৰা সমৰ্থিত সন্তানেই নহয়, কোনো কোনো সমাজত জাৰজ সন্তানেও বিবাহৰ দ্বাৰা স্বীকৃত সন্তানৰ সমানেই স্বীকৃতি পোৱাৰ উদাহৰণ আছে। যেনেঃ ছভিয়েট ৰুছিয়া। ৰাষ্ট্ৰীয়ভাৱে এইখন দেশত জাৰজ সন্তানক স্বীকৃতি প্ৰদান কৰাৰ নিয়ম আছে। এইখিনিতে আৰু এটা উদাহৰণ দাঙি ধৰিব খুজিছোঁ—পুৰণি চীন দেশত একেখন ঘৰৰ মজিয়াত জন্ম পোৱা সকলো সন্তান, সি বিবাহিতা পত্নীৰ গৰ্ভজাত নহৈ ৰক্ষিতাৰ গৰ্ভজাতেই হওক বা ঘৰৰ লিগিৰী-ছোৱালীৰ গৰ্ভজাতেই হওক, সমানে সামাজিক স্বীকৃতি পাইছিল; লগতে সকলো সা-সুবিধাৰো অধিকাৰী হৈছিল। যাৰেই গৰ্ভত থিত নলওক লাগিলে, গৃহস্থজনৰ ঔৰসজাত সন্তান হলেই হল। এনে অৱস্থাত কোনো তাৰতম্যৰ ব্যৱস্থা নাছিল। এনে ধৰণৰ ব্যৱস্থা কেৱল প্ৰাচীন চীন দেশতেই নহয়, আৰু দুই এখন দেশৰ দুটা এটা সম্প্ৰদায়ৰ



মাজতো প্ৰৱৰ্ত্তমান। ইয়াৰ আচল অৰ্থ হৈছে, পৃথিৱীৰ পোহৰ দেখাৰ বাবে কোনো সন্তান কেতিয়াও নিজে দায়ী নহয়। গতিকে সমাজে যেই-কোনো সন্তানকে ঘৃণা বা বিদ্বেষৰ চকুৰে চোৱাটো অনুচিত।

বিবাহ বস্তুটো যেহেতু দুটা প্ৰাণীৰ মাজৰ নিবিড় মিলন, নাৰী-পুৰুষৰ পাৰস্পৰিক সন্মতিৰ ওপৰত ই যে বহুদূৰ নিৰ্ভৰ কৰিবলগীয়া হয়, সেই বিষয়ে সন্দেহ নাই। কোনো কোনো সমাজত পাৰস্পৰিক সন্মতিৰ কথা উত্থাপন নহয়। এনেবোৰ সমাজত পিতৃ-মাতৃ নাইবা বিবাহইচ্ছুক যুৱক-যুৱতীৰ অভিভাৱকৰ সন্মতিৰ ওপৰত বিবাহৰ যোগ-সূত্ৰ ঘাইকৈ নিৰ্ভৰ কৰে। আগতেই কৈ অহা হৈছে, বিবাহ সামাজিক অনুষ্ঠান। গতিকেই ইয়াৰ অন্তৰালত সমাজে অনুমোদন কৰা কিছুমান বিশেষ নীতি-নিয়ম, পদ্ধতি আদি আছে। সমাজৰ ধাৰণা, বিবাহ-অনুষ্ঠানক এনেবোৰ সামাজিক নীতি-নিয়মে মৰ্য্যাদা প্ৰদান কৰাৰ উপৰিও ইয়াৰ বান্ধ নিকপ্‌কপীয়া কৰে। মানুহৰ চকুত নাৰী-পুৰুষৰ সম্বন্ধই এক স্বকীয়া মৰ্য্যাদা পায়।

যেনে ধৰণৰে নহওক লাগিলে, বিবাহ আচলতে প্ৰাচীন অনুষ্ঠান। বন্যযুগতো এজন পুৰুষ আৰু এগৰাকী নাৰী,—কোনো কোনো ক্ষেত্ৰত এগৰাকীতকৈ অধিক নাৰী বা পুৰুষ, একেলগে বসবাস কৰিছিল। পোনতে একোগৰাকী নাৰীয়ে কেইবাজনৰ সৈতে যৌন-সম্বন্ধ স্থাপন কৰিছিল যদিও অৱশেষত সমাজৰ ক্ৰম-বিৱৰ্ত্তনৰ পৰিণতি স্বৰূপে একোগৰাকী নাৰীয়ে মনেবছা একোজন পুৰুষৰ সৈতেহে যৌন-জীৱন যাপন কৰিবলৈ লয়। প্ৰাচীনকালৰ দৰে এই কালছোৱাতো নাৰী মুকলিমূৰীয়া, স্বতন্ত্ৰীয়া আছিল। এনে যৌন-মিলনৰ প্ৰতিদান স্বৰূপে জন্মপোৱা সন্তানৰ দায়িত্ব, যিজন মানুহৰ ঔৰস নাৰী গৰাকীয়ে গৰ্ভত ধাৰণ কৰে তেওঁৰ ওপৰেতেই ন্যস্ত হৈছিল। স্বাভাৱিকতে এনেদৰে জন্মপোৱা সন্তান আৰু যিগৰাকীৰ গৰ্ভত এই সন্তানে থিত পাইছিল, যিজন পুৰুষে ঔৰস প্ৰদান কৰিছিল, সেইজন পুৰুষেই সন্তানৰ দায়িত্ব লৈছিল। ক্ৰমাৎ এনেধৰণৰ ব্যৱহাৰিক সম্বন্ধৰ জৰিয়তে বিবাহ-অনুষ্ঠানে ৰূপ ললে বুলি সাধাৰণতে ধাৰণা কৰা হয়। এনেদৰে গঢ় লৈ উঠা অনুষ্ঠানটোক ক্ৰমাৎ সামাজিক বিচাৰে ৰূপ দিয়ে, স্বীকৃতি দিয়ে। সামাজিক বিচাৰে স্বীকৃতি দিয়া অনুষ্ঠানটোক ক্ৰমাৎ বিধিসন্মত কৰা হয়।

সকলোৰে মাজত নহলেও কোনো কোনো বন্যজন্তুৰ মাজতো আনকি এনেধৰণৰ যৌন-সম্বন্ধ থকাৰ প্ৰমাণ আছে। এনে উদাহৰণ পখীৰ মাজত সৰহকৈ দেখা যায়। কেৱল যোৰা পতাৰ সময়তে নহয়, প্ৰায় সকলো সময়তে মতা-মাইকী চৰাইহাল একেলগে থাকে। সেইদৰে মতা-মাইকী, দুয়োটাৰে বাৎসল্য প্ৰেমো লক্ষ্য কৰিবলগীয়া। কেইবিধমান চৰাইৰ বাহিৰে প্ৰায়বোৰ চৰাইৰ যোৰা চিৰন্তন; ইহঁতৰ মাজত· বিবাহ-বিচ্ছেদ বোলা বস্তুটো নাই। গনেশ গগৈয়ে 'পাপৰি' কাব্যপুথিত অমৰ কৰি থৈ যোৱা চাকৈ-চকোৱাৰ কথা কোনে নেজানে? ডক্টৰ ব্ৰহেমৰ মতে: "প্ৰকৃততে বিবাহ কি চৰাইৰ জীৱনেহে প্ৰমাণ যোগায়।"

পখীৰ জীৱনত যিষাৰ কথা সঁচা, সেইষাৰ কথা পশুৰ জীৱনত কিমানদূৰ সঁচা, সেই বিষয়ে নিশ্চিতভাৱে কব নোৱাৰি। পশুৰ ক্ষেত্ৰত পোৱালি ডাঙৰ নহয় মানে ঘাইকৈ মাইকীজনীয়ে যত্ন লয়, সৃষ্টিৰ বীজ সিঁচাৰ লগে লগে মতাটোৰ দায়িত্ব অন্ত পৰে। এয়ে হৈছে পশু জীৱনৰ সাধাৰণ লক্ষণ। ইয়াৰ ব্যতিক্ৰম নথকাও নহয়। কোনো কোনো পশুৰ ক্ষেত্ৰত মতা-মাইকীৰ সম্বন্ধ যৌন-সঙ্গমৰ মুহূৰ্ত্ততকৈ অধিককাল স্থায়ী হোৱা দেখা যায়। এইষাৰ কথাৰ প্ৰমাণ হৈছে ওৰাংওটাং বোলা জন্তুটো।

কোনো কোনো পণ্ডিতৰ মতে ওৰাংওটাং জন্তুটো স্বভাৱতে পৰিয়ালবদ্ধ। এইষাৰ কথা শুদ্ধ নহয় বুলি কোৱা পণ্ডিতো অৱশ্যে আছে। যিয়েই নহওক লাগিলে, গৰিলাৰ ক্ষেত্ৰত এইষাৰ কথাযে বহুদূৰ সঁচা, সেইবিষয়ে সন্দেহ নাই। সাধাৰণতে গৰিলা পৰিয়ালবদ্ধ জন্তু। এটা মতা, এজনী বা তাতোকৈ অধিক মাইকী, এয়ে হৈছে গৰিলাৰ পৰিয়াল। চিম্পাঞ্জী জন্তুটোৰো পৰিয়াল-পদ্ধতি প্ৰায় গৰিলাৰ সৈতে একে। ভন্ ক'পেন্ ফেল্‌ছ্‌ বোলা পণ্ডিত এজনৰ মতে গৰিলাৰ দৰে চিম্পাঞ্জীয়েও পৰিয়ালটোৰ বাবে গছৰ ফেৰেঙনিত বাসস্থান সাজে। পৰিয়ালৰ সৈতে মতাটো এই বাসস্থানত নেথাকে। ওচৰৰ গছৰ ডাল এটাত সি নিশা অতিবাহিত কৰে, সম্ভৱতঃ নিশা পৰিয়ালটোক পহৰা দিয়াৰ উদ্দেশ্যেৰে।

পোৱালি জন্মাৰ পিছতো মতা-মাইকীহাল কোনো কোনো জন্তুৰ



ক্ষেত্ৰত কিয় একেলগে যোৰা পাতি থাকে, সেই বিষয়ে ঠিৰাংকৈ কোৱাটো টান। এই ক্ষেত্ৰত ৱেষ্টাৰমাৰ্কে অৱশ্যে তথ্য এটা আগবঢ়াইছে। তেওঁৰ মতে: এইবোৰ জীৱজন্তুৰ এটা সহজাত প্ৰবৃত্তি আছে। এই প্ৰবৃত্তি হৈছে যোৰা পতা, নিৰ্ব্বাচনৰ জৰিয়তে গঢ় লৈ উঠা ইয়াৰ মূলবস্তু হৈছে বংশৰক্ষাৰ সহজাত আকাঙ্ক্ষা।

সহজভাৱে বিচাৰ কৰি চালে দেখা যায়, ই হৈছে স্বভাৱসিদ্ধ প্ৰবৃত্তিগত বস্তু। এনেবোৰ জন্তুৰ ক্ষেত্ৰত মতাটো যে কেৱল পোৱালি আৰু মাইকীজনীৰ লগে লগেই থাকে, এনে নহয়। সি সিহঁতক বিপদ-আপদৰ পৰাও ৰক্ষা কৰে।

পোৱালি ডাঙৰ কৰিবলৈ হলে জন্মদাতা আৰু দাত্ৰী, উভয়ৰে যুটীয়া যত্নৰ প্ৰয়োজন। সকলোৰে জনা কথা, কিছুমান জীৱ-জন্তুৰ পোৱালি যত্নৰ অভাৱত ডাঙৰ হবলৈ নেপায়। মাছে যিমান কণী পাৰে, সিমান পোৱালি হোৱা হলে জলাশয়ত মাছৰ বাহিৰে আনৰ কাৰণে ঠাই নোহোৱা হলহেঁতেন। যত্নৰ অভাৱত মাছৰ বহুতো কণী নষ্ট হয়। পোৱালি জগিলেও ইয়াৰে কিছুমান এনেয়ে মৰি-হাজি নোহোৱা হয়। সাপৰ কণীৰ বাবে মাতৃৰ যত্নৰ কোনো প্ৰয়োজন নাই। সূৰ্য্যৰ তাপত সাপৰ কণীৰ পৰা পোৱালি ওপজে। উপজিয়েই পোৱালি স্বতন্তৰীয়া হয়। এইখিনিতেই মাছ, সাপ আৰু চৰাইৰ মাজত পাৰ্থক্য। চৰাইৰ ক্ষেত্ৰত মতা-মাইকীহালৰ যত্ন নহলে কণীৰ পৰা পোৱালি নজগে, জগিলেও ডাঙৰ দীঘল হোৱাটো টান। এই সময়ছোৱা ইমান জটিল যে মতা-মাইকী উভয়ৰে সহযোগ নহলে পোৱালি তোলা টান। এই একেদৰেই পোৱালিৰ বাবে স্তন্যপায়ী জীৱ-জন্তুৰ ক্ষেত্ৰতো মাতৃ-যত্ন অপৰিহাৰ্য্য। মতাটোৰ যত্নৰ যে বিশেষ কিবা প্ৰয়োজন আছে, সেই বিষয়ে অপৰিহাৰ্য্য বুলি কব নোৱাৰি। এইখিনিতে হাতী, বাদুলী, এনেবোৰ জীৱ-জন্তুৰ বিষয়ে উল্লেখ কৰাটো সম্ভৱতঃ সমীচীন হব। এইবোৰৰ ক্ষেত্ৰত পোৱালি সাধাৰণতে পোৱতী মাইকীৰ সৈতে জাক পাতি ফুৰে। হাতীৰ ক্ষেত্ৰত এইষাৰ কথা বাস্তৱ সত্য। পোৱতী মাইকীহঁতে নানা উপায় অৱলম্বন কৰি নিজকো ৰক্ষা কৰে, পোৱালিকো ৰক্ষা কৰে।

এতিয়া জীৱ-জন্তুৰ ক্ষেত্ৰৰ পৰা মানুহৰ জীৱনলৈ উলটি আহিব

খুজিছোঁ। কোনো কোনোৰ মতে নিম্নস্তৰৰ সভ্যতাসমূহত প্ৰচলিত নাৰী-পুৰুষৰ অবাধ মিলনে মানৱ সমাজৰ যৌন-জীৱন কলুষিত কৰিছিল। অবাধ যৌন-মিলন যে নিম্নস্তৰৰ সভ্যতাসমূহতে প্ৰচলিত আছিল, এনে নহয়। কোনো কোনো উচ্চ পৰ্য্যায়ৰ সভ্যতাৰ ক্ষেত্ৰতো একালত ই প্ৰচলিত আছিল। নাৰী-পুৰুষৰ অবাধ মিলনে অবাধ যৌন-মিলনৰ উদ্ভৱ সাধন কৰে বুলি ভাবিবলৈ টান পাওঁ। অবাধ মিলনৰ সুবিধা থকাৰ বাবেই যে কুমাৰী ছোৱালী একোজনীয়ে ইজনৰ পিছত সিজনকৈ পুৰুষক নিজা অঙ্গ দান কৰে, এনে ধৰণেৰে ভবাটো অন্যায় কথা।

দকৈ ভাবি চাবলৈ গলে, সকলো প্ৰকাৰৰ যৌন-আকৰ্ষণৰ অন্তৰালত প্ৰণয়ৰ সম্মোহন আছে। এনে সম্মোহনৰ অভাৱ হলে যৌন-কাৰ্য্য অসাৰ নিৰ্বন্টবস্তুলৈ নিম্নগামী হোৱাটো স্বাভাৱিক। ইয়াতোকৈ ডাঙৰ কথা হৈছে যি যৌন-কাৰ্য্য প্ৰণয়ৰ দ্বাৰা উদ্ভাসিত নহয়, তেনে যৌন-কাৰ্য্যক ভ্ৰষ্টাচাৰ বুলিব পাৰি। ডেকা গাভৰুৰ যৌন-আকৰ্ষণ বিবাহ বস্তুলৈ ৰূপান্তৰিত হোৱাটো সাধাৰণতে কাম্য। একালত কোনো সমাজত কিছুদিনৰ কাৰণে, অন্ততঃ এবছৰমানৰ কাৰণে, ডেকা-গাভৰুৱে যোৰা পাতি সহবাস কৰি বৈবাহিক জীৱনৰ বিষয়ে প্ৰমাণ লোৱাৰো প্ৰথা আছিল। ইয়াকে ইংৰাজীত 'trial marrage' বোলে। ছোৱালীজনী আহি কিছুদিন ডেকাৰ ঘৰত থাকে, নাইবা ডেকা ছোৱালীৰ ঘৰত থাকেগৈ। কিছুদিন এনেদৰে বৈবাহিক জীৱনৰ জুতি লোৱাৰ অন্তত স্থায়ীভাবে যুৱীয়া জীৱন সম্পাদিত হোৱাটো উচিত বুলি যদি ধাৰণা কৰা হয়, তেতিয়া হলে লৰা ছোৱালীযোৰাৰ আনুষ্ঠানিকভাবে বিবাহ সম্পাদিত কৰা হয়। খ্ৰীষ্টান ধৰ্ম্মৰ 'ৰিফৰমেশ্যন' আন্দোলনৰ পূৰ্ব্বে স্কটলেণ্ডত এনে প্ৰথাৰ বহলভাবে প্ৰচলন আছিল। এইখিনিতে ৱেস্টাৰমাৰ্কৰ কথা এবাৰ উদ্ধৃত কৰিব খুজিছোঁ: "At the public fairs men selected female companions with whom to cohabit for a year. At the expiry of this period, both parties were accounted free; they might either unite in marriage or live singly."

ৱেস্টাৰমাৰ্কৰ উপৰোক্ত কথাখিনিৰ মৰ্ম্মকথা হৈছে ৰাজহুৱা মেলত ডেকাই গাভৰু বাছে। ইয়াৰ পাছত এবছৰৰ কাৰণে দুয়ো



সহবাস কৰে। এই কালছোৱাৰ অন্তত উভয়কে মুক্ত বুলি ধৰা হয়। ইচ্ছা কৰিলে ইয়াৰ পিছত দুয়ো বিবাহ বন্ধনত আৱদ্ধ হব পাৰে, নহলে স্বতন্ত্ৰীয়াও হব পাৰে। এনে ব্যৱস্থা একালত আয়াৰলেণ্ডতো প্ৰচলিত আছিল। কিছুদিন একেলগে থাকি ডেকা-গাভৰুৱে ইটোৱে সিটোৰ যৌন-স্পৃহাৰ বিষয়ে অবগত নোহোৱাকৈ বিবাহ-বন্ধনত আৱদ্ধ হবলৈ নিবিচাৰিছিল। আমাৰ বিহুতলীত ছোৱালী বছাৰ দৰে একালত স্কটলেণ্ডত ছোৱালী বছা হৈছিল। পাৰ্থক্য এইখিনিতেই, ছোৱালী বছাৰ পিছত আমাৰ স্থায়ীভাবে যোৰা পতা হয়। এবছৰৰ কাৰণে, এওঁলোকে অস্থায়ীভাৱে পৰীক্ষা কৰি চাইহে কিবা এটা সিদ্ধান্ত কৰিছিল।

কিছুমান সমাজত এক অন্ধবিশ্বাস প্ৰচলিত থকাৰ প্ৰমাণ পোৱা যায়। এনে বিশ্বাসৰ মতে বিবাহৰ অন্তত নাৰীক ভাগ্যৱতী কৰিবলৈ হলে প্ৰথম যৌন-কাৰ্য্য স্বামীৰ দ্বাৰায় সম্পাদিত হোৱা অনুচিত। প্ৰথম যৌন-সংযোগৰ জৰিয়তে ক্ষত যোনিৰ নাৰীৰ অঙ্গৰ পৰা যি ক্ষীণ ৰক্তস্ৰাৱ নিগৰি পৰাটো স্বাভাৱিক, সেই ৰক্তপ্ৰবাহ স্বামীৰ শৰীৰত লগাটো অনুচিত। আনকি স্বামীৰ ই দৃষ্টিগোচৰ হোৱাটোও অনুচিত। এনেবোৰ ধাৰণাৰ কাৰণেই কোনো কোনো সমাজত পুৰোহিতৰ সহায় লোৱা হয়। পুৰোহিতে যৌন-কাৰ্য্যৰে বাট মুকলি কৰি দিলে বিপদ আৰু নাথাকে; কোনো কোনোৱে অৱশ্যে পুৰোহিতৰ অঙ্গ স্পৰ্শৰ দ্বাৰা নব-পৰিণীতা নাৰীৰ যোনি দেশ শুচি কৰা হয় বুলিও ধাৰণা কৰে।

এনেবোৰ বিশ্বাসৰ দ্বাৰা অনুপ্ৰাণিত মানুহৰ ধাৰণা, প্ৰথম যৌন-কাৰ্য্যত ভূত-প্ৰেতৰ ভয় আছে। এই বিষয়ে পুৰোহিত অভিজ্ঞ ব্যক্তি। গতিকেই পুৰোহিতৰ ভূত-প্ৰেতলৈ শঙ্কা কৰিব লগা একো নাই। এনেবোৰ কাৰণৰ বাবেই পুৰোহিতৰ কৃপা বিচৰা হয়। ডক্টৰ কাৰষ্টেনৰ 'দি চিভিলিজেশ্যন অৱ দি চাউথ এমেৰিকান ইণ্ডিয়ান' বোলা কিতাপখনত এনেদৰে আছে: "Such a man knows how to deflower a girl without her being supernaturally harmed and without her husband being harmed afterwards." পুৰোহিতৰ দ্বাৰা সম্পাদিত কৰা এনে যৌন-কাৰ্য্যই নাৰীক ভূত-

প্ৰেতৰ কোপ-দৃষ্টিৰ পৰা ৰক্ষা কৰাৰ উপৰিও স্বামীক বিপদৰপৰা ৰক্ষা কৰা হয় বুলি ধাৰণা কৰা হয়। ইয়াৰ উপৰিও পুৰোহিতৰ নিচিনা পৱিত্ৰ পুৰুষৰ অঙ্গ-চালনাই নাৰীক সঞ্জীৱিত কৰে বুলিও এক ধাৰণা বিদ্যমান।

প্ৰাচীন মানুহৰ মনত এটা ভয় আছিল। এই ভয় আমাৰ বৈদিক যুগৰ মানুহৰ মনতো আছিল। বিবাহ-কাৰ্য্য সমাপন হোৱা পিছ মুহূৰ্ত্তৰ পৰা যৌন-কাৰ্য্য আৰম্ভ হলে ভূত-প্ৰেতে পায়। ভূত-প্ৰেতে এনে ধৰণৰ স্খলনৰ উমান লৈ থাকে। নিয়ম ভঙ্গ কৰি কোনোবাই যদি বিবাহৰ পিছ মুহূৰ্ত্তৰ পৰাই যৌন-কাৰ্য্যত ৰত হয়, তেন্তে এই কাৰ্য্যৰ সুযোগ লৈ, বাট মুকলি পাই, ভূত-প্ৰেতে নাৰীৰ গৰ্ভত প্ৰৱেশ কৰে বুলি বিশেষ এক ধাৰণা আছিল। এনে অৱস্থাত পুৰুষবীৰ্য্যৰ জৰিয়তে কেনেবাকৈ যদি সন্তানে নাৰী-গৰ্ভত থিত লয়, তেন্তে ভূত-প্ৰেতে সেই সন্তানৰ হানি কৰিব পাৰে নাইবা সন্তান জীয়াই থাকিলেও তাৰ প্ৰকৃতি দানবীয় হব পাৰে। গতিকেই প্ৰাচীন মানুহে এনেদৰে ধাৰণা কৰিছিল, বিবাহৰ অন্তত কেইটামান দিন বাদ দি যৌন-কাৰ্য্য আৰম্ভ কৰাটো উচিত, কাৰণ পুৰণি হলে ভূত-প্ৰেতে নব দম্পতীৰ খবৰ লবলৈ এৰি দিয়ে। গতিকে কেইদিনমানৰ কাৰণে ধৈৰ্য্য ধৰাটোৱেই হৈছে আত্ম-ৰক্ষাৰ উত্তম উপায়। এনে আশঙ্কাৰ বাবেই হয়তো মৰক্কোত এতিয়াও এটা নিয়ম প্ৰচলিত আছে—যৌনকাৰ্য্য আৰম্ভ কৰাৰ লগে লগে প্ৰত্যেক বাৰেই পুৰুষজনে 'বিচমিল্লাৰ' নাম উচ্চাৰণ কৰে।

কোনো কোনো সমাজত এই গুৰু দায়িত্ব পুৰোহিতৰ ওপৰত নহয়, দেশৰ নৃপতি নাইবা শাসকৰ ওপৰত ন্যস্ত হোৱা দেখা যায়। অৰ্থাৎ এইবোৰ সমাজত প্ৰথম যৌন-সংযোগৰ দায়িত্ব পুৰোহিতৰ পৰিৱৰ্ত্তে নৃপতিয়ে গ্ৰহণ কৰে। একাদশ খ্ৰীষ্টাব্দৰ প্ৰাচীন আইৰীছ্ ভাষাৰ পুথি এখনত আছে—সেই সময়ৰ উলষ্টাৰৰ নৃপতি কঙ্কোবাৰে ৰাজ্যৰ প্ৰত্যেক গৰাকী নব-পৰিণীতা যুৱতীৰ যৌন-জীৱনৰ দুৱাৰ মুকলি কৰি দিব লগা হৈছিল, প্ৰথম ফুলশয্যাৰ দিনা নিশা। এনেবোৰ কুৎসিত প্ৰথাৰ গুৰিতে হৈছে জন-সমাজৰ অন্ধ-বিশ্বাস অৰ্থাৎ দেৱতা-ভীতি ; দেৱতা, পুৰোহিত আৰু নৃপতিৰ প্ৰতি অবাঞ্ছিত আনুগত্য। একালত নৃপতিক মৰ্ত্যলোকত দেৱতাৰ প্ৰতিভূ বুলি ধাৰণা কৰা হৈছিল। ১



প্ৰাচীন কোনো কোনো সমাজত আৰু এটা প্ৰথা প্ৰচলিত আছিল—সেইটো হৈছে, অতিথিক পত্নী প্ৰদান প্ৰথা। অৰ্থাৎ ঘৰলৈ অতিথি আহিলে, সেই অতিথিৰ সৈতে নিজা পত্নীক নিশা যাপন কৰিবলৈ দিয়া প্ৰথা। এই ব্যৱস্থা যে সদায়েই পত্নীৰ ক্ষেত্ৰতে আৱদ্ধ আছিল, এনে নহয়। কোনো কোনো ক্ষেত্ৰত পত্নীৰ পৰিবৰ্ত্তে নিজা যুৱতী ভগ্নী নাইবা কন্যাকো অতিথিৰ যৌন-তৃপ্তিৰ কাৰণে আগবঢ়োৱা হৈছিল। এই বিষয়ে মোৰ মনত এটা প্ৰশ্নৰ উদয় হয় ঃ এনে এটা অশোভনীয় প্ৰথা সম্ভৱপৰ হল কেনেকৈ? (১) সম্ভৱতঃ অতিথি শুশ্ৰূষাৰ কাৰণে সৰ্ব্বসাধাৰণতে যিবোৰ বস্তুৰ প্ৰয়োজন, যেনে এমুঠি ভাত, এঘটি পানী, এখন শোৱাপাটী, এনেবোৰ বস্তুৰ তালিকাত জন-মানসে শোৱাপাটীৰ কাৰণে এগৰাকী নাৰীৰ কথাও ধৰি লৈছিল ; (২) এইটো যুগত তেতিয়াও ব্যক্তিগত সম্পত্তি বোলা ধাৰণাৰ অভ্যুদয় হোৱা নাছিল। কোনো ব্যক্তিৰে কোনো বস্তুৰ ওপৰত বিশেষ কোনো ব্যক্তিগত অধিকাৰ সাব্যস্ত হোৱা নাছিল, আনকি নিজা পত্নীৰ ওপৰতো। আলহীক নিজা পত্নী, ভগ্নী বা কন্যাৰ যোগান ধৰাটো এনে সমস্বত্ববাদী সামাজিক দৰ্শনৰেই সম্ভৱতঃ পৰিণতি। (৩) এনেদৰে নাৰী প্ৰদান কৰি অতিথি-সেৱা কৰাৰ গুৰিতে কিবা অন্ধ-বিশ্বাসো থাকিব পাৰে। আলহীক এইদৰে সকলো প্ৰকাৰে, ঘাইকৈ যৌন-সম্ভোগ দানেৰে পৰিতৃপ্ত কৰিব পাৰিলে পৰিয়ালৰ পক্ষে সম্ভৱতঃ কল্যাণজনক বুলি ভবা হৈছিল। ৱেষ্টাৰমাৰ্কৰ মতে ঃ "The custom which requires a host to lend his wife to a guest becomes more intelligible when we consider the supposed danger of the stranger's evil or his curses, as also the benifits, which may be supposed to result from his love." অতিথিৰ কোপদৃষ্টিয়ে পৰিয়ালৰ অকল্যাণ সাধন আৰু সুদৃষ্টিয়ে কল্যাণসাধন কৰিব পাৰে বুলি সহজতে ধাৰণা কৰা হৈছিল। আয়াৰলেণ্ডৰ প্ৰাচীন কাব্য-কথাত এনে সামাজিক আদৰ্শৰ কথাৰ উল্লেখ যথেষ্ট আছে। সেই একেদৰেই মধ্যযুগীয় ফৰাছী সাহিত্যতো ইয়াৰ বিশেষভাৱে উল্লেখ আছে।

পত্নী-প্ৰদান প্ৰথাৰ বিষয়ে কোনো কোনো পণ্ডিতে এনেদৰে ধাৰণা কৰে—সভ্য সমাজতেই হওক বা বৰ্ব্বৰ সমাজতেই হওক, কোনো

স্বামীয়েই চিৰন্তন ভাবে একেগৰাকী পত্নীতে তৃপ্ত থাকিব নোৱাৰে। পত্নী গৰাকীয়ে আমুৱাবলৈ লয়। এনেদৰে আমুৱাবলৈ ললেই পত্নীক আনক প্ৰদান কৰাটো সহজ হৈ পৰে। এই ক্ষেত্ৰত ঈৰ্ষাৰ কথা উদ্‌ভাবিত নহয়। যৌন-ক্ষেত্ৰত আমুৱাব পাৰে। সেইবুলি এইষাৰ মন্তব্য বৰ বেছি শুদ্ধ নহয় যেন লাগে। ১৯৬৪ চনৰ অক্টোবৰ মাহৰ "ৰীডাৰ্ছ ডায়জেষ্ট" আলোচনীত এটা প্ৰবন্ধ পঢ়া মনত আছে। প্ৰবন্ধটো লেখিছে ডক্টৰ মেৰী ষ্টেইচেন কল্‌ডেৰউন্ বোলা মহিলা এগৰাকীয়ে। প্ৰবন্ধটোৰ মতে, অবিবাহিত জীৱনত নাৰী-পুৰুষৰ যিমানেই যৌন-সম্ভোগ নহওক লাগিলে, প্ৰকৃতপক্ষে ই কেতিয়াও তৃপ্তিদায়ক হব নোৱাৰে। কাৰণ বিবাহৰ জৰিয়তে অনুমোদিত যৌন-সঙ্গমত নাৰী-পুৰুষৰ মাজত যি আত্মীয়তাৰ চেতনা জাগ্ৰত হয়, তেনে চেতনা উপৰুৱা যৌন-সঙ্গমৰ জৰীয়তে উদ্বেলিত হোৱাটো সম্ভৱপৰ নহয়। প্ৰবন্ধটোৰ এঠাইত আছেঃ বিবাহ বন্ধনীৰ মাজত নাৰী-পুৰুষৰ যি নেৰানেপেৰাকৈ যৌন-সঙ্গম হয়, সেই সঙ্গমৰ মুহূৰ্ত্তত নাৰী-পুৰুষ উভয়ৰে আত্মাই যেন ইটোৱে সিটোক কয়, "ইমানবোৰৰ ভিতৰত তুমি আৰু মই আজি উপভোগ-কাৰ্য্যত ব্যস্ত, এই মুহূৰ্ত্তত ব্যস্ত, কাইলৈ আকৌ ব্যস্ত হম, গোটেই বছৰ জুৰি ব্যস্ত হম, অহাবছৰলৈ ব্যস্ত হম, আকৌ তাৰ পিছৰ বছৰত ব্যস্ত হম—এইদৰে তোমাৰ, মোৰ বয়স চল্লিশ হব, পঞ্চাছ হব, ষাঠী হব, আমাৰ কাৰো কেতিয়াও আজিৰ এই দৈহিক সন্মোহন নেথাকিব, তেতিয়াও আজিৰ দৰেই উপভোগ কাৰ্য্যত ব্যস্ত হম।" এইষাৰ কথা পঢ়াৰ পিছত উপৰুক্ত পণ্ডিতসকলৰ কথাষাৰ বিশ্বাস কৰিবলৈ টান পাইছোঁ। আমুওৱাটো নিয়ম নহয়, ব্যতিক্ৰমহে।

মানৱ-জীৱনৰ ক্ৰমবৰ্দ্ধমান সোঁতত বিবাহ স্বাভাৱিক বস্তু স্বৰূপে পৰিগণিত হৈছে। এনে পৰিপ্ৰেক্ষিতত অবিবাহিত হৈ থকাটোহে মানৱ-স্বভাৱবিৰোধী কথা। আমাৰ সাঁওতাল সমাজৰ মাজত অবিবাহিত মানুহক পুতৌ আৰু ঘৃণাৰ চকুৰে চোৱা হয়। কাফীৰসকলৰ সমাজত ৰাইজৰ সভাসমিতি ক'তো অবিবাহিত মানুহৰ স্থান নাই। ব্ৰহ্মদেশৰ কাচীন জনজাতীয় সমাজত মৃত অবিবাহিত নাৰী-পুৰুষৰ সৎকাৰকাৰ্য্য অৱহেলাসূচক ভাবেহে সমাপণ কৰা হয়। ফিজি দ্বীপৰ



অধিবাসীসকলৰ মতে অবিবাহিত নাৰী-পুৰুষৰ স্বৰ্গত স্থান নাই। আমাৰ যমৰাজৰ লেখীয়া এওঁলোকৰ নান্‌গা নান্‌গা নামৰ এজন দেৱতা আছে। হেজাৰ পুণ্য নকৰক লাগিলে, অবিবাহিতজনক এইগৰাকী দেৱতাই স্বৰ্গৰ দুৱাৰ-মুখতেই মোহাৰি গুৰি কৰি পেলায় বুলি ফিজি জনসাধাৰণৰ এক বিশ্বাস আছে।

সন্তানৰ প্ৰয়োজনৰ কাৰণেই সম্ভৱতঃ প্ৰাচীন সমাজত বিবাহৰ প্ৰয়োজন হৈছিল। ব্যক্তি আৰু ঘাইকৈ পৰিয়ালৰ ৰক্ষাৰ বাবেই সন্তানৰ অৰ্থাৎ বংশধৰৰ প্ৰয়োজন হৈছিল। বেৰীং ষ্ট্ৰেইটৰ দাঁতি-কাষৰীয়া অঞ্চলত বসবাস কৰা এস্কিমোসকলৰ এটা সহজাত ধাৰণা আছে, সন্তানহীন হৈ মৃত্যু হোৱাটো দোষণীয় কথা। এনে ধাৰণা কম-বেছি পৰিমাণে আমাৰো আছে। এই এস্কিমোসকলৰ মতে সমাজত অনুষ্ঠিত হোৱা উৎসৱ-পাৰ্ব্বণ আদিত মৃতাত্মাৰ কথা স্মৰণ কৰিবলৈ সন্তান আদি নেথাকিলে মৃতাত্মাই সিপুৰীতো শান্তি নেপায়। আমাৰ শ্ৰাদ্ধ-তৰ্পণ এবিধ স্মৰণবিধিহে। পূব আফ্ৰিকাৰ বাসিন্দা বাগাছু জনজাতিৰ মতে বিবাহৰ ক্ষেত্ৰত ব্যৱহাৰিক প্ৰয়োজনীয়তাৰ স্থানহে অধিক। মৃত ব্যক্তিক সহায় কৰিবলৈ সন্তানৰ প্ৰয়োজন।

এসময়ত চীনদেশত এনে ধৰণৰ এটা প্ৰথা আছিলঃ স্বাস্থ্যৱন্তই হওক বা নিশকতীয়াই হওক, প্ৰত্যেক ডেকাই যৌৱনপ্ৰাপ্ত হোৱাৰ লগে লগে বিবাহ-বন্ধনত আৱদ্ধ হব লগা হৈছিল। বিবাহ সমাধা হোৱাৰ পূৰ্ব্বেই যদি লৰা বা ছোৱালীৰ পিতৃগৃহত মৃত্যু হয়, তেন্তে সেই মৃত্যু উভয় গৃহৰ কাৰণে দুৰ্ভাগ্যৰ কাৰণ বুলি ধৰা হৈছিল। বিবাহ-কাৰ্য্যৰ ওপৰত চীনাসকলে এনে ধৰণেৰে গুৰুত্ব প্ৰদান কৰিছিল যে এওঁলোকে আনকি অবিবাহিত মৃতাত্মাৰ মাজতো বিবাহৰ যোগাৰ কৰিছিল। সন্তানহীন মৃত ব্যক্তিৰ স্থান নৰকত, এই ধাৰণা চীনাসকলৰ বদ্ধ-পৰিকৰ আছিল। চীনাজীৱনৰ কথা উল্লেখ কৰি মেন্‌ছিয়াছ্ বোলা পণ্ডিত এজনে এনেদৰে মন্তব্য কৰিছেঃ "There are three things which are unfilial and to have no posterity is the greatest of them." সন্তানৰ প্ৰয়োজন—সেই কাৰণেই কোনো ব্যক্তি কেতিয়াও অবিবাহিত হৈ থকা উচিত নহয়। গতিকেই চীন দেশত এনে এক ধাৰণা প্ৰচলিত আছিল, পত্নীৰ চল্লিশ বছৰ

পৰিমিত যদি সন্তানৰ জন্ম নহয়, তেতিয়া হলে সেই পুৰুষে ৰক্ষিতাৰ গৰ্ভত সন্তান সঞ্চাৰ কৰাটো দোষণীয় কথা নহয়। আনহাতে ই সমাজ-স্বীকৃত নীতি আছিল।

চীন দেশৰ দৰেই জাপানতো এই একে নীতি প্ৰায় এহেজাৰ বছৰ ধৰি প্ৰচলিত আছিল। ৰাষ্ট্ৰীয় আইনৰ জৰিয়তে বাধাপ্ৰাপ্ত হোৱা নাছিল যদিও চিৰকৌমাৰ্য্য ব্যৱস্থাক সমাজৰ সিদ্ধান্ত স্বৰূপে বাধা দিয়া হৈছিল। জাপানী সমাজৰ আৰু এটা উল্লেখযোগ্য ৰীতিৰ কথা এইখিনিতে কব খুজিছোঁ। ১৮৬৮ চনৰ আগলৈকে জাপানী সমাজত পৰিয়ালৰ বৰ ল'ৰাটোহে বিবাহ-বন্ধনত সোমাইছিল। সেইদৰে বৰ ল'ৰাৰ বৰ ল'ৰাইহে বিয়া কৰোৱাৰ সুবিধা পাইছিল। এনে বিবাহ-ব্যৱস্থাকহে সমাজে স্বীকৃতি দিছিল। জাপানত চামুৰাই বোলা এটা অতি অভিমানী সামৰিক সম্প্ৰদায় আছে। এই সম্প্ৰদায়টোৱে এইযাব কথা শেষ আখৰলৈকে কাৰ্য্যত পৰিণত কৰিছিল।

আমাৰ সমাজৰ দৰেই হিব্ৰু সমাজত বিবাহক ধৰ্ম্ম-কৰ্ম্ম বুলি পৰিগণিত কৰা হয়। ইহুদী ধৰ্ম্ম-নীতি অনুসৰি বিবাহ-সূত্ৰত বদ্ধ নোহোৱাজন অ-ঈশ্বৰবাদী। ইহুদী ৰাষ্ট্ৰ ইজৰাইলত এনে ব্যক্তিৰ কোনো সামাজিক মৰ্য্যাদা নাই, কাৰণ এনেজন ব্যক্তি ভগবানৰ নীতিৰ বিৰুদ্ধাচৰণ কৰা দোষত দোষী। গতিকে ইজৰাইলত কুৰিবছৰ বয়সপ্ৰাপ্ত যেই কোনো ব্যক্তিকে বিবাহ-সূত্ৰত আবদ্ধ হবলৈ ৰাষ্ট্ৰই বাধ্য কৰাব পাৰে। এসময়ত আমাৰ সমাজত প্ৰচলিত থকাৰ দৰে ইহুদী সমাজতো বাল্যবিবাহ প্ৰচলিত আছিল। দহবছৰীয়া ল'ৰা আৰু তাতোকৈ কমবয়সৰ ছোৱালীৰ মাজত বিবাহ সম্পন্ন হোৱাৰ উদাহৰণ আছে। আহুৰা মজদাই জৰোষ্টাৰক এনেদৰে কৈছিল বুলি উল্লেখ আছেঃ "পত্নীযুক্ত ব্যক্তি পত্নীহীন ব্যক্তিতকৈ বহুগুণে শ্ৰেয়; গৃহস্থ-জীৱন যাপন কৰা জন গৃহহীন নিঠৰুৱাজনতকৈ বহুগুণে শ্ৰেয়; সন্তানহীন জনতকৈ সন্তানযুক্ত জন বহুগুণে শ্ৰেয়।"

পাৰস্যবাসী সকলৰ এটা ধাৰণা আছে। নিঃসন্তান হৈ মৰা জনৰ বাবে স্বৰ্গৰ দলং চিৰকালৰ কাৰণে বন্ধ। দলঙৰ কাষ চপাৰ লগে লগে দেবদূতসকলে মৃতাত্মাক প্ৰশ্ন কৰে, মৰ্ত্তলোকত তেওঁ কাৰোবাক প্ৰতিনিধি স্বৰূপে এৰি আহিছেনে নাই? যদি "এৰি অহা নাই"



বুলি কয়, তেন্তে সেই আত্মা চিৰকালৰ কাৰণে দলঙৰ কাষত থিয় হৈ হা-হুমুনিয়াহেৰে সময় কটাব লগীয়া হয়। ৱেষ্টাৰমাৰ্কৰ মতে ঃ "In the eye of all good Parsees of the present day as in the time of king Darius and contemporaries of Herodotus, the two greatest merits of a citizen are the begetting and rearing of a numerous family and the fruitful liking of the soil." পথাৰত শস্য আৰু নাৰীৰ গৰ্ভত সন্তান উৎপাদন, এই দুয়োটা বস্তু কেৱল পাৰস্যবাসী সকলেই নহয়, সমূহ প্ৰাচীন যুগৰ মানুহে সমপৰ্য্যায়ৰ বুলি ধাৰণা কৰি আহিছে। আজিও মানৱ-সমাজৰ অবচেতন জগতত ইয়াৰ সাঁচ লুপ্ত হোৱা নাই।

প্ৰাচীন গ্ৰীক-সমাজতো বিবাহ অপৰিহাৰ্য্য বস্তু বুলি স্বীকৃত হৈছিল। ৰাজহুৱা আৰু ব্যক্তিগত, উভয় দিশৰ পৰা ইয়াক সবিশেষ মূল্য প্ৰদান কৰা হৈছিল। দাৰ্শনিকপ্ৰবৰ প্লেটোৰ মতে পৃথিৱীৰ প্ৰত্যেক ব্যক্তিয়ে ভগবানৰ সেৱাৰ কাৰণে নিজা প্ৰতিনিধি সৃষ্টি কৰাটে উচিত। প্ৰাচীন ৰোমান সমাজতো বিবাহ আৰু সন্তান জন্ম, দুয়োটা বস্তুৰ ওপৰত গুৰুত্ব প্ৰদান কৰা হৈছিল।

বিবাহ-জীৱনক শৃঙ্খলা প্ৰদান কৰাৰ মানসেৰে সমাজে কিছুমান ৰীতি-নীতিৰ উদ্ভৱ সাধন কৰিছে। সগোত্ৰী-বিবাহ নিষিদ্ধ—ই হৈছে সমাজে বান্ধি দিয়া নীতি। বিবাহৰ কাৰণে দুটা চক্ৰ আছেঃ এটা হৈছে অন্তৰ-চক্ৰ। ইয়াকেই বোলা হয় সগোত্ৰী বিবাহ। আনটো হৈছে বাহিৰ-চক্ৰ। ইয়েই হৈছে মিশ্ৰিত গোত্ৰৰ বিবাহ। ৰক্ত-প্ৰবাহৰ ঘন সঞ্চালন হলে সন্তান আদিৰ ঐতিহ্য কেনালগা হয় বুলি ধাৰণা কৰা হয় কাৰণেই সাধাৰণতে সগোত্ৰী-বিবাহৰ বিৰোধিতা কৰা হয়। ইয়াৰ বিপৰীতে যে মতবাদ নাই, এনেও নহয়। সগোত্ৰৰ বাহিৰে আন গোত্ৰৰ সৈতে বিবাহ সম্বন্ধ দোষণীয় বুলিও কোনো কোনোৱে কয়। পাৱাৰছ্ বোলা এজন পণ্ডিতৰ মতে আমেৰিকাৰ কালিফৰ্ণিয়া প্ৰদেশৰ কিছুমান ৰেড ইণ্ডিয়ানৰ মাজত এনে নিয়ম আছে, শ্বেতাঙ্গৰ সৈতে বিবাহ-সম্বন্ধ স্থাপন কৰা দূৰৰ কথা, আনকি শ্বেতাঙ্গৰ সৈতে গোপন যৌন-সম্বন্ধ স্থাপন কৰা নাৰীক মৃত্যুদণ্ডৰে দণ্ডিত কৰা হয়। এনে এটা দিন আছিল, যেতিয়া অসবৰ্ণ বিবাহক

গৰিহণা দিয়া হৈছিল। মধ্য আমেৰিকাত বসবাস কৰা স্পেনিয়ার্ড সকলে স্থানীয় ব্যক্তিৰ সৈতে বিবাহ-সূত্ৰত আৱদ্ধ হব নোৱাৰিছিল। সেইদৰে মৰিচাছত বসবাস কৰা ইংৰাজসকলে নোৱাৰিছিল, গ্ৰীণলেণ্ডত বাস কৰা ডেনিছসকলেও নোৱাৰিছিল। এই প্ৰত্যেকখন দেশতে এনে বাধা-নিষেধ আইনৰ জৰিয়তে বলবৎ কৰা হৈছিল।

এই একেদৰেই ৰোমানসকলৰো অ-ৰোমানসকলৰ সৈতে, যাক এওঁলোকে 'বৰ্ব্বৰ' আখ্যা দিছিল, বিবাহ-সম্বন্ধ আদি আইনৰ দ্বাৰা নিষিদ্ধ কৰা হৈছিল। এই বাধা-নিষেধ নাৰীৰ ক্ষেত্ৰত যেনেকৈ প্ৰয়োগ কৰা হৈছিল, তেনেকৈ সম্ভৱতঃ পুৰুষৰ ক্ষেত্ৰত কৰা হোৱা নাছিল। কিয় কব নোৱাৰোঁ, নাৰীৰ যৌন-বিশুদ্ধতাৰ ওপৰত সমাজে যেনেদৰে গুৰুত্ব দি আহিছে, তেনেদৰে পুৰুষৰ যৌন-বিশুদ্ধতাৰ ওপৰত দিয়া নাই। ইয়াৰ ঘাই কাৰণ সম্ভৱতঃ সন্তানৰ পিতৃত্বৰ পৰিচয়ৰ প্ৰয়োজনীয়তা। আৰু এটা কাৰণ হব পাৰে, যৌন-কাৰ্য্যই নাৰীৰ ক্ষেত্ৰত চিন ৰাখিব পাৰে, পুৰুষৰ ক্ষেত্ৰত সেইটো আশঙ্কা নাই। নিজা বিবাহিতা তিৰোতাৰ ক্ষেত্ৰত সন্তানৰ মাতৃত্বৰ প্ৰমাণ উলিয়াবলৈ টান কথা নহয়, কাৰণ ইয়াৰ সপক্ষে বাস্তৱ, চাক্ষুষ প্ৰমাণ আগবঢ়াব পাৰি। বিবাহিত জীৱনতো পিতৃত্বৰ পৰিচয় আনুমানিক বস্তুহে। কোনো কোনোৱে কয়, সন্তানৰ চেহেৰা আৰু আকৃতি দেখিলেই পিতৃত্বৰ পৰিচয় ওলাই পৰে। এইযাৰ কথা সিমান নিৰ্ভৰযোগ্য নহয়। তাহানি ছাত্ৰাৱস্থাত মোপাঁছাৰ এটা গল্প পঢ়িছিলোঁ। সেই গল্পটোৰ ওপৰত নিৰ্ভৰ কৰি এইযাৰ কথা কৈছোঁ।

মানুহৰ অসবৰ্ণ বিবাহৰ প্ৰতি প্ৰায়েই অনুৰাগৰ অভাব কিয়? স্থূল-দৃষ্টিৰে চালে, এইযাৰ কথাৰ এটাই মাথোন উত্তৰ হব পাৰে— প্ৰত্যেক বৰ্ণ-গোষ্ঠীয়ে আনৰ বিজনিত নিজৰ ৰক্তপ্ৰবাহ শ্ৰেষ্ঠ বুলি ধাৰণা কৰে, কাৰণ সম্ভৱতঃ সেইটোৱেই। এনে কাৰণৰ বাবেই সম্ভৱতঃ এনে ধৰণৰ বাধা-নিষেধৰ উৎপত্তি হৈছিল। ফৰাছী লেখিকা এগৰাকীৰ মতে একোখন সমাজৰ বা একোটা জাতিৰ বৈশিষ্ট্য নাৰীৰ জৰিয়তে যেনেদৰে সংৰক্ষিত হয়, আনৰ জৰিয়তে তেনেদৰে নহয়। এনে কাৰণৰ বাবেই সম্ভৱতঃ নাৰীৰ যৌন-বিশুদ্ধতাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰা হৈছিল। এনেদৰে যুগ বাগৰি বিশুদ্ধতা ৰক্ষা



কৰি অহাৰ কাৰণেই সম্ভৱতঃ পুৰুষৰ বিজনিত নাৰীৰ প্ৰকৃতি স্বকীয়া। পুৰুষৰ যৌন-শৃঙ্খলা সোনকালে হানি হব পাৰে, নাৰীৰ কিন্তু বিপৰীত। এইখিনিতে কোৱাট্ৰাফেজ নামৰ যৌন-তত্ত্ববিদ এজনৰ মত একেবাৰ উদ্ধৃত কৰিব খুজিছোঁ। "Woman refuses to lower herself; man is less delicate." সেইবুলি প্ৰকৃত প্ৰণয় যেতিয়া হয়, পাৰস্পৰিক ভালপোৱাৰ উদ্ৰেক যেতিয়া হয়, সেই ক্ষেত্ৰত নাৰীয়ে পুৰুষৰ কাৰণে বিসৰ্জ্জন দিব নোৱাৰা কোনো বস্তুৱেই নাই। এইযাৰ কথা বাদ দি এতিয়া উপৰোক্ত কথাষাৰলৈ আকৌ আহিব খুজিছোঁ। উদাহৰণ স্বৰূপে, যৌন-ক্ৰিয়াকাৰ্য্যৰ পিনৰ পৰা নাৰীৰ কাৰণে অধিক তৃপ্তিদায়ক যদিও উত্তৰ আমেৰিকাৰ কোনো শ্বেতাঙ্গীয়ে নিগ্ৰোৰ সৈতে বিবাহ-বন্ধনত আৱদ্ধ হোৱাৰ সবিস্তাৰ প্ৰমাণ নাই, আনহাতে শ্বেতাঙ্গ পুৰুষে নিগ্ৰো গাভৰুক ঔৰস দান কৰাৰ প্ৰমাণ যথেষ্ট আছে, তথাপি বিয়া জানো হৈছে? ইয়াৰ গুৰিতে হৈছে বৰ্ণ-বিদ্বেষ।

সাধাৰণতে নাৰীৰ যৌন-আসক্তি যথেষ্ট বিচাৰবুদ্ধিৰ ওপৰত প্ৰতিষ্ঠিত। পুৰুষৰ ক্ষেত্ৰত নহয়। যৌৱন আৰু নাৰীৰ দেহাৰ সন্মোহনে পুৰুষক বহুদূৰ আজুৰি লৈ যায়। নাৰীয়ে সাধাৰণতে বিবেকৰ আশ্ৰয় লয়। এই ক্ষেত্ৰত নাৰীৰ জীৱনতো অৱশ্যে বিচ্যুতি ঘটাৰ প্ৰমাণ নোহোৱা নহয়। এই প্ৰমাণ ব্যতিক্ৰমহে, নিয়ম নহয়।

ওবাং জনজাতি সমাজৰ মতে কোনোবা ওবাং ডেকাই যদি নিজৰ বৰ্ণ-বিভাজনৰ বাহিৰৰ আন বৰ্ণ-বিভাগৰ গাভৰুৰ পাণি গ্ৰহণ কৰে, তেতিয়া হলে সেই যুবকে যেতিয়ালৈকে সেই গৰাকী 'বিদেশিনী'ক ত্যাগ নকৰে, তেতিয়ালৈকে নিজৰ সমাজত তেওঁ স্থান নেপায়। এই ক্ষেত্ৰত প্ৰণয়-প্ৰীতি বা আন প্ৰয়োজনীয়তাৰ বিচাৰ-বিবেচনা হব নোৱাৰে। ওবাংসকলে এই ক্ষেত্ৰত কোনো যুক্তি মানিব নোখোজে। এনে নিয়ম আমাৰ উত্তৰ-পূব সীমান্তৰ পাদাম পৰ্ব্বতীয়া সমাজতো বিদ্যমান। নিজৰ গোষ্ঠী বা বৰ্ণ-বহিৰ্ভূত কোনো বিবাহ সম্পন্ন হব নোৱাৰে। কেনেবাকৈ যদি ইয়াৰ অন্যথা হয়, তেতিয়া পৰিস্থিতিয়ে কেনে ৰূপ লয়, সেই বিষয়ে কৰ্ণেল ডেল্টনে বঢ়িয়াকৈ বৰ্ণাইছে ঃ "When one of the daughters of Padam so demeans herself, the sun and the moon refuse to shine, and there is such a

strife in the elements that all labour is necessarily suspended till by sacrifice and oblation the stain is washed away." এনেবোৰ জনবিশ্বাস যে অসবর্ণ বিবাহৰ বাটত হেঙাৰ, সেইবিষয়ে সন্দেহ নাই। ৰক্তৰ বিশুদ্ধতা ৰক্ষাৰ কথা আছে যদিও উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতিৰ মাজত এনে বাধা-নিষেধ থকাৰ আন এটা কাৰণ হৈছে, যি-কোনো কাৰণেই নহওক লাগিলে, ইটো জাতিৰ সৈতে সিটো জাতিৰ ঘনিষ্ঠতাৰ অভাব। এইবোৰ পৰ্বতবাসী জন-সাধাৰণ নিজৰ মাজতে আৱদ্ধ। ইয়াৰ উপৰিও ইটো জনজাতি আৰু সিটো জনজাতিৰ মাজত ভাষাগত পাৰ্থক্য, ৰীতিগত পাৰ্থক্য, এনেদৰে বহুতো পাৰ্থক্য। ঘাইকৈ ৰীতি-নীতিৰ পাৰ্থক্যই সামাজিক আদান-প্ৰদান অসম্ভৱ কৰি তোলে। ইয়ো এটা কাৰণ।

পিতৃপ্ৰধান সমাজত আৰু এটা কাৰণ হব পাৰে। আনলৈ দি সমাজে নিজৰ মাজৰপৰা একো গৰাকী নাৰীক হেৰুৱাব নোখোজে। আমাৰ—

"পিতাদেউ ঔ, পিতাদেউ ঔ,
দূৰলৈ নিদিবি মোক"

সম্ভৱতঃ এনেধৰণৰ সমাজ-চেতনাৰ প্ৰতিধ্বনি। প্ৰাচীন আৰব সমাজত একোখন গাঁৱৰ ভিতৰতে সকলো বিয়া-বাৰুৰ সম্বন্ধ ঠিৰাং হৈছিল। এনে ব্যৱস্থাৰ জৰিয়তে গাঁৱৰ বান্ধ টনকিয়াল হৈছিল বুলি ধাৰণা কৰা হৈছিল। মৰক্কোত বাৰ্বাৰ্ বোলা সম্প্ৰদায় এটা আছে। এইসকলৰ মাজতো এনে ব্যৱস্থা প্ৰচলিত থকাৰ প্ৰমাণ আছে। এই ব্যৱস্থাৰ জৰিয়তে আচহুৱা ব্যক্তিৰ বাবে সেই সমাজত স্থান নাই, ইয়াকে সাব্যস্ত কৰা হৈছিল। উপৰোক্ত সমাজসমূহ দেখাত পিছপৰা যদিও এইবোৰ সমাজত নাৰীয়ে পুৰুষে পোৱাৰ দৰে পিতৃ-সম্পত্তিৰ অংশ পাইছিল। জীয়ৰীক দূৰলৈ উলিয়াই দি সম্পত্তি গাঁৱৰ বাহিৰলৈ উলিয়াই দিবলৈ সমাজে ইচ্ছা কৰা নাছিল, ইয়ো এটা কাৰণ। এনেবোৰ কাৰণৰ উপৰিও কোনো কোনো ক্ষেত্ৰত যে ধৰ্ম্ময়ো বাধাৰ সৃষ্টি নকৰাকৈ আছিল, এনে নহয়।

ইউৰোপৰ বহু অঞ্চলত তেনেকৈ চকুত লগাকৈ খ্ৰীষ্টানধৰ্ম্মী আৰু ইহুদীৰ মাজত বিবাহ সংগঠিত হোৱাৰ প্ৰমাণ নাই। এনে বিবাহ



একেবাৰে যে নোহোৱাকৈ আছে, সেইটো নহয় যদিও যি হৈছে, তাকো আঙুলিৰ মূৰত লেখিব পাৰি। এই ক্ষেত্ৰত আচল বাধাৰ সৃষ্টি কৰিছে যদিও প্ৰকৃততে ধৰ্ম্ম ঘাই বাধা নহয়। আচল কথা হৈছে যুগে যুগে খ্ৰীষ্টান সমাজে ইহুদী সমাজক ঘৃণাৰ চকুৰে চাই অহাটোহে। এনে দৃষ্টিভঙ্গীৰ অন্তৰালত অৱশ্যে ঐতিহাসিক কাৰণ নথকা নহয়। এই বিষয়ে জানিবলৈ বা বুজিবলৈ সৰহদূৰ যাব নেলাগে। জেকব নামৰ সমাজ-বৈজ্ঞানিক এজনে কোৱা কথা কেইষাৰ উদ্ধৃত কৰিলেই সকলো স্পষ্ট হৈ পৰিব। জেকবৰ মতে ঃ "The folklore of Europe regarded the Jews as something intra-human, and it would require an almost impossible amount of large toleration for a Christian maiden of the Middle Ages to regard union with a Jew as anything other than unnatural." সহনশীলতাৰ অভাবেই হৈছে সমাজ-সংঘাতৰ মূল কাৰণ। বিবাহিত জীৱনৰ সাৰ্থকতা বহুখিনি পাৰস্পৰিক সহনশীলতাৰ ওপৰত নিৰ্ভৰ কৰে। ইতিহাসৰ কোনো এটা স্তৰতে খ্ৰীষ্টানে ইহুদীৰ প্ৰতি সহনশীল হোৱাৰ প্ৰমাণ নাই। এই দুটা সম্প্ৰদায়ৰ মাজৰ তিক্ততাৰ বুজ লবলৈ সৰহদূৰ যাব নেলাগে, শ্বেকছ্‌পীয়েৰৰ 'মাৰ্চেণ্ট অৱ ভেনিছ' নাটকেই যথেষ্ট। 'ইজৰাইল' ভ্ৰমণ কাহিনীটো ইয়াৰ খবৰ আছে।

হিন্দু সমাজত অসবৰ্ণ বিবাহ নিষিদ্ধ। বৰ্ণ-বিভাগ, জাতিভেদ যিখন সমাজৰ মূল আধাৰ, সেই সমাজত অসবৰ্ণ বিবাহ নিষিদ্ধ হোৱাটো একো আচৰিত কথা নহয়। এইখিনিতে এটা উদাহৰণ দাঙি ধৰিব খুজিছোঁ। মাদাগাস্কাৰৰ হোৱা বোলা সম্প্ৰদায়টোৰ মাজত তিনিটা শ্ৰেণী বিভাগ আছে ঃ অভিজাত, সাধাৰণ আৰু গৃহস্থালিৰ বনুৱা। এই কেইটাৰ মাজত বিবাহ-সম্বন্ধ নিষিদ্ধ। এনেধৰণৰ ব্যৱধান সৃষ্টি কৰিছে কিহে? সামাজিক শ্ৰেণী-বিভাগে। বৰ্ণ-বিভাগ আৰু শ্ৰেণী-বিভাগ, এই দুটা সমাজ-বিভাজনৰ ঘাই বস্তু। পলিনেছিয়াতো এই একেদৰে শ্ৰেণীগত ব্যৱধান প্ৰৱৰ্ত্তমান। তাহিটি দ্বীপত এটা নিয়ম আছে ঃ বৰ মানুহৰ ঘৰৰ জীয়ৰীয়ে যদি নিম্নস্তৰৰ মানুহৰ ঘৰৰ ল'ৰা বিয়া কৰায়, তেন্তে সেই বিবাহ-সম্বন্ধৰ জৰিয়তে জন্ম পোৱা সন্তান-সমূহক হত্যা কৰা হয়। সেইদৰে টিউটনিক সমাজত এটা প্ৰথা

আছিল ঃ কোনোবা মুক্ত মানুহৰ ঘৰৰ লিগিৰীৰ সৈতে যদি যৌন-সম্বন্ধ হয়, তেন্তে সেই ব্যক্তিক সমাজে লণ্ডৱাৰ স্তৰলৈ নিম্নগামী কৰে। আৰু এনে দোষত লিপ্ত হোৱা নাৰীক মৃত্যুদণ্ডৰে দণ্ডিত কৰা হয়। এই একেদৰেই স্কাণ্ডিনেভিয়াৰ দেশসমূহত আৰু জাৰ্ম্মেনীত জন্মৰ সমতাক বিবাহৰ অপৰিহাৰ্য্য স্বত্ব স্বৰূপে গণিতা কৰা হৈছিল। স্কাণ্ডিনেভিয়াৰ দেশসমূহত আৰু জাৰ্ম্মেনীত ক্ৰমাৎ অভিজাত শ্ৰেণীৰ অভ্যুদয় হোৱাৰ লগে লগে এই বাধা-নিষেধ আৰু স্তৰীভূত কৰা হয়। যুদ্ধৰ জৰিয়তে উদিত হোৱা জয়-পৰাজয়ৰ জৰিয়তেও সমাজত ন ন ব্যৱধানৰ উদয় হবলৈ ধৰিলে।

আদিতে আমাৰ দেশত 'বৰ্ণ' শব্দটোৱে ঘাইকৈ ডুটা শ্ৰেণী বুজাইছিল ঃ দাস আৰু আৰ্য্য। বহিৰাগত আৰ্য্যই পৰাজিত কৰা আদিম ভাৰতীয় সমাজ দাস শ্ৰেণীলৈ ৰূপান্তৰিত হৈছিল। আমাৰ ঋকৃবেদত 'দাস' শব্দ এই অৰ্থত ব্যবহৃত হোৱাৰ প্ৰমাণ পোৱা যায়। ক্ৰমাৎ 'দাস' শব্দৰ অৰ্থ বিস্তৃত হবলৈ ধৰে। বিজেতা আৰ্য্যসকলৰ মাজত স্বাভাৱিকতে নাৰীৰ সংখ্যা তাকৰীয়া আছিল। গতিকে পত্নী স্বৰূপে তেওঁলোকে স্থানীয় নাৰী গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। অৱশেষত নিজৰ সমাজত নাৰীৰ সংখ্যা বাঢ়ি অহাৰ লগে লগে বৰ্ণ-বিভাগ কটকটীয়া হবলৈ ধৰে। এনে ধৰণৰেই ক্ৰমাৎ বিবাহ-নিষেধ বাধ্য-বাধকতালৈ পৰিণত হয়।

ওপৰত উন্নুকিয়াই অহা হৈছে, ৰক্ত-প্ৰৱাহৰ সঞ্চালনে একোখন সমাজক কলুষিত কৰে বুলি ধাৰণা কৰা হৈছিল কাৰণেই সগোত্ৰী-বিবাহৰ সক্ৰিয় বিৰোধিতা কৰা হৈছিল। সমাজ-চেতনা আৰু ব্যভিচাৰ-জ্ঞান উদয় হোৱাৰ লগে লগে পিতৃ-মাতৃৰ সৈতে সন্তানৰ যৌন-সম্বন্ধ নিষিদ্ধ হৈছিল। ভগ্নী-ভাতৃৰ মাজতো যৌন-সম্বন্ধ নিষিদ্ধ হবলৈ ধৰে। তথাপি ভাবিলে আচৰিত লাগে, হাৱাই দ্বীপৰ অভিজাতশ্ৰেণীৰ মাজত এনে বিবাহ সমাজে সমৰ্থন কৰিছিল। মালু নামেৰে এজন সমাজ-বৈজ্ঞানিকৰ মতে এইসকলৰ মাজত ঃ "A suitable partner for a chief of the highest rank was his own sister, begotten by the same father and mother as himself......Another suitable partner for a great chief was his half-sister, it born,



might be, of the same mother but of a different father or of the same father but of a different mother." পোনতে হাৱাই দ্বীপত যেতিয়া খ্ৰীষ্টান ধৰ্ম্মৰ প্ৰচলন হয়, প্ৰচাৰকসকলে এই স্থানীয় ৰীতিক সমাদৰ জনাবলগা হৈছিল। পেৰুৰ ইঙ্কাসকলৰ মাজতো এই ৰীতিৰ প্ৰচলন আছিল। নিজৰ ভগ্নীক পত্নীস্বৰূপে গ্ৰহণ নকৰিলে কোনো ৰাজকুমাৰ ৰাজপাটৰ কাৰণে গ্ৰহণযোগ্য বুলি বিবেচিত নহৈছিল। পেৰুত এই ৰীতি আদিম কালৰপৰা প্ৰচলিত ৰীতি নাছিল। ই পঞ্চদশ শতিকাৰ শেষভাগলৈ কোনোবা ইঙ্কা ৰাজকুমাৰে প্ৰচলিত কৰা নিয়মহে। ইজিপ্টৰ বুৰঞ্জীতো এনে প্ৰথা প্ৰচলনৰ প্ৰমাণ আছে। শাসনকালৰ শেষভাগলৈ ফাৰোৱাসকলে নিজৰ ভগ্নী নাইবা অৰ্দ্ধ-ভগ্নীক বিবাহ কৰোৱা নীতি প্ৰৱৰ্ত্তন হৈছিল। পিছৰ যুগৰ ট'লেমী ৰাজপৰিয়ালেও এই ৰীতি অনুসৰণ কৰিছিল। ৰোমান ৰাজত্বৰ দিনত ভগ্নী-বিবাহ ব্যৱস্থা কৃষক-কাৰিকৰসকলৰ মাজতো প্ৰৱৰ্ত্তন হৈছিল।

অৰ্দ্ধ-ভগ্নী বিবাহৰ উদাহৰণ পৃথিৱীৰ বুৰঞ্জীত অলেখ আছে। কেনে ধৰণৰ অৰ্দ্ধ-ভগ্নী ? একেজন পুৰুষৰ দুই পত্নীৰ পুত্ৰ আৰু কন্যা। জাপানবাসী, এথেন্সবাসী, চেমাইট, এইসকলোৰে মাজত এনে উদাহৰণ থকাৰ প্ৰমাণ আছে। আব্ৰাহামে তেওঁৰ অৰ্দ্ধ-ভগ্নী ছাৰাক বিয়া কৰাইছিল, একে পিতৃ, পৃথক মাতৃ। সেইদৰে এমনেও তেওঁৰ অৰ্দ্ধ-ভগ্নী তামাৰক বিয়া কৰাইছিল। ইহুদী আইনমতে মোমায়েকে ভাগিনীয়েকক বিয়া কৰাব পাৰে। সেইবুলি মাহীয়েকে ভাগিনক বিয়া কৰাব নোৱাৰে। ইংলণ্ডত বসবাস কৰা ইহুদীসকলৰ মাজত এনে ধৰণৰ বৈবাহিক সম্বন্ধ সম্ভৱপৰ নহৈছিল। ইংলণ্ডৰ আইনে এনে বিবাহ অনুমোদন নকৰে। এনে ধৰণৰ বৈবাহিক সম্বন্ধ জাৰ্ম্মেনী, নিউয়ৰ্ক প্ৰদেশ, পেৰু, উৰুগুৱে আদি দেশৰ আইনে সমৰ্থন কৰে। ফ্ৰান্স, ইটালী, বেলজিয়াম, হলেণ্ড, চুইডেন ইত্যাদি দেশত এনে বৈবাহিক সম্বন্ধ আইন সমৰ্থিত নহয় যদিও কাৰ্য্যত আইনত এনে ব্যৱস্থাৰ সমৰ্থন নোহোৱা নহয়।

যিবোৰ খ্ৰীষ্টান দেশত অভিজাত সমাজৰ মাজত ভতিজাৰ মাজত বিবাহ নিষিদ্ধ, সেইবোৰ দেশত মোমাই-ভাগিনী, মাহী-ভাগিন ইত্যাদিৰ

মাজত বিবাহ নিষিদ্ধ। চুইজাৰলেণ্ড, ইংলণ্ড আৰু উত্তৰ আমেৰিকাৰ প্ৰায়বোৰ দেশতে ভাগিন-ভাগিনীৰ মাজত বিবাহ নিষিদ্ধ। ইহুদী আৰু ইছলামীয় আইনমতে ভাগিন-ভাগিনীৰ মাজত বিবাহ নিষিদ্ধ নহয়। ৱেষ্টাৰমাৰ্কে কবৰ দৰেঃ "Various peoples consider that marriage with a cousin is the most proper marriage or that a man has a right to his cousin's hand or even that it is his duty to marry her." প্ৰাচীন আৰব সমাজত ভতিজাকে দদায়েকৰ জীয়েকক বিয়া কৰোৱাটো বিধিসন্মত ৰীতি আছিল। কোনো কোনো সমাজত ভাগিনী, পেহীৰ জীয়েক ভগ্নী, ইত্যাদিৰ সৈতেও বিবাহৰ প্ৰচলন আছে। এনেবোৰ সমাজত এনে ধৰণৰ বিবাহকহে প্ৰকৃত বিবাহ বোলা হৈছিল। এনেবোৰ বিবাহক পণ্ডিতসকলে "cross-cousin" বিবাহ আখ্যা দিছে। এনেবোৰ ওচৰসম্বন্ধীয় বিবাহৰ জৰিয়তে পৰিয়ালৰ বান্ধ নিকপকপীয়া হয় বুলি ধাৰণা কৰা হৈছিল। পৰিয়ালৰ সা-সম্পত্তি নিজৰ ভিতৰতেই থাকে, আনকি বিবাহ-উৎসৱো ব্যয়-বহুল নহয়।

একে উপাধিৰ মানুহৰ মাজত বিয়া হব নোৱাৰে—একালত চীনদেশত এনে ধৰণৰ এটা নিয়ম আছিল। এই নিয়ম কোনোবাই কেনেবাকৈ ভঙ্গ কৰিলে, ভঙ্গ-কৰোঁতা জনৰ পিঠিত যাঠিটাকৈ বেতৰ কোৰ দিয়া হৈছিল। আৰু লগে লগে সেই যোৰা ভঙ্গ কৰি দিয়া হৈছিল। পিতৃ ফৈদৰ সম্বন্ধীয় ব্যক্তিৰ মাজত এই নিয়ম যেনেদৰে কঠোৰভাবে প্ৰয়োগ কৰা হৈছিল, সেইদৰে মাতৃফৈদৰ ব্যক্তিৰ মাজত কৰা হোৱা নাছিল। যাৰ লগত আনুষ্ঠানিকভাৱে বিবাহ-সম্বন্ধ স্থাপিত হব নোৱাৰে, তাৰ লগত গোপনকৈ যৌন-ধেমালিও হব নোৱাৰে, সমাজে এনেদৰে সম্বন্ধ নিয়ন্ত্ৰণ কৰিছিল। লুকাই চুৰকৈ যৌন-ধেমালিত লিপ্ত হোৱা প্ৰমাণ পালে সমাজে কঠোৰ দণ্ড বিহিছিল, আনকি মৃত্যুদণ্ড পৰ্য্যন্ত।

হিন্দু সমাজতো সপিণ্ড বা সগোত্ৰীয়-বিবাহ বৰ্জ্জনৰ নিয়ম আছে। সপিণ্ড-বিবাহৰ নিয়ম হৈছেঃ অন্ততঃ চাৰিখন মেখেলা নফটালৈকে পিতৃফৈদৰ কাৰো মাজত বিবাহ হব নোৱাৰে। মাতৃফৈদৰ ক্ষেত্ৰত তিনিখন মেখেলা ফটাৰ পিছতহে বিবাহ হব পাৰে। আচলতে শাস্ত্ৰৰ বিধান আৰু কঠোৰ। শাস্ত্ৰৰ মতে পুৰুষৰ ক্ষেত্ৰত ছখন আৰু নাৰীৰ



ক্ষেত্ৰত চাৰিখন মেখেলা নফলালৈকে কোনো বৈবাহিক সম্বন্ধ হব নোৱাৰে। ওপৰত উল্লেখ কৰা হৈছেঃ কোনো কোনো সমাজত একেখন গাঁৱৰ ভিতৰতে সকলো বৈবাহিক-সম্বন্ধ নিৰূপিত কৰা হয়। একেখন গাঁৱৰ লৰাই একেখন গাঁৱৰে ছোৱালী অনা নিয়ম। কোনো কোনো সমাজত ইয়াৰ বিপৰীত পদ্ধতিৰ প্ৰচলনো মন কৰিবলগীয়া। এনেবোৰ সমাজৰ মতে নিজৰ গাঁৱৰ ছোৱালী অনাটো অন্যায়, দূৰৈৰ গাঁৱৰ ছোৱালী আনিব লাগে। যিমান দূৰৈৰ পৰা ছোৱালী আনিব পাৰি সিমান ভাল বুলি এনেবোৰ সমাজৰ ধাৰণা। আমাৰ ছোটনাগপুৰ অঞ্চলৰ ওৰাংসকলে নিজৰ গাঁৱৰ ভিতৰতে বৈবাহিক সম্বন্ধ স্থাপন কৰাটো অনুমোদন নকৰে। এনে কৰিলে গাঁৱৰ কিবা অমঙ্গল হব পাৰে বুলি ওৰাংসমাজে ধাৰণা কৰে। এইদৰে ৰুছ দেশৰো কোনো কোনো অঞ্চলত ছোৱালী দূৰণিৰ পৰা অনা নিয়ম। এই কাৰণেই সম্ভৱতঃ দৰাক কইনাঘৰীয়া গাঁৱৰ মানুহে সদায়েই 'বিদেশী' বুলি কয়। বুলগেৰিয়াত প্ৰচলিত এই প্ৰথা বিশেষভাৱে মন কৰিবলগীয়া। লোক-গীত হৈছে একোখন সমাজৰ আৰ্চি। বুলগেৰিয়াৰ লোক-গীতত সদায়েই কইনাক 'দূৰণিৰ ছোৱালী' বুলি উল্লেখ কৰা হয়।

সৰুৰে পৰা একেলগে একেখন ঘৰতে ডাঙৰ দীঘল হোৱা ব্যক্তিৰ মাজত সাধাৰণতে যৌন-আকৰ্ষণ বা সম্মোহন নহয়। এই কাৰণেই সম্ভৱতঃ ভাতৃ-ভগ্নীৰ ভিতৰত যৌন-আকৰ্ষণ হোৱাৰ উদাহৰণ যথেষ্ট বিৰল। অৱশ্যে ইয়াৰ অন্যথা হোৱাৰ উদাহৰণো নথকা নহয়। ডেকা কালত এনেধৰণৰ মোপাঁছাৰ গল্প এটা পঢ়া মনত আছে। ভাতৃ, ভগ্নী উভয়ে সৰুৰে পৰা দূৰে দূৰে আছে। এইদৰে থাকোঁতে দুয়ো যৌৱন-প্ৰাপ্ত হয়। এবাৰ বহু বছৰৰ মূৰত দুয়ো ঘৰলৈ আহিছে। এনে অৱস্থাত এহাল যুৱক-যুৱতীৰ ইটোৰ প্ৰতি সিটোৰ যেনে ধৰণৰ আকৰ্ষণ হোৱাটো স্বাভাৱিক, তেনেধৰণৰ দুয়োৰে মাজত যৌন-আকৰ্ষণ হৈছিল। এনে ধৰণৰ ব্যতিক্ৰমৰ বিষয়ে দীঘলীয়াকৈ কব খোজা নাই। সৰুৰে পৰা একেখন ঘৰতে ডাঙৰ দীঘল হোৱা মানুহৰ মাজত সাধাৰণতে যৌন-আকৰ্ষণ নহয় কিয়, সেই বিষয়ে যৌন-তত্ববিদ ডক্টৰ হেভলক ইলিছে বঢ়িয়াকৈ বৰ্ণাইছে। হেভলক

ইলিছৰ মতে ঃ "Between those who have been brought up together from childhood, all the sensory stimulus of vision, hearing and touch have been dulled by use, trained to the calm level of affection and deprived of their potency to arouse erethistic excitement which produces sexual tumescence." অৰ্থাৎ সৰুৰে পৰা একেলগে থাকোঁতে যৌন-সন্মোহনৰ কাৰণে প্ৰয়োজনীয় যি বোৰ অনুভূতি জাগৰুক দৈহিক বস্তু, সেই বোৰৰ চোক ক্ৰমাৎ কমি গৈ ব্যক্তিৰ মাজত সৰল, সহজ স্নেহৰ অভ্যুদয় হয়। যৌন-সন্মোহন উদ্ৰেক নোহোৱাৰ ইয়েই ঘাই কাৰণ। দাৰ্শনিক-প্ৰবৰ প্লেটোই এইষাৰ যুক্তিকে আগবঢ়াইছিল। অতিপাত সান্নিধ্য হৈছে যৌন-অনাসক্তিৰ মূল কাৰণ। প্লেটোৰ মতে ই হৈছে 'অলিখিত বিধান'।

এইখিনিতে এটা প্ৰশ্ন হব পাৰে—একেলগে থাকিলেই যদি যৌন-আকৰ্ষণ ভোটা হয়, তেন্তে যিবোৰ শিক্ষানুষ্ঠানত সহশিক্ষাৰ ব্যৱস্থা আছে, অৰ্থাৎ য'ত লৰা-ছোৱালী একেলগে পঢ়ে, সেইবোৰ অনুষ্ঠানৰ ক্ষেত্ৰতো এইষাৰ কথা প্ৰয়োগ কৰিব পাৰিনে? এইখিনিতে ঘটনা এটা মোৰ মনত পৰিছে। তাহানি আমেৰিকাৰ চহৰ এখনৰ নিৰ্জ্জন আলি এটাৰে অকলে খোজ কাঢ়ি গৈ আছোঁ। মোৰ আগে আগে দহ-এঘাৰ বছৰীয়া স্কুলীয়া লৰা-ছোৱালী এহাল আহি আছে—কান্ধত সিহঁতৰ স্কুলীয়া কিতাপৰ বেগ। এনেতে সিহঁত আহি বাটৰ কেকুৰি এটা পালেহি। লৰাটো যাব এটা বাটেদি, ছোৱালীজনী যাব আন এটা বাটেদি। সেই লৰাটোৱে লগ এৰাএৰি হোৱাৰ আগমুহূৰ্ত্তত সেই ছোৱালী জনীক এনেকৈ গালে-মুখে আনকি কৰঙনতো চুমা খাবলৈ ধৰিলে, মই আচৰিত হৈ গলোঁ। মনতে ভাবিলোঁ ঃ ইহঁতে জানো কিবা বুজা হৈছে? উপৰুক্ত প্ৰশ্নষাৰৰ অৰ্থ আছে। সহশিক্ষা-মূলক অনুষ্ঠানত লৰা-ছোৱালী সাময়িক ভাবেহে একেলগে থাকে। এইটোৱেই সম্ভৱতঃ ব্যতিক্ৰমৰ কাৰণ।

উপৰুক্ত কথাষাৰৰ প্ৰমাণ স্বৰূপে উদাহৰণ এটা আগ বঢ়াব পাৰি। নিউজিলেণ্ডৰ মাউৰী বোলা জনজাতীয় সমাজত ভাতৃ-ভগ্নী সৰুৰে পৰা একেলগে শোৱাৰ দৰে যৌৱন-প্ৰাপ্ত অৱস্থাতো শোৱে। এনে



শয়ন এনেদৰে স্বাভাৱিক বস্তুলৈ পৰিণত হৈছে যে একেলগে শোৱে যদিও অসৎ আচৰণ দূৰৰ কথা, অসৎ ভাবো আনকি তেওঁলোকৰ মনলৈ অহাৰ প্ৰমাণ নাই। অপৰিচিত জনৰ সৈতেহে যৌন-আকৰ্ষণ অধিক প্ৰখৰ হয়। এইষাৰ জীৱজন্তুৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পৰা কথা। ইয়াৰ প্ৰমাণ স্বৰূপে মন্টেন বোলা পণ্ডিত এজনে ঘোঁৰাৰ কথা কৈছে। হেৰিছ বোলা এজনে কুকুৰৰ কথা কৈছে। জীৱন জুৰি একেলগে থকা সকলৰ মাজত যৌন আকৰ্ষণ কেনেকৈ ভোটা হয়, তাৰ এটা প্ৰমাণ আগবঢ়াব খুজিছোঁ। এহাল স্বামী-স্ত্ৰীৰ কথা, ক'ৰবাত পঢ়া মনত আছে। বহুদিন সহবাস কৰাৰ পিছত স্বামীজন পত্নীৰ সৈতে যৌন-কাৰ্য্যত অকামিলা হৈ পৰিল। উপায় নেপাই তেওঁ এদিন ডাক্তৰৰ কাষ চাপিল। মানুহজনক পৰীক্ষা কৰি চাই ডাক্তৰ আচৰিত হল। যৌন-কাৰ্য্যত আন নাৰীৰ সৈতে মানুহজন অতি সবল আৰু সুস্থ, কেৱল নিজৰ পত্নীৰ ক্ষেত্ৰতহে তেওঁ অপাৰগ। ইয়াৰ কাৰণ কি? বহুদিনৰপৰা পত্নীৰ সৈতে নিবিড় সম্বন্ধই যৌন-কাৰ্য্যৰ ক্ষেত্ৰত তেওঁক অপাৰগ কৰিছে। এই ঘটনাটো উপৰুক্ত তথ্যফাকিৰ সমুচিত প্ৰমাণ।

কোনো কোনোৱে হয়তো উপৰুক্ত তথ্যফাকিক ব্যতিক্ৰম বুলি আখ্যা দি তীব্ৰ বিৰোধিতা কৰিব পাৰে। তেওঁলোকে সুধিব পাৰে ঃ একেলগে থকাৰ কাৰণে যদি যৌন-আসক্তি হ্ৰাস পোৱা কথাষাৰ সঁচা হয়, তেন্তে স্বামী-স্ত্ৰীৰ বহুদিন একেলগে থকা সত্ত্বেও যৌন-আসক্তি হ্ৰাস নেপায় কিয়? এইদৰে যুক্তি আগবঢ়োৱা সকলে একেষাৰ কথা পাহৰি যায়,—যৌন-আসক্তি আৰু যৌন-শক্তি, দুয়োটা বস্তু একে নহয়। সঁচা কথা, স্বামী-স্ত্ৰীৰ যুৱীয়া জীৱনৰ পাতনি মেলা হয় তীব্ৰ যৌন-আসক্তিৰ জৰিয়তে। বিবাহ-জীৱনৰ প্ৰথম ছোৱা নৱ-পৰিণীতা ভাৰ্য্যাক থকা-সৰকা কৰা মনোভাবে পুৰুষৰ দেহা-মন সকলো আচ্ছন্ন কৰে। কিছুদিনৰ কাৰণে এই আসক্তি বৃদ্ধি পাই ক্ৰমাৎ পাতলীয়া হৈ নাহে জানো? পোনতে সামান্য এক ওঁঠৰ স্পৰ্শ ই যেনেকৈ দেহা-মন জাগ্ৰত কৰে, অৱশেষত তেনেধৰণৰ এশ স্পৰ্শয়ো একো কৰিব নোৱাৰা নহয় জানো? ইয়াৰ কাৰণ কি? ডক্টৰ ব্লকৰ মতে ঃ "The eternal uniformity of daily companion-

ship puts love to sleep, damps its ardour, and even gives rise to a sense of lalent or open hatred between a married pair. This hatred is observed most frequently in love-matches." প্ৰকৃত প্ৰণয়-আকৰ্ষণ নহলে যৌন-কাৰ্য্যত তৃপ্তি নাই। বহুদিন একেলগে থকাৰ অন্তত নাৰী-পুৰুষৰ প্ৰণয়-আকৰ্ষণে স্বকীয়া ৰূপ লয়; এনে এক ৰূপ, যি ৰূপে যৌন-আকৰ্ষণ হ্ৰাস কৰে। কোনো কোনো পণ্ডিতৰ মতে স্বামী-স্ত্ৰী এই কাৰণেই মাজে মাজে ইজন সিজনৰপৰা কিছুদিনৰ কাৰণে আঁতৰি থকাটো উচিত। এনেদৰে আঁতৰি থকাৰ পিছত যেতিয়া আকৌ যৌন-মিলন হয়, সেই মিলনৰ উষ্মা লেখত লবলগীয়া। যৌন-জীৱন সজীৱ কৰি ৰাখিবলৈ হলে লিন উটাঙৰ মতে স্বামী-স্ত্ৰীৰ সাময়িক বিচ্ছেদৰ প্ৰয়োজন। এনেদৰে যৌন-কাৰ্য্য বিমুখ স্বামী-স্ত্ৰী এযোৰাৰ যোৰা ভাঙি দি পুৰুষজনক আন নাৰীৰ সৈতে আৰু পত্নী গৰাকীক আন পুৰুষৰ সৈতে সহবাস কৰিবলৈ দিলে দেখা যাব নতুন পৰিস্থিতিত দুয়ো জনৰে যৌন-উষ্মা আকৌ উদ্বেলিত হৈ উঠিছে। ইয়াৰ কাৰণ কি? বিবাহৰ আদি ছোৱাত যেতিয়া যুৱীয়া যৌন-জীৱনৰ পাতনি মেলা হয়, সেই উষ্মাত তেতিয়া হয়তো কোনোজনে কব পাৰেঃ "চিৰকালৰ কাৰণে তুমি মোৰ"। কিন্তু যৌন আকৰ্ষণৰ ক্ষেত্ৰত, বাস্তৱতো ই জানো সত্য?

সমাজত এবিধ 'ভাল' মানুহ বুলি মানুহ আছে। ছোৱালী এজনীক মুক্তভাৱে ভাল পাবলৈ বা গ্ৰহণ কৰিবলৈ এই 'ভাল' মানুহ সকলৰ সাহস নাই। এই সকল সেইবুলি যে সম্পূৰ্ণৰূপে যৌন-উত্তেজনাৰপৰা মুক্ত, সেইষাৰ কথাও সঁচা নহয়। 'ভাল' মানুহ আছিল যদিও অতীজৰ ঋষি-মুনি সকলে মুক্তভাবে যৌন-জীৱন আঁকোৱালি লব পাৰিছিল। গতিকেই তেওঁলোকৰ জীৱন স্বতঃস্ফূৰ্ত্ত আৰু স্বাভাৱিক বুলিলে ভুল কৰা নহব। সমাজৰ চকুত আজিৰ 'ভাল' মানুহে ভাল মানুহ হৈ থাকিবলৈ বিচাৰে, লগতে সমাজৰ চকুত ধূলি মাৰি তেওঁলোকে যৌন আকাঙ্ক্ষাও তৃপ্ত কৰিবলৈ বিচাৰে। উপায় কি? এওঁলোকৰ যৌন-জীৱন পৰ্দ্দাৰ আঁৰৰ বস্তু। এওঁলোকে লুকাই-চুৰকৈ নিজৰ ঘৰৰ সম্বন্ধীয়া কাৰোবাৰ লগত নাইবা বনকৰা



ছোৱালীজনীৰ সৈতেই যৌন আদান-প্ৰদানৰ সুবিধা কৰি লয়। ইয়াক সম্পূৰ্ণৰূপে অৱশ্যে আজিৰ বস্তু বুলিলে ভুল কৰা হব। ই প্ৰাচীন বস্তু। ডক্টৰ ব্লকৰ মতেঃ "Incest occurs almost exclusively as the result of chance associations as, for example, in alchoholic intoxication, in consequence of close domestic intimacy in small dwellings. in the absence of other opportunity for sexual intercourse." মোৰ ধাৰণা, সমাজৰ ৰীতি-নীতি যিমানেই কটকটীয়া হয়, সিমানেই যৌন-ব্যভিচাৰ বিস্তৃত হৈ পৰে।

টিয়েৰা ডেল্‌ফিলো বোলা অঞ্চলত দুবিধ জনজাতি আছে। এবিধৰ নাম য়াগান আৰু আনবিধৰ নাম অ'নছ। এই দুয়োখন সমাজতে ছোৱালী পলুৱাই আনি বা বলাৎকাৰ কৰি আনি বিয়া পতাৰ নিয়ম আছে। অ'নছ সকলৰ মাজত দুয়োবিধ প্ৰথাই প্ৰৱৰ্ত্তমান। এওঁলোকৰ ওচৰচুবুৰীয়া কোনোবা ফৈদৰ সৈতে যেতিয়া ৰণ লাগে আৰু এওঁলোক সেই ৰণত যেতিয়া বিজয়ী হয়, তেতিয়া সেই পৰাজিত ফৈদৰ সকলো পুৰুষকে হত্যা কৰি তেওঁলোকৰ সমূহ নাৰী এওঁলোকে নিজৰ মাজত ভগাই লোৱাৰ নিয়ম। সাধাৰণতে অ'নছ সকলে অৱশ্যে লৰা-ছোৱালীৰ পিতৃমাতৃৰ সৈতে আলোচনা কৰি বিবাহৰ যোগাৰ কৰে। সেইকাৰণেই অ'নছ সকলৰ মাজত দুয়োবিধ প্ৰথাই প্ৰৱৰ্ত্তমান বুলি কৈছোঁ। ব্ৰাজিলৰ ভালেমান জনজাতিৰ মাজত ছোৱালী বলেৰে ধৰি আনি বিয়া পতাৰ নিয়ম আছে। একমাত্ৰ ছোৱালীৰ বাবেই দক্ষিণ আমেৰিকাৰ কিছুমান জনজাতিৰ মাজত ৰণ-বিগ্ৰহ হোৱাৰ উদাহৰণ আছে। আমেৰিকাৰ কালিফৰ্ণিয়া অঞ্চলত লুছেনা ৰেড ইণ্ডিয়ান বোলা এবিধ জনজাতি আছে। এওঁলোকৰ নিয়ম হৈছে লগত বন্ধু-বান্ধৱ কিছু লৈ লৰাই মাকৰ ঘৰৰ পৰা ছোৱালী বলাৎকাৰ কৰি আনিব লাগে, তেহে বিয়া হব পাৰে। এই একেদৰে অতীজত ৰুছিয়াৰ ৰটয়াক, চামোয়েড, অষ্টয়াক ইত্যাদি জনজাতিৰ মাজতো ছোৱালী পলুৱাই আনি বিয়া পতাৰ নিয়ম আছিল।

একালত গ্ৰীক আৰু ৰোমান সমাজতো এই ব্যৱস্থা আছিল। প্ৰাচীন কালৰ টিউটন সকলেও এই কামকে কৰিছিল। সপ্তদশ

শতিকালৈকে ৰুছিয়াৰ ক'জাক সমাজত এই প্ৰথা প্ৰচলিত আছিল। ৰুছিয়াৰ দক্ষিণাঞ্চলৰ শ্লাভ্ সমাজৰ মাজত এই প্ৰথা উনবিংশ শতাব্দী পৰ্য্যন্ত প্ৰচলিত আছিল। ক'কেছিয়াৰ পৰ্ব্বতীয়া জনজাতিৰ মাজত এই প্ৰথা এতিয়াও প্ৰৱৰ্ত্তমান। এই সকলৰ সমাজত ছোৱালী এজনী বলেৰে ধৰি আনি তাইৰে সৈতে এবাৰ যৌন-কাৰ্য্য সমাপণ কৰিব পাৰিলেই কৰোঁতাজনৰ সৈতে তাইৰ বিবাহ সম্পাদন হৈছে বুলি ধৰা হৈছিল।

আমাৰ দেশতো কিছুমান জনজাতীয় সমাজত বিয়াৰ বাবে ছোৱালী পলুৱাই অনাৰ নিয়ম আছে। উদাহৰণ স্বৰূপে, আমাৰ উৰিষ্যা প্ৰদেশৰ ভূঞা সকলৰ মাজৰ কোনোবা লৰাই কোনোবা ছোৱালী বিয়া কৰাব খুজিলে, সেই ছোৱালী বন্ধু-বান্ধৱৰ সহযোগত পলুৱাই আনি বিয়া কৰাব লাগে। এনেদৰে ছোৱালী পলুৱাই অনাৰ কাৰণে দৰাঘৰৰ মানুহ আৰু কইনাঘৰৰ মানুহ, দুয়ো ঘৰৰ মাজত সংঘৰ্ষৰ অৱতাৰণা যে নোহোৱাকৈ থাকে, তেনেও নহয়। এই একেদৰেই বঙ্গদেশৰ হো সম্প্ৰদায়ৰ মাজত নৃত্য-থলী নাইবা উৎসৱ-থলীৰ পৰা ছোৱালী পলুৱাই আনি বিয়া পতাৰ নিয়ম আছে। ছোৱালী পলুৱাই অনাৰ পিছত ছোৱালীৰ গা-ধন নিৰূপণ কৰা হয়; তাৰ পিছতহে বিয়া হয়। এই একে নিয়ম চট্টগ্ৰামৰো কোনো কোনো জনজাতিৰ মাজত প্ৰচলিত থকা দেখা যায়।

এনে নিয়ম কেৱল আমাৰ দেশতে নহয়, বিদেশৰো কিছুমান অঞ্চলত প্ৰচলিত থকাৰ প্ৰমাণ আছে। যেনে মালয় দ্বীপপুঞ্জ আৰু মালয়ছিয়াৰ কিছুমান অঞ্চলত এই প্ৰথা এতিয়াও প্ৰচলিত হৈ আছে। অকল এয়ে নহয়। অষ্ট্ৰেলিয়াৰ ভালেমান জনজাতিৰ মাজত এই প্ৰথা প্ৰৱৰ্ত্তমান। যুগৰ সংঘাতত অৱশ্যে এনেবোৰ বিধি-ব্যৱস্থা আজি বহু খিনি পৰাভূত হবলৈ বাধ্য হৈছে। একালত চেমাইটসকলৰ সমাজতো এই ব্যৱস্থা আছিল। মহামানৱ মহম্মদৰ আৱিৰ্ভাৱৰ পূৰ্ব্বে প্ৰাচীন আৰেবিয়াতো এই প্ৰথা আছিল। ঠাই বিশেষে কিছুদূৰ স্বকীয়া ৰূপ লয় যদিও মানৱ-সমাজৰ স্বৰূপ আচলতে প্ৰায় একেটা সাঁচতে গঢ় লোৱা।

আমাৰ মনুস্মৃতিত 'ৰাক্ষস' বিবাহ বোলা এবিধ বিবাহ-পদ্ধতিৰ



উল্লেখ আছে। হিন্দু সমাজৰ অষ্টবিধ বিবাহৰ ভিতৰত ইও এবিধ। শাস্ত্ৰবিদ মনুৱে এনেবিধ বিবাহ-পদ্ধতি ক্ষত্ৰিয় সমাজৰ মাজতে আবদ্ধ ৰাখিবলৈ বিচাৰিছিল। ওপৰত 'ৰাক্ষস' বিবাহৰ উদাহৰণ কেইবাটাও দিয়া হৈছে। ইচ্ছা কৰিলে এনে উদাহৰণ বঢ়াই নিব পাৰি। তথাপি একেষাৰ কথা মনত ৰাখিব লাগিব, 'ৰাক্ষস' বিবাহ সৰ্ব্বসাধাৰণ নিয়ম নহয়। ই বিশেষ পৰিস্থিতিৰহে বস্তু। পৰিস্থিতিয়ে অনুমোদন কৰা অৱস্থাতহে এই ৰীতিৰ প্ৰয়োগ হয়।

বৰ্ত্তমান 'ৰাক্ষস' বিবাহ লুপ্তপ্ৰায় হৈছে যদিও কোনো কোনো সমাজে ইয়াৰ কিছুমান ৰীতি-পদ্ধতি জীয়াই নৰখাকৈ থকা নাই। উদাহৰণ স্বৰূপে পূব আফ্ৰিকাৰ আকাম্বা বোলা জনজাতি এটাৰ কথা উল্লেখ কৰিব পাৰি। বিবাহৰ কেইদিন মান আগতে এদিন পাঁচ ছজন মান বন্ধু-বান্ধৱ লগত লৈ পথাৰত কাম কৰি থকা অৱস্থাত দৰা কইনাৰ ওচৰলৈ যায়। দলটো দেখি ছোৱালীজনীয়ে চিঞৰিবলৈ ধৰে। এইয়া ভুৱা চিঞঁৰ। চিঞঁৰ শুনি ভুৱা হলেও পথাৰলৈ তাইৰ ভায়েক ককায়েক সমদল হৈ খেদি আহে। তাৰ পিছত দুয়োদলৰ মাজত এখন ভুৱা ৰণ অনুষ্ঠিত হয়। সেই ৰণত ছোৱালীৰ ফৈদ ৰীতিৰদ্ধভাৱে পৰাজিত হয়। এই পৰাজয়ৰ পিছত ছোৱালী যায় নিজা মাকৰ ঘৰলৈ। ইয়াৰ পিছত দৰা-ঘৰ আৰু কইনা-ঘৰ, দুয়োঘৰৰ মাজত বিবাহৰ আদান-প্ৰদান হয়। ছোৱালীঘৰে দৰা-ঘৰৰ পৰা গা-ধন বিচাৰে। দৰা-ঘৰে এই দাবীৰ প্ৰত্যুত্তৰ স্বৰূপে কইনা-ঘৰলৈ দহোটা ছাগলী আগ বঢ়োৱাৰ নিয়ম। ছাগলী যৌন ক্ষীপ্ৰতাৰ প্ৰতীক। এইদৰে আদান-প্ৰদান হোৱাৰ পিছত বিয়াৰ দিনা ছোৱালী-ঘৰত লগত কাকো নোলোৱাকৈ দৰা আৱিৰ্ভাৱ হয়। দৰাৰ আৱিৰ্ভাৱেই বিয়া। ইয়াৰ পিছত দৰাই ছোৱালীক নিজা ঘৰলৈ লৈ আহে।

এনে ধৰণৰ আৰু এটা উদাহৰণ দাঙি ধৰিব খুজিছোঁ। নিউগিনী দ্বীপত ৰ'বো নামেৰে এটা জনজাতি আছে। বিয়াৰ দিনা দৰা-ঘৰৰ এদল মানুহ ছোৱালী ঘৰলৈ যায়। লগত দৰা নেযায়। ছোৱালীৰ ঘৰ আগুৰি চিঞঁৰ-বাখৰ কৰি দৰা-ঘৰৰ ফৈদটোৱে আক্ৰমণ কৰাৰ ভাও জোৰে। এনেদৰে আক্ৰমণ চলি থাকোঁতেই ঘৰৰপৰা ওলাই কইনাজনীয়ে লৰ মৰাৰ ভাও জোৰে। ঠিক লৰ মাৰিব খোজোতেই

দৰাৰ ফৈদৰ কোনোবাই তাইক থাপ মাৰি ধৰে। এনেদৰে থাপ মাৰি ধৰোঁতাজনক হাতেৰে ভুকুৱাই, দাঁতেৰে কামুৰি, ভৰিৰে লথিয়াই কইনাই আত্মৰক্ষাৰ ভাও জোৰে। ইয়াৰ পিছত দৰা ঘৰ আৰু ছোৱালী ঘৰৰ মাজত এখন ভুৱা ৰণৰ অৱতাৰণা হয়। এনেতে হাতত এডাল লাখুটি লৈ ঘৰৰ ভিতৰৰ পৰা ছোৱালীৰ মাক ওলাই আহে। মানুহৰ বাহিৰে য'তে যিহকে পায়, ত'তেই কোবাবলৈ ধৰে। লগে লগে মুখেৰে গালি বৰষে। ওচৰত জাক পাতি থূপ খাই থকা গাঁৱৰ মাইকীমানুহ বোৰে ভুৱা কান্দোন জোৰে।

কেৱল নিউগিনীৰ ৰ'বো সমাজতে নহয়, এনে ধৰণৰ ভুৱা ৰণৰ ব্যৱস্থা কোনো কোনো মঙোল জনজাতিৰ মানুহৰ মাজতো আছে। সেইবিষয়ে বৰ্ণনা দিব খোজা নাই। ওপৰত উল্লেখ কৰা ভুৱা ৰণৰ সৈতে প্ৰায় একে। সেই কাৰণে বিয়াৰ দিনা দৰাৰ ঘৰৰ সমদল ছোৱালীৰ ঘৰলৈ আহোঁতে আমাৰ যেনেকৈ চাউল ছটিওৱাৰ নিয়ম আছে, সেইদৰে মৰক্কোত কোনো কোনো জনজাতীয় অঞ্চলত দৰা ঘৰৰ সমদলৰ গালৈ শিলগুটি দলিওৱাৰ নিয়ম আছে। আমাৰ চাউল ছটিওৱাৰ অৰ্থ হৈছে প্ৰতীকধৰ্ম্মী, অৰ্থাৎ পথাৰত শইচ বঢ়াৰ দৰে দৰা-কইনাৰ যুৱীয়া জীৱনত সন্তান বাঢ়ক। শিলগুটি দলিওৱাৰ অৰ্থ সুকীয়া; প্ৰাচীন আক্ৰমণ পদ্ধতিৰ ই হৈছে প্ৰতীকধৰ্ম্মী প্ৰকাশ। মৰক্কোৰ জনজাতীয় সমাজত ইয়াৰ উপৰিও দৰাক নাইবা দৰা ঘৰৰ ভাল সাজপাৰ পিন্ধা মানুহক ছোৱালী ঘৰৰ গাঁৱৰ মতা-মাইকী মানুহে এনেয়ে কোবোৱাৰ নিয়ম আছে। ই এক ভুৱা আক্ৰমণৰ ব্যৱস্থা। বাটত ইমানবোৰ আলৈ-আহুকাল যদিও দৰাই কইনা নোপোৱাকৈ নেথাকে। অৱশেষত ভুৱা ৰণৰ অন্ত পৰে। দৰাই কইনা লৈ গৈ বাসৰ সজায়। আমাৰ যে দৰা ঘৰৰ সমদলক হেঙাৰ ধৰে, ইও সেই প্ৰাচীন বাধা-বিঘিনিৰ প্ৰতীকধৰ্ম্মী ব্যৱস্থা। ব্ৰহ্মদেশৰ গাঁৱতো আমাৰ দৰেই হেঙাৰ ধৰা নিয়ম আছে। এওঁলোকে দৰাঘৰৰ সমদলৰ সমুখত শকত ডোল এডাল বান্ধি থয়। ধন দিলেহে ডোল ডাল আঁতৰাই দিয়ে। এইবোৰ কাম গাঁৱৰ ডেকা লৰাইঁতৰ। যিমান পাৰে সিমান ইহঁতে দৰাৰ সৈতে মুখ-চুপতিও মাৰে। আমাৰ সমাজতো মাৰে। এনেদৰে বন্ধু এজনৰ বিয়াত তাহানি দৰাৰ সমদলৰ লগত যাওঁতে



হেঙাৰ দিয়া ডেকাহঁতে দৰাক সোধা শুনিছিলোঁঃ "আপুনি ছোৱালীক আগৰেপৰা চিনি পায়? আগতে মৰম কৰিছেনে নাই?" কি আচৰিত কথা, কৰিলেও কোনোবাই জানো এনেকৈ বিয়াৰ দিনা ৰাজহুৱাভাৱে স্বীকাৰ কৰিব?

ইউৰোপৰ টিউটনিক, শ্লাভ'নিক আদি সমাজত কইনা লৈ দৰা যেতিয়া নিজ ঘৰলৈ প্ৰত্যাৱৰ্ত্তন কৰে, তেতিয়া বাট ভেটা নিয়ম আছে। গছ এডাল কাটি বাটত দীঘলকৈ পেলাই থয় নাইবা দীঘল ডোল এডালত ফুলেৰে মালা সজাই ডেকাহঁতে বাধা দিয়ে। ছোৱালী লৈ অহা দৰাই ধন দিলেহে বাট এৰি দিয়া হয়। অষ্টাদশ শতিকা পৰ্য্যন্ত ইংলণ্ডৰ ৱেলছ্ প্ৰদেশত মনোৰম প্ৰথা এটাৰ প্ৰচলন আছিল। বিয়াৰ দিনা পুৱা বন্ধু-বান্ধৱ লগত লৈ দৰাই ছোৱালী খোজে। কইনা ঘৰীয়াই আমাৰ ছোৱালী নিদিওঁ বুলি কয়। ইয়াৰ পিছত দুয়ো দলৰ মাজত নিয়ম ৰাখি হুতাহতি হয়। কোনোবা আপোন সম্বন্ধীয়াই কইনাক নিজৰ ঘোঁৰাত তুলি আঁতৰাই নিয়াৰ ভাও দিয়া হয়। চিঞৰ-বাখৰ কৰি দৰা আৰু দৰাঘৰীয়া মানুহে কইনাৰ পিছে পিছে শিশুপাল খেদা দিয়ে। কইনা ঘৰীয়া মানুহ আৰু ঘোঁৰা, ইতিমধ্যে উভয়ে শ্ৰান্ত হৈ পৰে। দৰাই কইনাক ঠিক এনে এক মুহূৰ্ত্ততে থপিয়াই আনি জয়যাত্ৰা কৰে। এনে ধৰণৰ ভুৱা কইনা হৰণ ব্যৱস্থা কেইবা শ বছৰৰ পূৰ্ব্বে আয়াৰলেণ্ড আৰু স্কটলেণ্ডতো আছিল। বিবাহ হৈছে বল-বীৰ্য্য প্ৰদৰ্শনৰ বস্তু। এইবোৰ প্ৰথা তাৰেই প্ৰতীকধৰ্ম্মী প্ৰকাশ। বিয়াৰ দিনা দিল্লীৰ ফালে দৰা ৰণ-যাত্ৰা কৰাৰ দৰেই ঘোঁৰাৰ পিঠিত উঠি কইনা-ঘৰলৈ যাত্ৰা কৰা দেখিছোঁ। প্ৰাচীন ৰণ-প্ৰথাৰ সম্ভৱতঃ ই এটা নিস্তেজ অনুকৰণ।

উলিয়াই দিয়াৰ সময়ত সাধাৰণতে ছোৱালীয়ে কান্দে। দৰাৰ সৈতে আগৰে পৰা চিনাকি ছোৱালীয়েও কান্দে। এই কান্দোনৰ কাৰণ কি? সৰুৰে পৰা ডাঙৰ দীঘল হোৱা এখন ঘৰৰ মোহজাল এৰি আন এখন অপৰিচিত ঘৰৰ পৰিৱেশৰ মাজত নিজকে বিলীন কৰি দিব লগা হোৱাৰ যি বেদনা, সেই বেদনাই চকুপানী হৈ প্ৰকাশ পায়। সহজতে আমি এনেদৰেই ধাৰণা কৰি আহিছোঁ। প্ৰাচীন বুৰঞ্জীৰ বুকুলৈ উলটি গৈ কোনো কোনো পণ্ডিতে কব খোজে—

কইনাৰ অৱচেতন জগতৰ কোনোবা কোণত অপহৰণ আখ্যানৰ স্মৃতি লুকাই আছে। বিদায় বেলাৰ কান্দোন ইয়াৰেই প্ৰতিধ্বনি। এইষাৰ কথা বিশ্বাস কৰিবলৈ টান পাওঁ। অৱচেতন জগতত প্ৰাচীন অপহৰণৰ সোৱঁৰণি লাগি থকাটো সম্ভৱপৰ নহয়। দ্বিতীয় কথা হৈছে, অপহৰণ কৰিলেই যে ছোৱালীয়ে কান্দিব লাগে, তেনে ধৰণৰ কিবা জানো ধৰাবন্ধা নিয়ম আছে? শ্ৰীকৃষ্ণই অপহৰণ কৰি নিওঁতে ৰুক্মিণীয়ে দেখোন কন্দা নাছিল?

দক্ষিণ আমেৰিকাৰ চিলি ৰাজ্যত আৰান্ কেনিয়ান নামেৰে এটা জনজাতি আছে। এওঁলোকৰ ধাৰণা, পিতৃ-মাতৃৰ সন্মতি অনুসাৰে ছোৱালী পলুৱাই আনিলেহে হেনো লৰা-ছোৱালীৰ যুৰীয়া জীৱনত যৌন-কাৰ্য্য নিমজ হোৱা সম্ভৱ। কইনাৰ পিতৃৰ সন্মতি অনুসাৰে বিবাহ-ইচ্ছুক লৰা দুই চাৰিজন বন্ধু লগত লৈ বাটৰ কেঁকুৰিত জোপ লৈ থাকে। সেই বাটেদি এনেয়ে ফুৰিবলৈ ওলাই যোৱাদি ছোৱালী ওলাই যায়। চেগ বুজি এইদৰে ওলাই যাওঁতে দৰাই আজোৰ মাৰি তাইক ঘোঁৰাৰ পিঠিত তুলি চেকুৰ মাৰে। ওৰেটো বাট তায়ো মানুহক দেখুৱাই "নিলে ঔ, নিলে ঔ 'বুলি' চিঞৰি যায়। ইপিনে দৰাৰ ঘৰত বিয়ালৈ অহা মানুহ থুপ খাই থাকে। সকলোৰে হৰ্ষধ্বনিৰ মাজত কইনাক নি তাত উপনীত কৰা হয়। গ্ৰীণলেণ্ডৰ পূব উপকূলতো এনে ধৰণৰ এক নিয়ম আছে। দৰাই কইনাক মাকৰ ঘৰৰপৰা থপিয়াই আনিব লাগে। এইখিনিতে মানুহক দেখুৱাই অলপ হাই-উৰুমিৰ সৃষ্টি হয়। নহলে মানুহে ছোৱালীক নিলাজী বোলাৰ ভয়। কইনা ঘৰৰ অভ্যাগতসকলে সাধাৰণতে দূৰৈৰ পৰা এই হাই-উৰুমি নিৰীক্ষণ কৰি থাকে। হাই-উৰুমিত তেওঁলোকে যোগ নিদিয়ে।

টাৰকোমেন্‌সকলৰ মাজত এটা নিয়ম আছে। সাজপাৰ পিন্ধি সাজি-কাচি কইনা বাছকবনীয়া তেজী ঘোঁৰা এটাৰ পিঠিত উঠে। কোচত এটা মৰা ভেড়া বা ছাগলীৰ পোৱালি থাকে। এইদৰে ঘোঁৰাৰ পিঠিত উঠি যিমান বেগেৰে পাৰে, সিমান বেগেৰে তাই ঘোঁৰা চেকুৰাবলৈ ধৰে। দৰা আৰু দৰাৰ ডেকা বন্ধুহঁতেও ঘোঁৰাৰ পিঠিত উঠি পিছে পিছে চেকুৰ ধৰে। তায়ো কম নহয়। ধৰা পৰা যেন দেখিলেই তাই ঘোঁৰাটো এবাৰ ইফালে এবাৰ সিফালে ঘূৰায়।



এইদৰে ঘোঁৰা চেকুৰাই যেতিয়াই শ্ৰান্ত হৈ পৰে, দৰাৰ দলৰ কোনোবা ডেকাই থাপ মাৰি তাইৰ কোচৰ পৰা মৰা ভেড়া বা ছাগলী পোৱালিটো লৈ আহে। কইনাৰ এনেদৰেই পৰাজয় ঘোষিত হয়। ইয়াৰ পিছত বিয়া, ফুলশয্যা আৰু বহু উজাগৰ নিশা। ......এই ৰীতি মধ্য এছিয়াৰ প্ৰায়বোৰ অঘৰী সমাজতে বিদ্যমান। চিনাই অঞ্চলত বেডুইন সমাজত এটা প্ৰথা আছে। বিয়াৰ আগে আগে পৰ্ব্বতলৈ ছোৱালী পলাই যাব খুজিব লাগে। কোনো কোনো সমাজত আচলতে ছোৱালী পলাই গৈ পৰ্ব্বতত তিনি দিন লুকাই থাকে। আগৰে পৰা মন দিয়া-নিয়া হৈ থাকিলে, তাতে লৰাই ছোৱালীক লগ পোৱাটো আচৰিত কথা নহয়। এনেদৰেই পৰ্ব্বতৰ আঁৰত প্ৰণয়ৰ পাতনি মেল খায়।

মৰক্কোত ধৰাবন্ধা নিয়ম এটা আছে ঃ উলিয়াই দিয়াৰ সময়ত ছোৱালীয়ে কান্দিবই লাগিব। নেকান্দিলে গালৈ বেয়া। আমাৰ শাস্ত্ৰতো এইষাৰ কথা আছে। উলিয়াই দিবৰ সময়ত ৰোমদেশত কান্দি কান্দি ছোৱালীয়ে মাকৰ কোলাত আশ্ৰয় লোৱাৰ নিয়ম। এইদৰে কান্দি থকা অৱস্থাত কইনাক দৰাই মাকৰ কোচৰ পৰা বুটলি অনা নিয়ম। এতিয়াও গ্ৰীচত বিয়াৰ বাবে দৰা-কইনা গীৰ্জ্জালৈ যোৱাৰ পথত ছোৱালীয়ে ওৰেটো বাট কান্দি যোৱাৰ নিয়ম আছে। জাৰ্ম্মেনীত প্ৰচলিত ধাৰণা আৰু স্পষ্ট। ছোৱালীয়ে এইদৰে কন্দাটো মঙ্গলজনক কথা। কান্দিলে লৰা-ছোৱালীৰ যুৰীয়া জীৱন তৃপ্তিদায়ক হয়। নেকান্দিলে কেনা লাগে। জাৰ্ম্মেনীত একেষাৰ কথা আছে ঃ 'এতিয়া নেকান্দিলে আগলৈ কান্দিব লাগিব'। পৰিস্থিতি যদিও সুকীয়া আমাৰ বিহুনামত জানো নাই?

"যাবলৈ ওলাইছা যোৱাগৈ লাহৰী
কান্দি ভাত খাবলৈ পাবা।"

এইটো ধাৰণা শ্লাভনিক সমাজতো একালত আছিল। জন-সমাজে পুৰণি ৰুচিয়াত এনেদৰে ধাৰণা কৰিছিল ঃ কান্দোন যিমানেই প্ৰচুৰ হয়, কইনা সিমানেই প্ৰশংসাৰ পাত্ৰী। এনে ধৰণৰ কান্দোনত ৱেষ্টাৰমাৰ্কে কবৰ দৰে 'যৌন-বিষয়ক বিনম্ৰতা'ৰ কথাও আছে। মূলতে তৃপ্তিদায়ক যদিও বিবাহৰ অৰ্থ যে অন্ততঃ কিছুদিনৰ কাৰণে যৌন-অত্যাচাৰ, এইষাৰ কথা কইনাই বুজে।

কোনো যুৱতীয়ে জানি-শুনি কেতিয়াও নিজৰ স্বতন্ত্রতা আৰু যৌন-বিশুদ্ধতা জলাঞ্জলি দিব নোখোজে। পুৰুষে বল নকৰিলে কোনো ছোৱালী কেতিয়াও যৌন-কাৰ্য্যৰ ক্ষেত্ৰত সহজে সৈমান হব নোখোজে। অ'. চি. মূলাৰে এই বিষয়ে স্পষ্ট মত দিছে: "The young woman could not surrender her freedom and virgin purity unless compelled by the violence of the stronger sex."

লাজ লাগে। সেই কাৰণেই কান্দে। কান্দোনৰ এনেধৰণৰ ব্যাখ্যাও যৌন-তাত্ত্বিক সকলে দিয়ে। এইখিনিতে এটা প্ৰশ্ন হব পাৰে। যি সকলে নাৰীৰ বিবাহৰ পূৰ্ব্বৰে যৌন-অভিজ্ঞতা আছে, সেই সকলে কান্দে কিয়? ইয়াৰ উত্তৰত যৌনতত্ত্বৰ পণ্ডিতসকলে কয়: পূৰ্ব্বৰ অভিজ্ঞতা থাকিব পাৰে। তেনে অভিজ্ঞতাৰ কথা ৰাজহুৱা হোৱাটো কোনো ছোৱালীয়ে কেতিয়াও কামনা নকৰে। সেই কাৰণেই কান্দে। যেনে ধৰণৰ নহওক লাগিলে, আচলতে লাজ ঢাকিবলৈকে ছোৱালীয়ে কান্দে।

দক্ষিণ মেচিডনিয়াৰ গ্ৰাক সকলৰ মাজত দৰাৰহে লাজ, দৰাক ছোৱালী অনাৰ দৰে বিয়াতলীলৈ আগবঢ়াই আনিব লাগে। ছোৱালীক বিয়াতলীলৈ যে দাং কোলাকৈ অনা হয়, কোনো কোনো পণ্ডিতৰ মতে, এয়া হৈছে পুৰণি হৰণ কাৰ্য্যৰ স্মৃতি-ৰক্ষা। এইসকলৰ মতে কইনাৰ মূৰৰ ওৰণি, কইনাক আঙঠী প্ৰদান প্ৰথা ইত্যাদিও একপ্ৰকাৰ পুৰণি প্ৰথাৰ স্মৃতিৰক্ষা।

দুয়োঘৰৰ ভিতৰত বিয়াৰ সিদ্ধান্ত হয়, তাৰ পিছত বিবাহ-উৎসৱ অনুষ্ঠিত হয়। সিদ্ধান্ত আৰু পালন, এই দুয়োটাৰ মাজত সমাজে নিৰ্দ্ধাৰণ কৰি দিয়া তেনে কোনো ব্যৱস্থা নাই। কেতিয়াবা বিয়াৰ সিদ্ধান্ত হোৱাৰ পিছত বছৰৰ অন্তত বছৰ অতিবাহিত হয়, কেতিয়াবা তেতিয়াই বিয়া সম্পাদিত হয়। আয়াৰলেণ্ডৰ পশ্চিম অঞ্চলত সিদ্ধান্ত হোৱাৰ এদিন বা বৰ বেছি দুদিনৰ ভিতৰত বিবাহ-কাৰ্য্য সমাধা কৰা হয়। মধ্যযুগীয় ইহুদী সমাজত দুয়োটা কাম একেলগেই হৈছিল। কইনা-ঘৰৰ ভোজ-ভাত, অভ্যৰ্থনা আদিৰ যোগান দৰা-ঘৰে ধৰিব লগা হৈছিল।

কোনো সমাজত বিয়াৰ পিছত দৰা-কইনা যৌনকাৰ্য্য সমাধানত



যে বিফল হোৱা নাই, তাৰো প্ৰমাণ দিব লগা হয়। পূব আফ্ৰিকাত বাণ্টু কবিৰ'ন্দো নামেৰে এটা সম্প্ৰদায় আছে। এওঁলোকৰ এটা প্ৰথা আছে: দৰা-কইনাই প্ৰথম নিশা যৌন-কাৰ্য্য কিছুমান মাইকীমানুহ, ঘাইকৈ গাভৰু ছোৱালীৰ আগত সমাধা কৰি দেখুৱাব লাগে। এসময়ত টিউটনিক দেশসমূহত এটা নিয়ম আছিল: প্ৰথম নিশা গাত একেখন কাপোৰ লৈ দৰা-কইনা শুব লাগিব। শোৱাপাটী পাৰোঁতে ওচৰত কোনোবা সাক্ষী থাকিব লাগিব। আজি কিছুবছৰৰ আগলৈকে টিউটনিক্ সমাজত এই নিয়মৰ প্ৰৱৰ্ত্তন আছিল। শ্লাভ'নিক ৰাইজৰ মাজতো এসময়ত এই ৰীতি আছিল।

প্ৰায়বোৰ সামাজিক ৰীতি-পদ্ধতিৰ অন্তৰালত একেটাই মাথোন অৰ্থ—ল'ৰা-ছোৱালীৰ যৌন-জীৱন বিবাহৰ জৰিয়তে সাৰ্থক কৰা। প্ৰায়বোৰ ইন্দো-ইউৰোপীয় সমাজত দৰা-কইনাৰ হাত মিলোৱা নিয়ম আছে। দৰা-কইনাৰ হাতৰ মিলনে দেহা আৰু মনৰ মিলনৰ আগজাননী দিয়ে। হাতৰ মিলনক কোনো কোনোৱে সম্প্ৰদানৰ অৰ্থত ব্যৱহাৰ কৰে। ই যিয়েই নহওক লাগিলে, হাতৰ মিলনৰ অৰ্থ প্ৰতীকী। আমাৰ দেশৰ কোনো কোনো অঞ্চলৰ দৰে পোলেণ্ড, বুলগেৰিয়া, পৰ্ত্তুগাল ইত্যাদি দেশত দৰা-কইনাৰ হাত যোৰা লগাই বান্ধি দিয়া হয়। 'আঁচুফুল' বোলা কিতাপখনত লেখিছোঁ: "যুৱীয়া জীৱন সাৰ্থক হবলৈ হলে যৌন-জীৱন কেৱল সামঞ্জস্যপূৰ্ণ হলেই নহব। মনস্তাত্ত্বিক আৰু আত্মিক জীৱনো সমপৰ্য্যায়ৰ হব লাগিব।" বিবাহৰ উদ্দেশ্যই হৈছে নাৰীৰ গৰ্ভধাৰণ। আমাৰ পুৰোহিত সকলৰ দ্বাৰা বিয়াত উচ্চাৰিত মন্ত্ৰ অতি অৰ্থব্যঞ্জক, "বিষ্ণুৱে তোমাৰ গৰ্ভকোষ সাৰুৱা কৰক। ব্ৰহ্মাই ৰূপ দিয়ক। প্ৰজাপতিয়ে প্ৰাণ সঞ্চাৰ কৰক।" 'আঁচুফুল' কিতাপত আছে: "আনকি প্ৰথম যৌনকাৰ্য্যৰ পাতনিও ভগবানৰ ওচৰত প্ৰাৰ্থনা কাৰ্য্যৰেহে মেলা হৈছিল, কাৰণ, ভগবান তুষ্ট হলেহে সৃষ্টি সম্ভৱ।"

আদিম সমাজত নাৰীক কেন্দ্ৰ কৰি বহুতো জনবিশ্বাসৰ উৎপত্তি হোৱা দেখা যায়। এইবোৰ সমাজত বিবাহৰ অন্তত নাৰী-পুৰুষৰ যি প্ৰথম যৌন মিলন অনুষ্ঠিত হৈছিল, সেই মিলনক ধাৰ্ম্মিক মৰ্য্যাদা প্ৰদান কৰা হৈছিল। নাৰী-পুৰুষৰ প্ৰথম যৌনকাৰ্য্যৰ মুহূৰ্ত্তত কোনো

কোনো সমাজত হাতত ঘৰৰ লিগিৰী-লিকচোঁৰে জোৰ-বন্তি লৈ নিশাৰ আন্ধাৰত বাহিৰলৈ ওলাই যোৱাৰ নিয়ম আছিল। উক্ত ৰীতিৰ উদ্দেশ্য হৈছে ভূত-প্ৰেতক সতৰ্ক কৰা ·····নাৰী-পুৰুষৰ প্ৰথম যৌন-মিলনৰ মুহূৰ্ত্ত হৈছে শুভবস্তু। এই কাৰণেই সম্ভৱতঃ আন এঠাইত কৈ অহাৰ দৰে নাৰীৰ যৌন-মিলনৰ বাট বিবাহৰ পিছত প্ৰথমতে মুকলি কৰাৰ দায়িত্ব ন্যস্ত হৈছিল পুৰোহিত সমাজৰ ওপৰত।

দৰা-কইনাৰ হাতত কোনো কোনো সমাজত সুকীয়াকৈ কিবা বস্তু বান্ধি দিয়া হয়। পূব আফ্ৰিকাৰ নন্দী বোলা সম্প্ৰদায়টোৰ মাজত এটা নিয়ম আছেঃ দৰা-কইনাৰ হাতত এবিধ গছৰ শিপা বান্ধি দিয়া হয়। আঙঠী প্ৰদানৰ জৰিয়তে এই অৰ্থকে বুজোৱা হয়। অতীজতে টিউটনিক সমাজত সোণ বা ৰূপৰ মুদ্ৰা ডুফাল কৰি দৰা-কইনা উভয়ৰে হাতত একোফালকৈ দিয়াৰ নিয়ম আছিল। ক্ৰমাৎ ইয়াৰ পৰিবৰ্ত্তে এইসকলৰ সমাজত আঙঠী প্ৰদানৰ ব্যৱস্থা গ্ৰহণ কৰা হয়। স্কাণ্ডিনেভিয়াত সপ্তদশ শতিকা পৰ্য্যন্ত আঙঠী সলোৱা প্ৰথাৰ প্ৰচলন হোৱা নাছিল। এই সামাজিক নিয়ম পদ্ধতিসমূহে যুৱীয়া জীৱন টনকিয়াল কৰা কথাকে বুজায়। উত্তৰ-পূব স্কটলেণ্ডত একেষাৰ কথা আছেঃ "যিজনী ছোৱালীয়ে বিয়াৰ আঙঠী হেৰুৱায়, তাই এদিন মানুহটোও হেৰুৱাব লাগিব।"

এওঁলোকৰ সমাজত আৰু এটা নিয়ম আছেঃ দৰা-কইনাই বিয়াৰ পিছত একেখন কাঁহীৰ বা পাতৰপৰা খাব লাগে। বৰ আচৰিত, হিন্দু সমাজৰ কোনো কোনোৰ ক্ষেত্ৰত ওৰেটো জীৱনজুৰি এই নিয়ম প্ৰচলন হোৱা দেখিছোঁ। একেখন কাঁহী বা একেটা পাত্ৰৰ পৰা খোৱা, দৰা-কইনাৰ কাপোৰত গাঁথি দিয়া, উপহাৰ বিনিময় কৰা ইত্যাদি হৈছে আগন্তুক যৌনকাৰ্য্যৰ প্ৰতীকধৰ্ম্মী স্বীকৃতি। আমাৰ বিবাহবিধিতো জন-বিশ্বাসৰ স্তৰত এনেবোৰ প্ৰথাৰ প্ৰচলন থকাৰ প্ৰমাণ আছে। বৰ্ত্তমান স্বাস্থ্যবিজ্ঞানৰ ব্যুৎপত্তি বাঢ়ি অহাৰ লগে লগে বহুতখিনি ইয়াৰ প্ৰচলন অৱশ্যে কমি আহিছে। প্ৰাচীন গ্ৰীছৰ কথা মনত পৰিছে। এইখন দেশত বিয়াৰ পিছত দৰা-কইনাই একেটা ৰুটিকে ডুফাল কৰি খোৱা নিয়ম। অতীত কালত ৰোমত ৰুটি এটা জুপিটাৰ দেৱতালৈ পোনতে আগবঢ়াই অৱশেষত অভ্যাগত সকলক সাক্ষী ৰাখি দৰা কইনা,



উভয়ৰে মাজত ডুভাগ কৰি খোৱাৰ নিয়ম আছিল। এনেবোৰ প্ৰথা এতিয়াও ইউৰোপৰ বহু দেশত প্ৰচলিত হৈ আছে।

চুইডেনত এটা জনবিশ্বাস আছে। ডেকা-গাভৰু এহালে যেতিয়া কিবা এটা বস্তু একে গৰাহতে খায়, তেতিয়া ইটোৰ প্ৰতি সিটো অতি গভীৰভাৱে আকৃষ্ট হয় বুলি ধাৰণা কৰা হৈছিল। যুৱীয়া জীৱনৰ পাতনি মেলা আন ডেকা-গাভৰুৰ ক্ষেত্ৰতো এইষাৰ কথা প্ৰয়োগ কৰিব পাৰি। জাৰ্ম্মেনীত এটা বিশ্বাস আছেঃ কোনোবাই যদি পুৱাবেলা একেখন চামুচেৰে চুপ খায়, তেন্তে তেওঁলোকৰ বৈবাহিক জীৱন সাৰ্থক হবলৈ বাধ্য। মৰক্কোৰ পৰ্ব্বতীয়া জাতি এটাৰ মাজত এনে ধৰণৰ এটা নিয়ম আছেঃ বিয়াৰ দিনা ভোজৰ বাবে হত্যা কৰা ভেড়াৰ হৃৎপিণ্ড দৰা কইনা, উভয়ে একেলগে খাব লাগে। তেতিয়া হেনো বৈবাহিক জীৱন সুখৰ নহৈ উপায় নাই। এইবোৰ ৰীতি-নীতিৰ কিবা অৰ্থ আছে যদিও নেজানোঁ, কিন্তু সাধাৰণ বিশ্বাসৰ বুজ লৈ যে কিবা এক মানসিক তৃপ্তি পোৱা যায়, সেই বিষয়ে সন্দেহ নাই। 'মানৱ-সমাজৰ জনবিশ্বাস' এই শিৰোনামাৰে কোনোবাই এই বিষয়ে এখন কিতাপ লিখিব পাৰে।

কোনো কোনো সমাজত, যাইকৈ দক্ষিণ-আমেৰিকাৰ কোনো কোনো ৰেড ইণ্ডিয়ানৰ মাজত, একেটা পাত্ৰৰ পৰা দৰা কইনাই খোৱাৰ নিয়ম আছে। চীনদেশত এটা নিয়ম আছিলঃ যৌন-জীৱনৰ পাতনি মেলাৰ আগমুহূৰ্ত্তত ফুলশয্যাৰ দিনা নিশা দুটা পাত্ৰত অলপ ফটিকা লৈ একেলগে দৰা-কইনাই খোৱাৰ নিয়ম। পাত্ৰ দুটা ৰঙা সূতা এডালেৰে বান্ধি দিয়া হয়। পাত্ৰটোত সোহা মাৰি দৰাই কইনাক দিয়ে। কইনাই সোহা মাৰি দৰাক দিয়ে। জাপানতো এনেদৰে দৰা কইনাই মদ্যপান কৰা নিয়মঃ ন বাৰ পাত্ৰ কেইটা দৰা কইনাৰ মাজত আদান-প্ৰদান কৰা হয়। ইটালীৰ পৰা আৰম্ভ কৰি নৰওৱে পৰ্য্যন্ত, ব্ৰিটেইনীৰ পৰা আৰম্ভ কৰি ৰুছিয়া পৰ্য্যন্ত, এই প্ৰথা থকাৰ প্ৰমাণ আছে। ইয়াৰ প্ৰমাণ স্কটলেণ্ডত আছে। পৃথিৱীত সিঁচৰতি হৈ থকা ইহুদী সমাজতো আছে। এনেদৰে মদ্যপান কৰাটো ৰীতি বিশেষত পৰিণত হৈছে। ইয়াৰ কাৰণ কি? ১৯৬২ চনৰ চীনৰ আক্ৰমণৰ সময়ত অসমত কোনোবা এটা অঞ্চলত বাগিছাৰ বনুৱা ছোৱালী এজনী লগ পাইছিলোঁ। বাগিছাৰে বনুৱা ল'ৰা

এটাৰ লগত তাইৰ বিয়া হৈছে। তথাপি স্বামীক এৰি এবাৰ নহয়, তিনিবাৰকৈ তাই মৈমনছিঙীয়া চকুৱা ডেকা এটাৰ লগত পলাইছে। অনুসন্ধান কৰি জানিলোঁ—বৰকৈ ফটিকা খাই নললে তাইক হেনো বিবাহিত স্বামীয়ে যৌন-তৃপ্তি দিব নোৱাৰে। তেওঁৰ যৌন শক্তিক ফটিকাইহে হেনো সৌষ্ঠৱ দিয়ে।......বিবাহৰ বিশেষ এক অঙ্গ স্বৰূপে যিবোৰ সমাজত ফটিকাৰ ব্যৱহাৰ আছে, সেইবোৰৰ ক্ষেত্ৰত ওপৰত উল্লেখ কৰা ঘটনাটোৰ দৰে কিবা যৌন-অৰ্থ আছে বুলি কবৰ মন যায়।

ইউৰোপৰ কোনো কোনো অঞ্চলত মৰক্কোৰ দৰে বিয়াৰ দিনা কণী নাইবা আইনাৰ কিবা পাত্ৰ ভঙাৰ নিয়ম আছে। এওঁলোকৰ সমাজত এটা জন-বিশ্বাস আছে; বিয়াৰ দিনা কনী নাইবা আইনাৰ কিবা পাত্ৰ নেভাঙিলে যৌনকাৰ্য্য ফলৱতী হোৱাটো সম্ভৱপৰ নহব পাৰে। যৌন-জীৱন সাৰ্থক হোৱাৰ পথত বাধা-বিঘিনি অলেখ। এই ক্ষেত্ৰত কোনোবাই যাদু কৰাৰ ভয় আছে। চিৰমিয়াৰ চাৰ্বসকলৰ এটা নিয়ম আছেঃ পৰিয়ালৰ ডাঙৰজনে মাজনিশা কইনাক নি দৰাৰ শোৱনী কোঠাত থৈ আহে। ইয়াৰ পিছত দৰা-কইনাই এগিলাছ মদ একে সোহাই খাই গিলাছটো শোৱনী কোঠাৰ দুৱাৰলৈ দলিয়াই ভাঙি ডোখৰ ডোখৰ কৰে। কইনাৰ কৌমাৰ্য্য ভঙ্গৰ বাবে যে প্ৰস্তুতি চলোৱা হৈছে, এই কাৰ্য্যৰ জৰিয়তে সেইযাৰ কথা বুজোৱা হয়। এয়ে হৈছে গিলাচ ভঙাৰ প্ৰতীকী অৰ্থ।

বিবাহ বা নাৰীৰ যৌৱন-প্ৰাপ্তিৰ সৈতে সন্নিবিষ্ট ৰঙা ৰং হৈছে যৌন-প্ৰতীক। নাৰীৰ ঋতুস্ৰাৱৰ সৈতে এই ৰঙৰ সম্বন্ধ। এইখিনিতে 'এই গাঁও এই গীত' বোলা কিতাপখনৰপৰা কেইযাৰ মান কথা উদ্ধৃত কৰিব খুজিছোঁ। "বিবাহিতা নাৰীয়ে কেশ-গুচ্ছৰ মুকলি বাটটোত, সেওঁতাত, সেন্দুৰ পিন্ধে। সেন্দুৰ তেজৰ প্ৰতীক। ঋতুমতী নাৰীৰ মাতৃত্বৰ বোজা গ্ৰহণ কৰিব পৰা শক্তি আৰু সামৰ্থ্যৰ প্ৰতীক হৈছে শিৰৰ এই সেন্দুৰ। ঋতু যে হৈছে, তাকেই ই ঘোষণা কৰে। অৰ্থাৎ তেওঁ যে গ্ৰহণ কৰিব পৰা শক্তি অৰ্জ্জন কৰিছে, তাৰেই ই মুকলি চিন। বহু সময়ত লোক-গীতত ৰঙা ৰহন এনে ধৰণৰ অৰ্থত ব্যৱহৃত হোৱা দেখা যায়। আমাৰ বিহুগীতত আছেঃ



আঁহতে সলাবৰ পাত
আমাৰ আইটিয়ে বৰণটি সলালে
ললে ৰঙা বিহা গাত।

'ৰঙা বিহা'-ই আইটিৰ যৌৱন-প্ৰাপ্তিৰ কথা ঘোষণা কৰিছে। অৰ্থাৎ বিয়েট্ৰিছ এজনী ছাইকী হৈছে।"

ফুলশয্যাৰ দিনা নিশা কেণ্টনবাসী চীনাসকলৰ সমাজত দৰা কইনাৰ শোৱাপাটীৰ ওপৰত ৰঙা ফিটা তিনিডাল ওলোমাই দিয়া নিয়ম! ফিটা কেইডাল আঁৰিবৰ সময়ত আঁৰি-দিওঁতা জনে কয়ঃ 'এশ পুত্ৰ-সন্তান আৰু এহেজাৰ নাতি-ল'ৰা তোমাৰ হওক।' গ্ৰীছ আৰু ৰোমত সম্পূৰ্ণৰূপে ফুলশয্যা ৰঙা কাপোৰেৰে সজোৱা হয়। ফিনলেণ্ডত একিনাছ নামেৰে এটা সম্প্ৰদায় আছে। নিশা কইনা শোৱা পাটীৰ কাপোৰখন সম্পূৰ্ণৰূপে ৰঙা হব লাগিব।

বিবাহৰ উদ্দেশ্য হৈছে নাৰীক ফলৱতী কৰা, অৰ্থাৎ জননী কৰা। ঘাইকৈ পুত্ৰ সন্তানৰ মাতৃ কৰা। এই উদ্দেশ্যক আগুৰি মানৱ-সমাজত যুগে যুগে নানান সংস্কাৰৰ উদ্ভৱ সাধন হৈছে। মৰক্কোত দৰাৰ মাকে ল'ৰাৰ পুৰণি কাপোৰেৰে টোপোলা এটা কৰি পিঠিত কেঁচুৱা নচুৱাদি লৈ ফুৰাৰ নিয়ম। এইটো হৈছে বোৱাৰীয়েকক সোনকালে ফলৱতী কৰাৰ প্ৰতীকী উপায়। এই বিষয়ে আৰু এটা নিয়ম আছে। সেইটো হৈছে, জাল এখনত তুলি ছোৱালীৰ মাকক গাঁৱৰ ডেকাইঁতে কেঁচুৱা নচুৱাদি নচুৱাই ফুৰায়। দ্বিতীয়টোতকৈ প্ৰথমটো উপায় অধিক কাৰ্য্যকৰী বুলি ধাৰণা কৰা হয়। এই একে উদ্দেশ্য সাধনৰ অৰ্থে আমাৰ সমাজতো প্ৰস্তুতিৰ প্ৰমাণ আছে। 'আঁচুফুল' কিতাপত আছেঃ "......এই কাৰণেই নাৰীৰ যেতিয়া প্ৰথম ঋতু লাভ হয়, সেই ঋতু লাভকো উৎসৱৰ মৰ্য্যাদা প্ৰদান কৰা হয়। আমাৰ তোলনি-বিয়া একপ্ৰকাৰৰ সমপৰ্য্যায়ৰ বস্তু। নোৱাই-তোলনি নামতো সন্তান লাভৰ উদ্দেশ্য ধ্বনিত হোৱা শুনা যায়। উদাহৰণ স্বৰূপেঃ

জোনবেলি, ল'ৰাই কান্দিছে
জোনবেলি, তোহাঁ তোহাঁ কৰি
তৰাটি এ, বাটিত দৈ থৈছোঁ খোৱা।"

মৰক্কোত এটা জন-বিশ্বাস আছেঃ দৰাৰ ঘৰলৈ কইনাক তুলি নিয়া

ঘোঁৰা যদি মাইকী হয়, তেতিয়া ল'ৰাও হব পাৰে, ছোৱালীও হব পাৰে। সেই ঘোঁৰা যদি মাইকী নহৈ মতা হয়, তেতিয়া কেৱল ল'ৰা হে জন্ম হোৱাৰ সম্ভাৱনা। কোনোবাই যদি কেৱল পুত্র সন্তানহে বিচাৰে, তেন্তে মতা ঘোঁৰা ব্যৱহাৰ কৰে। কোনোবাই যদি ল'ৰা ছোৱালী দুয়োবিধ সন্তান বিচাৰে, তেতিয়া মাইকী ঘোঁৰা ব্যৱহাৰ কৰা হয়। কোনো কোনো ক্ষেত্রত দেখা যায়, এই একে উদ্দেশ্যেৰে কইনা উঠি যোৱা ঘোঁৰীজনীৰ ঠিক কইনাৰ পিছফালে সৰু ল'ৰা এটা তুলি নিয়া হয়। দিল্লীত দেখিছোঁ কইনাৰ ঘৰলৈ দৰা উঠি যোৱা ঘোঁৰাৰ পিঠিত দৰাৰ লগত একোটা সৰু ল'ৰা নিয়া হয়। এনেদৰে ঘোঁৰাৰ পিঠিত উঠি যোৱা সৰু ল'ৰাটোক এইফালে 'বক্ষক' বোলে। এই ব্যৱস্থাৰ অৰ্থ প্ৰতীকী, অৰ্থাৎ সন্তান লাভৰ আকাঙ্ক্ষা। চুইডেনৰ কোনো কোনো অঞ্চলত বিয়াৰ আগদিনা নিশা কইনাই লগত সৰু ল'ৰা এটা লৈ শোৱাৰ নিয়ম। তিতা গাবে আমাৰ কইনাই যে কল, তামোলৰ ঠোক সেৱা কৰে, এই নিয়মবো ওপৰত দি অহা উদাহৰণবোৰৰ দৰে প্ৰতীকী অৰ্থ আছে। অৰ্থাৎ মেটমৰা তামোল বা কলৰ ঠোকৰ দৰে তেওঁৰো গৰ্ভকোষ মেটমৰা হওক। শ্লাভনিক সমাজত কইনাৰ কোচত ল'ৰা এটা তুলি দিয়া হয়। আমাৰ অসমৰো কোনো কোনো অঞ্চলত নোৱাই তোলনি বিয়াৰ দিনা কইনাৰ কোচত কেচুৱাৰ আকৃতিৰ কাপোৰৰ টোপোলা এটা দিয়া হয়। অৰ্থ সমজাতীয়। সম্ভৱতঃ এনে ধৰণৰ ৰীতি একালত সমূহ ইন্দো-ইউৰোপীয় জাতিৰ মাজত প্ৰচলিত আছিল। আমাৰ শাস্ত্ৰত আছে ঃ দৰাৰ ঘৰত ভৰি দিয়াৰ লগে লগে কইনাৰ কোচত ল'ৰা এটা তুলি দিব লাগে।

প্ৰাচীন ইন্দো-ইউৰোপীয়ান সকলৰ মাজত আৰু এটা নিয়ম আছিল ঃ কইনাৰ গাত ধান চাউল নাইবা তেনেজাতীয় কিবা শইচৰ গুটি ছটিওৱা হয়। আমাৰ সমাজতো কইনা নোৱাওঁতে চাউল ছটিয়াই বিয়া-নাম গোৱা হয়। তেনে নামৰ উদাহৰণ এটা তলত দিলোঁ।

ৰূপৰে বাটিতে মাহে হালধি
সোণৰে বাটিতে দৈ।
গৌৰীক নোৱাবলৈ মেনকা আহিছে
মাথাতে ওৰণী লৈ॥



এনেদৰে কইনাৰ গালৈ চাউল, মাহ ইত্যাদি ছটিওৱা ৰীতি প্ৰাচীন ভাৰতবৰ্ষ, ইন্দো-চীন, মালয় দ্বীপপুঞ্জৰ পৰা আৰম্ভ কৰি পশ্চিম আটলান্টিক মহাসাগৰৰ উপকূলত অৱস্থিত প্ৰায়বোৰ দেশতে পৰিব্যাপ্ত হৈ থকাৰ প্ৰমাণ আছে। কইনা দৰাৰ ঘৰত প্ৰৱেশ কৰাৰ লগে লগে প্ৰাচীন গ্ৰীছত দৰাই ছোৱালীক আখলৰ ফাললৈ আগবঢ়াই নি নানাবিধ ফলমূলেৰে ওপচাই দিয়াৰ নিয়ম আছিল। শ্লাভ'নিক দেশসমূহত চাউল, আখৈ ইত্যাদি দৰা-কইনাৰ গালৈ ছটিওৱাৰ নিয়ম। ফৰাছী দেশৰ কোনো অঞ্চলত দৰা কইনাৰ গাত যৱধান ছটিওৱা হয়। সপ্তদশ শতিকাত কইনা গীৰ্জ্জাঘৰৰপৰা ওলাই আহোঁতে ইংলণ্ডত এনেদৰে যৱধান ছটিওৱা নিয়ম আছিল।

এইসময়ত উত্তৰ ইংলণ্ডত কইনা দৰাঘৰত প্ৰৱেশ কৰাৰ লগে লগে কইনাৰ মূৰৰ ওপৰেদি পিঠা দলিওৱাৰ নিয়ম আছিল। আমাৰ এতিয়াও দৰা আদৰোঁতে কইনাৰ মাকে পিঠাগুৰিৰ লাড়ু দৰাক সুঙাই কেউদিশে দলিয়াই দিয়াৰ নিয়ম আছে। আয়াৰলেণ্ডৰ পশ্চিম অঞ্চলত এসময়ত এনেদৰে দৰাঘৰলৈ কইনাৰ আগমনৰ লগে লগে কইনাৰ মূৰৰ ওপৰত পিঠা এটা ডোখৰ ডোখৰ কৰাৰ নিয়ম আছিল। এই সকলোবোৰ প্ৰতীকধৰ্ম্মী ৰীতি-পদ্ধতি। ওপৰত শইচ, ফলমূল আদিৰ কথা উল্লেখ কৰিছোঁ। তাহানি সপোনৰ ব্যাখ্যাৰ বিষয়ে কিতাপ এখন পঢ়োতে—এইখন কিতাপ সম্ভৱতঃ ১৯৪২ চনত জেলত থাকোঁতে পঢ়িছিলোঁ—একেষাৰ কথা পঢ়া মনত আছে। গাভৰু ছোৱালীয়ে যেতিয়া এপাচি ধান-চাউল বা ফল-মূলৰ সপোন দেখে, পাচি হৈছে তাইৰ গৰ্ভকোষৰ প্ৰতীক। ফলমূল হৈছে সন্তানৰ প্ৰতীক। এইষাৰ কথা যদি সঁচা হয়, তেন্তে ওপৰত উল্লেখ কৰা ধান, চাউল, আখৈ, ফলমূল ইত্যাদিৰ ব্যৱহাৰে সমজাতীয় কিবা এক অৰ্থ বুজায়। ইয়াৰ উপৰি আৰু এটা ব্যাখ্যা হব পাৰে। এই ব্যাখ্যা দাৰ্শনিকপ্ৰবৰ বাৰ্ট্ৰাণ্ড ৰাছেলে দিয়া। নাৰী আৰু পথাৰ, সমজাতীয় বস্তু। নাৰীয়ে সন্তানৰ জন্ম দিয়াৰ দৰে পথাৰত শস্য উৎপাদন হয়। প্ৰশ্ন হয়, এনে নিয়মৰ উৎপত্তি হবলৈ পালে কেনেকৈ? মগনহাৰড্ বোলা এজন সমাজবিদৰ মতে এনে নিয়মৰ উৎপত্তি হবলৈ পালে "from the feeling of a sympathetic connection between mankind and seed-bearing

grasses and the comparision between the fruit of the body and of corn."

মেক্সিকোৰ কৃষিজীৱী আজটেক্ সমাজত হাতত ধৰি কইনাক দৰাই আগবঢ়াই নি জুহালৰ কাষত 'ওচৰাওচৰিকৈ দুয়ো থকাৰ নিয়ম আছে। ইয়াৰ পিছত আশীৰ্ব্বাদ দি পুৰোহিতে দৰা কইনা, উভয়ৰে কাপোৰ গাঁথি দিয়ে। আশীৰ্ব্বাদৰ অন্তত কইনাই সাতবাৰ জুহালখন প্ৰদক্ষিণ কৰে, আমাৰ 'সপ্তপদী'ৰ লেখীয়া। পাৰ্থক্য হৈছে আমাৰ ক্ষেত্ৰত দৰা কইনা, উভয়ে অগ্নি প্ৰদক্ষিণ কৰে। এওঁলোকৰ কেৱল কইনাইহে প্ৰদক্ষিণ কৰে। জুইত ধূপ-ধূনা অৰ্পণ কৰা হয়। খাবলৈ বহি ইজনে সিজনক খুৱাই দিয়ে। বিয়ালৈ নিমন্ত্ৰিত অতিথিবৰ্গ আনপিনে খোৱা-বোৱা, ৰং-ৰহইচ কৰাত উত্ৰাৱল হৈ থাকে। চতুৰ্থ নিশা দৰা কইনাই তেওঁলোকৰ প্ৰথম যৌনকাৰ্য্য সমাপন কৰে। ইয়াৰ পাছত আকৌ ভোজ-ভাতৰ যোগাৰ হয়, অতিথিবৰ্গক দান-দক্ষিণা দিয়া হয়। ইয়াৰ বিনিময়ত অতিথিবৰ্গই দৰা কইনাক যৌনকাৰ্য্যৰ কৃতকাৰ্য্যতাৰ বাবে অভিনন্দন জনায়।

আন কোনো কোনোৰ মতে যাদু বা অসৎ শক্তিৰ প্ৰভাৱৰপৰা আত্মৰক্ষা কৰাৰ উদ্দেশ্যৰে এনে ৰীতি-নীতি প্ৰয়োগ কৰা হয়। এই সকলৰ মতে পিঠা ছটিওৱাৰ অৰ্থ হৈছে ল'ৰা-ছোৱালীহালৰ যুৱীয়া জীৱন যাতে পিঠাৰ দৰেই মধুৰ হয়, স্বাদযুক্ত হয়। কোনো কোনোৱে ভাবে, পিঠা আগবঢ়োৱা হয় দেৱতাৰ অৰ্থে, দেৱতাক সন্তুষ্ট কৰাৰ উদ্দেশ্যৰে। আচলতে এইবোৰ ৰীতি-পদ্ধতি হৈছে প্ৰজননশক্তি বৃদ্ধিৰ প্ৰতীকবাদী প্ৰস্তুতি। সমাজতাত্ত্বিক সকলে ইয়াকেই 'Prophylectic magic' বোলে। এইক্ষেত্ৰত ৱেষ্টমাৰ্কৰ মত সুস্পষ্ট: 'To ensure prosperity and abundance and to avert evil may have been equally primitive motives for it.' এই দ্বিতীয় ধাৰণাৰ যে কোনো জনভিত্তি নাই, তেনেদৰে ধাৰণা কৰাটো ভুল। স্থূল চিন্তাবস্তুক কেনেকৈ মাৰ্জ্জিত ৰূপ দিব লাগে, আদিম মানুহে সেইযাৰ কথা জানিছিল।

শেষৰ ফাঁকি কথাৰ সমৰ্থনত একেষাৰ কথা কব খুজিছোঁ। বৈবাহিক জীৱনক নিৰাপদ আৰু অৰ্থপূৰ্ণ কৰাৰ উদ্দেশ্যৰে জন-মানসে



কিছুমান ৰীতি-পদ্ধতিৰ উদ্ভাৱন কৰিছিল। কাৰণ, আনুষ্ঠানিক ভিত্তি নথকা এবচ্‌ট্ৰেক্ট্ উপদেশে বা নিৰ্দ্দেশে জন-মানসৰ ওপৰত ক্ৰমেই প্ৰভাৱ পেলাব পাৰে। বিয়া শুভকাম। গতিকে অশুভ বুলি ধাৰণা হোৱা কিছুমান দিন বিবাহ-উৎসৱৰ কাৰণে বৰ্জ্জন কৰা হয়। আমাৰ সমাজত প্ৰচলিত দৰা কইনা নোওৱাৰ প্ৰথাও এনে ধাৰণাৰ বশৱৰ্ত্তী। দৰা কইনা লঘোনে থকাও এনে ধাৰণাৰ পৰাই উৎপত্তি। সহজে জন-সাধাৰণৰ বোধগম্য কৰাৰ উদ্দেশ্যেৰে এনেবোৰ ব্যৱহাৰিক নীতি-নিয়মক ধৰ্ম্ম দ্বাৰা মোহৰ মৰা হৈছিল। আদিম মানুহে দেও-ভূতৰ কথা বৰকৈ চিন্তা কৰিছিল; সকলোতে তেওঁলোকে ভূতৰ ছাঁ দেখিছিল। গতিকে ৰক্ষামূলক কিছুমান ৰীতি-পদ্ধতি উদ্ভাৱন কৰিবলগা হৈছিল। ব্ৰনীছলো মেলিনোস্কীৰ মতে: 'Danger apprehended in subjective forebodings are usually conceived in the form of evil agencies, demons or ghosts or malevolent spirits, forces of black magic, mysterious concatenations of ill-luck. These have to be kept at bay or counteracted and we find innumerable rites intended to avert ill fortune and bring happine s and good chance to the new household.'

বিবাহ-উৎসৱত মাছৰ ব্যৱহাৰ মন কৰিবলগীয়া। ইয়াৰ কাৰণ হৈছে মাছৰ প্ৰজনন-শক্তি। বিবাহৰ উদ্দেশ্যও প্ৰজনন শক্তি বৃদ্ধি। 'এই গাঁও এই গীত' কিতাপত আছে: "কেৱল আমাৰ দেশতেই নহয়, চীন দেশতো মাছক এনে ঐতিহ্য প্ৰদান কৰা হয়। চীনদেশত সৃষ্টিৰ দুটা শক্তি, পুৰুষ-প্ৰকৃতি, মৎস্য-প্ৰতীকৰ সহায়ত প্ৰকাশ কৰা দেখা যায়। ব্ৰহ্মদেশৰ পালং সমাজত কইনা-ঘৰলৈ দৰা-ঘৰে মাছ বিয়াৰ উপহাৰ স্বৰূপে পঠায়। বঙ্গদেশ আৰু অসমৰ অঞ্চল বিশেষত মাছৰ সমজাতীয় প্ৰচলন থকা দেখা যায়। ···আও নগা সমাজত মাছ উপহাৰ দি বিবাহ উৎসৱ সমাধা কৰা হয়। সেইদৰে উত্তৰ প্ৰদেশৰ লোহাৰ সমাজত এটা অদ্ভুত প্ৰথাৰ প্ৰচলন আছে। কইনাৰ হাতত ময়দাগুৰিৰে সজা এটা মাছৰ প্ৰতীক দিয়া হয়। দৰাই হাতত ধনু-বাণ লৈ মাছটো ভেদিবলৈ যত্ন কৰে। ······অতীজৰ কৃষিজীৱী সমাজত লোকসংখ্যা বৃদ্ধিৰ বিশেষ প্ৰয়োজন আছিল। বিবাহৰ অৰ্থই

হৈছে লোকসংখ্যা বৃদ্ধি। ইহুদী সমাজৰ কোনো কোনোৰ মাজত এটা নিয়ম আছে। বিয়াৰ পিছত দৰা কইনাই একাঁহী জিয়া মাছৰ ওপৰেদি তিনিবাৰ জপিয়াব লাগে। নহলে সাতবাৰ কাঁহীখনৰ কাষ চাপি ছুইঁকি আহিব লাগে। ইয়াৰ প্ৰতীকী অৰ্থ হৈছে মাছৰ দৰেই নৱপৰিণীতা গাভৰু-গৰাকী সন্তান-দায়িনী হওক। জাৰ্ম্মেনীৰ ইহুদী সকলৰ মতে দৰা কইনাই বিয়াৰ দুদিনৰ পিছত আনুষ্ঠানিকভাৱে একেলগে মাছ খাব লাগে।

নাৰীৰ সন্তানদায়িনী শক্তিবৃদ্ধি কৰাৰ বাবে মাছৰ দৰে কণীৰ প্ৰতীকী অৰ্থ নথকা নহয়। মৰক্কোবাসী ইহুদী সমাজত এটা নিয়ম আছে। বিয়াৰ দিনা একে সোহাই কেঁচা কণী এটা খাই দৰাই চোকোৰাটো কইনাৰ গালৈ দলিয়াই দিব লাগে। ইয়াৰ প্ৰতীকী অৰ্থ হৈছে ঃ কণীৰপৰা কুহুমটো ওলোৱাৰ দৰেই তোমাৰ সন্তান জন্ম সহজ হওক। ৰুছিয়াৰ পশ্চিম অঞ্চলত বসবাস কৰা ইহুদী সকলৰ সমাজত কইনাৰ আগত কেঁচা কণী এটা ৰখাৰ নিয়ম। অৰ্থ হৈছে ঃ কুকুৰাই যেনেদৰে অতি সহজে কণী পাৰে, সেইদৰে সহজে তোমাৰ সন্তান জন্ম হওক।

এইদৰেই জীৱনৰ নতুন এক উপত্যকাত নাৰী পুৰুষ উপনীত হয়। এইদৰেই সমাজত নাৰী পুৰুষ নতুন সম্মানৰ অধিকাৰী হয়, নতুন শক্তিৰ অধিকাৰী হয়, যি শক্তিয়ে নতুন জীৱন সৃষ্টি কৰে। নতুন পৰিয়ালৰ সৃষ্টি কৰে, সন্তান উৎপাদনৰ জৰিয়তে সমাজ সমৃদ্ধ কৰে।

ওপৰত উল্লেখ কৰা ৰীতি-নীতিবোৰ দৰা কইনাৰ যুৰীয়া জীৱন নিমজ কৰাৰ মানসেৰে উদ্ভাৱন কৰা হৈছিল। ইয়াৰ উপৰিও কিছুমান ৰীতি-নীতি আছে। সেইবোৰৰ উদ্দেশ্য হৈছে পাৰস্পৰিক প্ৰভাব বিস্তাৰ কৰা। এনেবোৰ ৰীতি-নীতিত তেনেধৰণৰ ইঙ্গিত বিদ্যমান। দৰাইকইনাৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰাৰ উদ্দেশ্যেৰে মৰক্কোত মৃদুভাৱে কইনাৰ মূৰত তৰোৱালেৰে তিনিবাৰ বা সাতবাৰ আঘাত কৰে। নাইবা পাত্ৰ এটাৰ পৰা নিজে মদ খাই বাকী থকাখিনি কইনাক দিয়ে। বশ্যতা স্বীকাৰ কৰোৱাৰ ইও এটা ৰীতি। প্ৰাচীন ৰুছিয়াত এটা প্ৰথা আছিল। হাতত নতুন চাবুক এডাল লৈ কইনাক



লাহেকৈ কোব এটা মাৰি পিতাকে কয় ঃ 'এই শেষবাৰলৈ তোক কোবালোঁ'। চাবুকডাল এইবুলি কৈ দৰাৰ হাতত তুলি দিয়ে। অৰ্থাৎ সেইদিনাৰ পৰা শাসনৰ দায়িত্ব পিতৃৰ হাতৰপৰা স্বামীলৈ হস্তান্তৰিত হ'ল। ছোৱালীৰ অৰ্থ নৈতিক নিৰাপত্তাৰ দায়িত্বও পিতৃৰপৰা স্বামীলৈ হস্তান্তৰিত হ'ল। এই কাৰণেই সম্ভৱতঃ এইছ. জি. ওৱেল্‌ছে কৈছিল ঃ 'Marriage is a stupid contract in which one man provides for another man's daughter.' শ্লাভনিক সমাজত কইনাক দৰাই তিনিবাৰ লাহেকৈ কোবোৱাৰ নিয়ম আছে। অৰ্থ হৈছে ঃ আজিৰপৰা তুমি মোৰ কৰ্তৃত্বৰ অধীন হলা। জীয়ৰী কালৰ কোনোবা প্ৰিয়জন আছিল যদি আজিৰপৰা পাহৰি পেলোৱা। কইনাই ৰুছিয়াত দৰাৰ বুটজোতাযোৰ খুলি দিয়াৰ নিয়ম। দৰাই তাৰে এপাট হাতত লৈ কইনাৰ মূৰৰ তালুত লাহেকৈ কোব এটা মাৰে। অৰ্থ হৈছে ঃ আজিৰপৰা এনেকৈয়ে মোক সহিব লাগিব।

জাৰ্ম্মেনীৰ কোনো অংশত এটা প্ৰথা আছে। পুৰোহিতে বিয়াত যেতিয়া দৰা কইনাৰ হাত যোৰা লগায়, তেতিয়া দৰাই কইনাৰ আৰু কইনাই দৰাৰ হাতৰ ওপৰত নিজৰ হাত থব খোজে। যাৰ হাত ওপৰ উঠে, তাৰেই প্ৰভাৱ সাব্যস্ত হয়। এইদৰে কেতিয়াবা আঁৰিয়াআঁৰি বহুসময়লৈকে লগা দেখিলে পুৰোহিতে লাহেকৈ দৰাৰ হাত কইনাৰ হাতৰ ওপৰত থৈ কাজিয়াৰ মীমাংসা কৰি দিয়ে।

দৰা সজোৱাৰ পিছত মৰক্কোত মূৰৰ ওপৰত তৰোৱাল এখন ঘূৰোৱা হয়। ধৰাবন্ধা নিয়ম নহয় যদিও সেইদৰে কেতিয়াবা কইনাৰ মূৰৰ ওপৰতো এনেকৈ তৰোৱাল এখন ঘূৰোৱা হয়। কইনাই হাতত লোৰ কটাৰী এখন ৰখাৰ নিয়ম। আমাৰ সমাজতো এনে ধৰণেৰে ৰখাৰ নিয়ম আছে। ভূত-প্ৰেতে হেনো লোৰ বস্তুলৈ ভয় কৰে। আমাৰ যেনেকৈ ভূত-প্ৰেতৰ হাতৰপৰা ৰক্ষা কৰাৰ মানসেৰে মাহ-হালধিৰে কইনা সজোৱা নিয়ম, তেনেকৈ মূৰ সমাজত হেলাফুলৰ বোলেৰে কইনা সজোৱা নিয়ম। হেলাফুলৰ বোল কইনাৰ হাতত আৰু ভৰিৰ তলুৱাত সনা নিয়ম। দৰায়ো হাতৰ তলুৱাত হেলাফুলৰ বোল সনা নিয়ম।

ইন্দো-ইউৰোপীয় প্ৰায়বোৰ সমাজত দৰা কইনাক নোওৱাৰ নিয়ম আছে। প্ৰাচীন গ্ৰীছত জুৰিৰ পানীৰে নোওৱাৰ নিয়ম আছিল।

বৰ্ত্তমান গ্ৰীছত কইনাৰ ক্ষেত্ৰতহে এইকাম বিশেষভাৱে পালন কৰা হয়। .... কোনো কোনো সমাজত কইনাক দৰা-ঘৰলৈ আঁবিয়া ধৰি নিয়াৰ নিয়ম আছে। ইয়াৰ উদ্দেশ্য হৈছে বাটত কইনাক ভূতপ্ৰেতে যাতে নেপায়। প্ৰাচীন গ্ৰীছ আৰু ৰোমত এনেধৰণৰ প্ৰথা বহলভাৱে প্ৰচলিত আছিল। ভূতে পোহৰলৈ, জুইলৈ বৰ ভয় কৰে বুলি জনসমাজৰ এটা ধাৰণা আছিল। স্কাণ্ডিনেভীয় সমাজত ভূতখেদাৰ উদ্দেশ্যৰে সৌ-সিদিনাখনলৈকে জোৰ-বন্তিৰ ব্যৱহাৰ কৰা হৈছিল। দৰা-কইনাৰ মুখৰ আগত আমাৰ দেশত যে প্ৰজ্জ্বলিত চাকি ঘূৰোৱা হয়, সিও সম্ভৱতঃ ভূত-প্ৰেত খেদাৰ উপায় বিশেষহে। পোহৰ যেনেকৈ বিলায়, জুয়ে তেনেকৈ পোৰেও। ভূত-প্ৰেতে এইষাৰ কথা নিশ্চয় জানে। চীন দেশৰ কোনো কোনো অঞ্চলত সৰুকৈ জ্বলি থকা জুই একুৰা দেই কইনা দৰাৰ ঘৰ সোমোৱাৰ নিয়ম। জুইয়ে এনেদৰে শোধন কৰাৰ নিয়ম শেতাঙ্গ ৰুছবাসীৰ মাজতো প্ৰৱৰ্ত্তমান। জাৰ্ম্মেনীত দৰাই নিজে বা দৰাৰ মাকে কইনাক তিনিবাৰ অগ্নি প্ৰদক্ষিণ কৰোৱাৰ নিয়ম আছিল। ইয়াক শোধনকাৰ্য্য বুলিব পাৰি। ভূত-প্ৰেতে পালে যুৱতী নাৰীৰ গৰ্ভকোষ খৰাং হোৱাৰ আশঙ্কা, নাইবা ভূত-প্ৰেতে অজানিতে কইনাৰ সৈতে যৌন-কাৰ্য্যত লিপ্তও হব পাৰে। ভূত-প্ৰেতৰ ঔৰসজাত সন্তান দানবীয় হোৱাটো স্বাভাৱিক। গাভৰু ছোৱালীলৈ ভূতৰ চকু, একো আচৰিত হবলগা কথা নহয়।

প্ৰায়বোৰ ইন্দো-ইউৰোপীয় সমাজত এটা প্ৰথা আছেঃ বিয়াৰ পিছদিনাই দৰা কইনাৰ যৌনকাৰ্য্য নিষিদ্ধ। জাৰ্ম্মেনী আৰু চুইজাৰলেণ্ডৰ কোনো অঞ্চলত এই নিয়ম বৰ কটকটীয়া—বিয়াৰ পিছৰ তিনি নিশা যৌন-কাৰ্য্যত ৰত হয় বুলি দৰা-কইনাক একেলগে শুবলৈ দিয়া নহয়। এনেদৰে নিষিদ্ধ নিশাক 'Tobias night' বোলা হয়। ফৰাছীদেশৰ কোনো কোনো অঞ্চলতো এই নিয়ম বিশেষভাৱে পালন কৰা হয়। এওঁলোকৰ ক্ষেত্ৰত বাধা-নিষেধ তিনি দিনৰ কাৰণে নহয়, দুদিনৰ কাৰণেহে। দুদিন বা তিনি দিনলৈ যৌন-কাৰ্য্যৰ বাটত এনেদৰে হেঙাৰ দিয়াৰ বিশেষ কিবা কাৰণ আছে যদি নেজানোঁ। আমাৰ সমাজত অৱশ্যে একেষাৰ যুক্তি দাঙি ধৰা হয়। বিয়াৰ যোগাৰত আগৰেপৰা ব্যস্ত থাকিব লগা হোৱা, বিয়াত লঘোনে ভোকে থাকি পিছদিনাই যদি



যৌন-কাৰ্য্যত লিপ্ত হবলগা হয়, তেন্তে দেহালৈ বেয়া, গতিকেই এই বাধা-নিষেধ। এইষাৰ কথাত যথেষ্ট যুক্তি আছে যদিও এনে ধৰণৰ স্ব-প্ৰণোদিত সংযমৰ গুৰিতে আছে দৰা কইনাৰ পাৰস্পৰিক যৌন লজ্জা। লাজৰ এই আবৰণখন তৎক্ষণাৎ দলিয়াই পেলাবলৈ টান। লাজৰ আবৰণ দলিয়াই পেলাবলৈ আৰু এটা কথাৰ কাৰণে টান, বিয়াৰ পিছ দিনাইতো বিয়ালৈ অহা মিতিৰ কুটুমবোৰ গুছি নেযায়। অন্ততঃ দুই তিনি দিনৰ অন্ততহে যায়। লাজৰ হয়তো ইও এটা কাৰণ হব পাৰে। সেই কাৰণেই সম্ভৱতঃ দুই তিনি দিনৰ কাৰণে বিয়াৰ পিছত দৰাৰপৰা কইনাক আঁতৰাই থোৱা হয়।

ব্ৰনীছ্‌লো মেলিনোস্কীয়ে এই বাধা-নিষেধৰ বিষয়ে এনেদৰে কয়ঃ "The principles that the bride and the bridegroom have to abstain from intercourse for sometime after the wedding is known all over the world from primitive savagery to the most refined ethics of the Christian church, from Australia to the New World, while on the wedding night there are occasionally other minor abstinences.

উদাহৰণ স্বৰূপে কব পাৰি, চাইবেৰীয়াত চুক্‌চী নামেৰে এটা সম্প্ৰদায় আছে। এওঁলোকৰ এটা নিয়ম আছেঃ দূৰৈৰ গাঁৱৰপৰা বন্ধু এজন যেতিয়া আন এজন বন্ধুৰ ঘৰলৈ কেইদিনমানৰ কাৰণে আলহী খাবলৈ আহে, সেই কেইদিন নিশা বন্ধু-পত্নীক লৈ তেওঁ সহবাস কৰাত কোনো আপত্তি নাই। সেই একেদৰে এইজন বন্ধু যেতিয়া সিজনৰ ঘৰলৈ আলহী খাবলৈ যায়, তেতিয়াও এই একে সুবিধাকে তেওঁ পায়। ভতিজা, ভাই-ককাইৰ মাজতো কোনো কোনো ক্ষেত্ৰত এনেদৰে পত্নী সলোৱা নিয়ম আছে।

এস্কিমো সমাজৰ কোনো কোনোৰ মাজত এটা প্ৰথা আছে। কোনোবা কেতিয়াবা যেতিয়া দূৰৈলৈ যাবলগা হয়, ল'ৰা-ছোৱালী থকাৰ কাৰণে পত্নীক লগত লৈ যোৱাটো টান হৈ পৰে, তেতিয়া ল'ৰা-ছোৱালীৰ লেঠা নোহোৱা সেই অঞ্চলৰে কাৰোবাৰ সৈতে সাময়িকভাৱে নিজৰ পত্নীক সলাই সিজনৰ গৰাকীক লগত লৈ যায়। ইয়াৰ উপৰিও এই সকল এস্কিমোৰ মাজত প্ৰায় দুমাহৰ মূৰে মূৰে এসপ্তাহ

বা দুসপ্তাহৰ কাৰণে পত্নী সলোৱাৰ নিয়মো আছে, এই নিয়মৰ উৎপত্তি কেনেকৈ হবলৈ পালে নেজানোঁ। পুৰুষৰ বৈচিত্র্যৰ জুতি লোৱাৰ প্ৰতি যি সহজাত অনুৰাগ, সিয়েই সম্ভৱতঃ কাৰণ হব পাৰে। একেৰাহে একেগৰাকী নাৰীৰ সৈতে সহবাস কাৰ্য্যই পুৰুষৰ যৌন আসক্তি ভোটা কৰে বুলি এটা ধাৰণা আছে। বৈচিত্র্যই এই শক্তিক শানিত কৰে। এবাৰ নৃতত্ত্ববিদ এজনে আফ্ৰিকাৰ কোনো এক অঞ্চলৰ বহু-পত্নীৰ গৰাকী নৃপতি এজনক বহু-পত্নীৰ প্ৰতি তেওঁৰ স্পৃহাৰ কাৰণ সুধিছিল। তাৰ উত্তৰত জনজাতীয় এই নৃপতিজনাই কৈছিল: "সদায় একেবিধ মাছ খাই জানো ভাল লাগে?" আমাৰ অতীজৰ ৰজা মহাৰজা সকলৰ অন্তেষপুৰত যে অলেখ ৰূপৱতী নাৰী আছিল, সেই বস্তুটো এনে ধৰণৰ বৈচিত্র্য-কামনাৰ কাৰণে হোৱাটো একো আচৰিত কথা নহয়।

ওপৰত কৈ অহাৰ দৰে সলাই ব্যৱহাৰ কৰোঁতে যদি নাৰী-গৰাকী গৰ্ভৱতী হয়, সেই সন্তানৰ পিতৃত্ব কাৰ ওপৰত ন্যস্ত হয়? যাৰ ফালৰ পৰাই নহওক লাগিলে, সেই গৰাকী নাৰীৰ নিজৰ স্বামীৰ ওপৰতেই ন্যস্ত হয়। সন্তানে নাৰীৰ গৰ্ভকোষত থিত লবলৈ পায় কেনেকৈ, সেই বিষয়ে জানে যদিও বহু সমাজে এইষাৰ কথাক লৈ মূৰৰ কামোৰণি তুলিব নোখোজে। কাৰণ, এনে ব্যৱস্থাত প্ৰতাৰণা নাই। ই মুকলিভাৱে সমাজ-স্বীকৃত বস্তু। আনে হাল বালে বুলিয়েই নিজৰ পথাৰৰ শইচ আনৰ হব নোৱাৰে।

বিবাহ অনুষ্ঠানৰ গুৰিতে যৌনতাত্ত্বিক আৰু অৰ্থনৈতিক, দুয়োটা ভিত্তিয়েই আছে যদিও ই যে ঘাইকৈ এইটো বা সেইটো, সেই বিষয়ে স্পষ্টকৈ কোৱা টান। বিবাহৰ গুৰিবস্তু যৌনতাত্ত্বিক বুলি যিসকলে কয়, সেই সকলৰ যুক্তি হৈছে—বিবাহৰ অৰ্থ যৌনকাৰ্য্য। এনেয়ে চাই থাকিবলৈ কোনেও ছোৱালী বিয়া নকৰায়। যৌনকাৰ্য্যৰ জৰিয়তে পাৰস্পৰিক আবেগ অনুৰাগ, অনুভূতি আদিৰ জন্ম হয়। ঈৰ্ষাও এবিধ অনুভূতিহে। ৰোমান্টিক আকৰ্ষণৰ বা প্ৰণয়ৰ অভ্যুদয় এনেদৰেই হয়। ...কোনো কোনো পণ্ডিতে এই ধৰণৰ ব্যাখ্যাৰ তীব্ৰ বিৰোধিতা কৰে। এওঁলোকৰ মতে: বিবাহ মানেই যৌন-কাৰ্য্য বুলি কলে কোনে? যৌন-কাৰ্য্যত লিপ্ত হবলৈ কৈছে কোনে? আৰু আবেগ, অনুৰাগ? এইবোৰ সহবাসে জন্ম দিয়া অনুভূতি। ...বিবাহ যে কেৱল যৌনতাত্ত্বিক



বস্তু নহয়, অৰ্থনৈতিক ভিত্তিৰ ওপৰত যে ই প্ৰতিষ্ঠিত, সেই বিষয়ে ব্ৰীফল্টৰ মত সুস্পষ্ট: "Individual marriage has its foundation in economic relations. In the vast majority of uncultured societies marriage is regarded almost exclusively in the light of economic consideration and throughout by far the greater part of the history of the institution the various changes which it has undergone have been conditioned by economic causes."

দকৈ ভাবি চালে দেখা যায়, বিবাহৰ মূল উদ্দেশ্য হৈছে বংশৰক্ষা। বংশৰক্ষা উদ্দেশ্যৰ অন্তৰালত বহুতো কাৰণ আছে। ভগৱানৰ সৃষ্টি ৰক্ষা কৰাটো এটা কাৰণ হব পাৰে। টলষ্টয়ৰ মতে সৃষ্টিৰক্ষাৰ দায়িত্ব ভগৱানে কাকো দিয়া নাই, কাৰণ বিশ্ব-ব্ৰহ্মাণ্ড সৃষ্টি কৰোঁতে ভগৱানে কাৰো পৰামৰ্শ বিচৰা নাছিল। এই বিষয়ে 'আঁচফুল' কিতাপত আছে। দ্বিতীয়টো হৈছে প্ৰত্যেক মানুহৰে অবচেতন জগতত অমৰত্ব লাভৰ প্ৰতি, বাৰ্নাৰ্ড শ্বই কোৱাৰ দৰে, এক লুপ্ত আকাঙ্ক্ষা আছে। এই আকাঙ্ক্ষা ফলৱতী হয় সন্তান লাভৰ জৰিয়তে। যেতিয়া নাতি-ল'ৰাৰ মুখ দেখে, ককাক বুঢ়ীমাক আনন্দত মতলীয়া হয়। কব নোৱাৰাকৈয়ে বুঢ়াৰ মনত এটা ধাৰণা হয়: 'তিনি পুৰুষলৈকে অন্ততঃ মই অমৰ হলোঁ। মানুহে যেতিয়া এইটো কাৰ ল'ৰা বুলি সুধিব, মোৰ ল'ৰাৰ নাম উচ্চাৰিত হব। আৰু মোৰ ল'ৰাটোৰ পিতাকৰ বিষয়ে যেতিয়া সুধিব, মোৰ নামটো উচ্চাৰিত নোহোৱাকৈ নেথাকে। এইদৰেই তৃতীয় পুৰুষলৈকে মই অমৰ হৈ ৰম।'

বাৰ্নাৰ্ড শ্বৰ দ্বাৰাই প্ৰচাৰিত অমৰত্ব তথ্যটোৰ আদি গুৰু আছিল দাৰ্শনিকপ্ৰবৰ নিৎছে। পুৰুষৰ ক্ষেত্ৰত বীৰত্ব আৰু নাৰীৰ ক্ষেত্ৰত সন্তান-জন্ম, এই দুয়োটা বস্তু নিৎসেই একেটা চকুৰেই চাইছিল:

"Man shall be educated for war and woman for recreation of the warrior; everything else is a folly."

'সানমিহলি' বোলা কিতাপখনত আছে: "নাৰীৰ জীৱনৰ সাৰ্থকতা এটা কথাৰ ওপৰত নিৰ্ভৰ কৰিছে, সেইটো হৈছে সন্তান উৎপাদন। এই উদ্দেশ্য সাধনত পুৰুষ আহিলা বিশেষহে।" আৰু আছে: "যৌন

জীৱনৰ সাৰ্থকতা নিৰ্ভৰ কৰিছে সৃষ্টিগত বিৱৰ্ত্তনৰ পৰিসমাপ্তিত, পশুসুলভ দৈহিক পৰিসমাপ্তিত নহয়।"

বিবাহৰ উদ্দেশ্য হৈছে বংশৰক্ষা। এইষাৰ কথাকে সাব্যস্ত কৰাৰ উদ্দেশ্যেৰে বিবাহ-অনুষ্ঠানক কেন্দ্ৰ কৰি নানাপ্ৰকাৰ ৰীতি-নীতিৰ উদ্ভৱ সাধন হৈছে। বিবাহৰ উদ্দেশ্য যদি বংশৰক্ষা হয়, তেন্তে যৌন-কাৰ্য্য বৰ্জ্জন কৰা অৰ্থহীন কথা। ওপৰত উল্লেখ কৰা খ্ৰীক্‌ট্‌ৰ লেখীয়া পণ্ডিতৰ ই ভুল। বিবাহ-অনুষ্ঠানক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা লৌকিক ৰীতি-পদ্ধতিৰ জৰিয়তে (১) স্বামী-স্ত্ৰীৰ যোৰা যাতে ফলৱতী হয়, আৰু (২) স্বামী-স্ত্ৰীৰ যৌন-কাৰ্য্যত যাতে কোনো বাধা নপৰে, এনেবোৰ উদ্দেশ্যকে প্ৰকাশ কৰা হয়। প্ৰাচীন সমাজে স্বামী-স্ত্ৰীৰ প্ৰথম যৌন-কাৰ্য্যত যথেষ্ট বাধা প্ৰৱৰ্ত্তমান বুলি ধাৰণা কৰিছিল। গতিকে এই প্ৰথম অৱস্থাৰ পৰা গৰ্ভত থিত লৈ সন্তানৰ জন্ম নোহোৱালৈকে গৰ্ভধাৰীণী নাৰী আৰু সন্তানক কেন্দ্ৰ কৰি নিৰাপত্তা-মূলক নানা ৰীতি-নীতিৰ উদ্ভৱ সাধন হৈছিল। আনকি সন্তান জন্মৰ পিছতো সন্তানৰ নিৰাপত্তাৰ কাৰণে নানাবিধ ৰীতি-নীতিৰ উদ্ভৱ হোৱাৰ উদাহৰণ আছে। এবাৰ এজন বন্ধুক লগ পাইছিলোঁ। তেওঁৰ ছোৱালীজনী একেবাৰে খনিকৰে সজা প্ৰতিমাৰ লেখীয়া। বন্ধুজনক সুধিলো: "এইৰ নাম কি থৈছা?" উত্তৰ আহিল "ভেকুলী"। এনে ধুনীয়া ছোৱালীজনীৰ নাম ভেকুলী, কিবা বিসদৃশ যেন লাগিল। ভেকুলী নাম থোৱাৰ এটা অৰ্থ আছে: ছোৱালীজনী যাতে ভূত-প্ৰেতৰ নাইবা দেৱতাৰ চকুত নপৰে, সেইটোৱেই।

পথাৰৰ শস্যদায়িনী সামৰ্থ্যৰ সৈতে নাৰীৰ জন্মদায়িনী শক্তিৰ সম্বন্ধ আছে। এইষাৰ কথাকে সাব্যস্ত কৰাৰ উদ্দেশ্যেৰে কেনেকৈ কইনাৰ গাত ফল-মূল, ধান-চাউল আদি ছটিওৱা হয়, সেই বিষয়ে ইতিমধ্যে উল্লেখ কৰিছোঁ। এনে ৰীতিৰ উদ্দেশ্য হৈছে পথাৰত শস্য বঢ়াৰ দৰে নাৰীৰ গৰ্ভত সন্তান বাঢ়ক। কোনো কোনো সমাজত যে কইনাৰ কোচত স'ৰু লৰা-ছোৱালী তুলি দিয়া হয়, তাৰো অৰ্থ সমজাতীয়। প্ৰথম নিশা দৰা কইনাৰ যৌন-মিলনৰ মুহূৰ্ত্তত কিবা এবিধ চনকা পাত্ৰ ভঙাৰ যে নিয়ম আছে, তাৰো যৌন-বিষয়ক উদ্দেশ্য আছে। প্ৰথম যৌনকাৰ্য্য যাতে চনকা পাত্ৰ এটা ভঙাৰ দৰেই সহজ হয়



এইটোৱেই হৈছে উদ্দেশ্য। কোনো কোনো সমাজত যে গাঁঠি দিয়া হয়, গাঁঠি সোলোকোৱা হয়, এইবোৰৰ উদ্দেশ্য হৈছে যৌনকাৰ্য্য সহজ কৰি সন্তান জন্ম অজটিল কৰা। এই কাৰণেই সম্ভৱতঃ মেলিনোস্কীয়ে কৈছে: "In all these acts we see the ritual expression of the biological nature of marriage."

বিবাহৰ ভিত্তি অৰ্থনৈতিক যদিও যৌনতাত্ত্বিক কথা এটাৰ সামাজিক স্বীকৃতি, দুজন ব্যক্তিৰ মাজত সম্পাদিত নিবিড়তাৰ অভাৱনীয় চুক্তি, যাৰ জৰিয়তে সমাজে যুগে যুগে নকৈ জীপ্ লৈ আহিছে, যাৰ জৰিয়তে নতুন জীৱন সৃষ্টিৰ পথ স্বীকৃতভাৱে মুকলি হৈছে। এনে গুৰুতৰ দায়িত্ব নিৰীক্ষণ কৰি নৃতত্ত্ববিদ পণ্ডিত মেলিনোস্কীয়ে বিবাহক 'crisis' আখ্যা দিছে। জীৱনৰ প্ৰত্যেকটো অৰ্থপূৰ্ণ ঘটনাক কেন্দ্ৰ কৰি শক্তি-শালী অনুভূতি, আশা-নিৰাশা, শঙ্কা-আনন্দ, স্বপ্ন-মধুৰ আলোড়ন, আবেগ, অনুৰাগ আদিৰ সৃষ্টি হোৱাটো স্বাভাৱিক কথা। বিবাহ-উৎসৱক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা ৰীতি-নীতি সমূহৰ উদ্দেশ্য হৈছে ব্যক্তিৰ যুৱীয়া জীৱনৰ আসোঁৱাহ সমূহ হীনপ্ৰভ কৰি 'crisis'ৰ তীব্ৰতা যিমানদূৰ সম্ভৱ সিমানদূৰ হ্ৰাস কৰা।

কেৱল ধৰ্ম্মৰ অৰ্থতে নহয়, বাস্তৱ অৰ্থতো বিবাহ 'crisis'। পৰিচিত এটা জীৱনৰ বুকুৰ পৰা দুজন ব্যক্তি আন এটা অজ্ঞাত জীৱনলৈ স্থানান্তৰিত,—এই অভিজ্ঞতা বৈচিত্ৰ্যপূৰ্ণ যদিও ই যে অভাৱনীয় ঘটনা, সেই বিষয়ে সন্দেহ নাই। জীৱন-নৈৰ এৰি অহা আৰু আহি পোৱা ঘাট দুটাৰ মাজত সম্বন্ধ ছেদ, এয়ে হৈছে জীৱনৰ অৰ্থপূৰ্ণ বৈচিত্ৰ্যপূৰ্ণ মুহূৰ্ত্ত। এইষাৰ কথাকে মুকলিভাৱে প্ৰকাশ কৰাৰ উদ্দেশ্যেৰে কোনো কোনো সমাজত দৰা-ঘৰ আৰু কইনা-ঘৰৰ মাজত ভুৱা ৰণৰ অৱতাৰণা কৰা হৈছিল। বিয়া কৰাবলৈ যাওঁতে বাটত দৰাক আগচা হয়। কোনো কোনো সমাজত ছোৱালী বলেৰে ধৰি অনাৰ আখৰা কৰা হয়। এই সকলোবোৰে জীৱন-নৈৰ দুটা ঘাটৰ মাজৰ সম্বন্ধ ছেদৰ কথাকে বুজায়। মেলিনোস্কীয়ে এই বিষয়ে স্পষ্ট মত দিছে: "These are mostly the dramatic expression of the fact that the bride has to be torn from her old home, that is a violent and critical act, a final one." পুৰণি ঘৰখনৰ পৰা ছোৱালী এনেকৈ বিচ্ছিন্ন হৈ

পৰে যে স্বামী-গৃহত যেতিয়া সেইখন ঘৰৰ কথা কেতিয়াবা উল্লেখ কৰিবলগীয়া হয়, তেতিয়া "আমাৰ মাইঁতৰ ঘৰ" বুলিহে কয়। এইযাৰ কথা কেতিয়াবা মনতে ভাবোঁ। ছোৱালীৰ মনে কেনেকৈ কাম কৰে ভাবি আচৰিতো হওঁ।

বিয়াত ৰাজহুৱাভাৱে ভোজ-ভাত খোৱাৰ দৰে কোনো কোনো সমাজত দৰা কইনাৰ প্ৰথম যৌনকাৰ্য্য ইঙ্গিতধৰ্ম্মী হৈ নেথাকে। সমাজে ইয়াৰ বুজ লোৱাবো ব্যৱস্থা আছে; এই বিষয়ে আন ঠাইত কৈ আহিছোঁ। এনেবোৰ ৰীতি-পদ্ধতিয়ে বিবাহ-জীৱনৰ আগন্তুক ৰীতি-পদ্ধতিৰ সম্ভেদ দিয়ে। কিছুমান ৰীতি-পদ্ধতিয়ে যৌন কাৰ্য্যবিধিৰ, কিছুমানে আগন্তুক গৃহস্থ-জীৱনৰ, কিছুমানে অৰ্থনৈতিক সম্বন্ধৰ ইঙ্গিত দিয়ে। এই প্ৰায়বোৰ ৰীতি-নীতিয়েই ধৰ্ম্মাশ্ৰিত নাইবা যাদুকৰী উদ্দেশ্যৰে অনুপ্ৰাণিত। সকলোবোৰ ৰীতি-নীতিৰেই যে ধৰ্ম্মাশ্ৰিত নাইবা যাদুকৰী কিবা অৰ্থ আছে, সেইযাৰ কথা নহয়। ৱেষ্টমাৰ্কৰ মতে: "Many of them are based on vague feelings rather than on definite ideas." জন-বিশ্বাসৰ ক্ষেত্ৰত এনে হোৱাটো তেনেই স্বাভাৱিক।

নাৰী-পুৰুষৰ যুৰীয়া জীৱনে পৰিয়াল একোটাৰ জন্ম দিয়ে। পৰিয়াল জীৱন হৈছে একোজন ব্যক্তিৰ, নাৰীয়েই হওক বা পুৰুষেই হওক, সামাজিক, সংস্কৃতিগত, অনুভূতিগত বিকাশৰ আলয়। মানৱ-বুৰঞ্জীয়ে আমাক ইয়াকে শিকায়। আধুনিক নৃতত্ত্ববিজ্ঞানৰো এয়ে সিদ্ধান্ত। পিতৃ, মাতৃ হৈছে একোটা পৰিয়ালৰ স্নায়ুকেন্দ্ৰ। ইয়েই সম্ভৱতঃ সমাজত পিতৃ-দেৱতা আৰু মাতৃদেৱীৰ উদ্ভৱ সাধনৰ ঘাই অনুপ্ৰেৰণা। আধুনিক সমাজতত্ত্বৰ পণ্ডিতসকলৰ মতে সংস্কৃতিগত পটভূমি আৰু পৰিয়ালৰ প্ৰভাৱ, এই দুটাই হৈছে একোজন ব্যক্তিৰ ব্যক্তিত্ব পৰিচয়ৰ মূল আধাৰ। মনস্তত্ত্বৰ পণ্ডিতসকলেও এইযাৰ কথাকে কয়।

আধুনিক উদ্যোগজীৱী সমাজত পৰিয়াল জীৱনৰ ওপৰত ভালেখিনি যে আঘাত পৰিছে, সেই বিষয়ে সন্দেহ নাই। কোনো কোনো সমাজ-বৈজ্ঞানিকৰ মতে অহা অৰ্দ্ধ-শতিকাৰ ভিতৰত পৰিয়াল জীৱন সম্পূৰ্ণ-ৰূপে উছন হব। দৈহিক আৰু মানসিক আমোদ-প্ৰমোদৰ কাৰণে



আজিৰ সমাজত মানুহ যৌনকাৰ্য্যত লিপ্ত হয়। সন্তান সৃষ্টিৰ কাৰণে বা পৰিয়াল জীৱনৰ কাৰণে নহয়। বৰ্ত্তমান উদ্যোগজীৱী, কৰ্ম্মব্যস্ত জীৱনত মানুহৰ স্নায়ু সদায়েই ভাৰাক্ৰান্ত। স্নায়ুৰ ওপৰত পৰা অতিৰিক্ত হেঁচাৰ বোজা পাতলোৱাৰ উদ্দেশ্যেৰে মানুহে যেনেকৈ টেলিভিশ্যন চায় নাইবা ক্লাবলৈ যায়, তেনেকৈ যৌনকাৰ্য্যত লিপ্ত হয়। প্ৰাচীন যুগৰ মানুহৰ স্নায়ুৰ ওপৰত এনেদৰে হেঁচা পৰাৰ প্ৰমাণ নাই; গতিকেই তেওঁলোকৰ জীৱন আছিল পৰিয়ালকেন্দ্ৰী। এসময়ত গণিকাক মানুহে বেশ্যা বুলিছিল। আজি তাৰ পৰিবৰ্ত্তে নতুন এটা মাৰ্জ্জিত নামৰ প্ৰয়োগ হৈছে, 'call girl', নিমন্ত্ৰণী। আজিৰ জীৱন অ'লডইছ হাক্সলীৰ 'ব্ৰেভ নিউ ৱৰ্ল্ড' কিতাপৰ কোনো কোনো ঠাইত ৰূপায়িত হোৱা ছবিৰ হাস্যাস্পদ প্ৰতিধ্বনি। বৰ্ত্তমান যুগৰ পৰিয়াল-জীৱনৰ অৱনতিৰ ঘাই কাৰণ হৈছে নাৰীৰ অৰ্থনৈতিক স্বাৱলম্বিতা আৰু গৰ্ভৰোধৰ নানাবিধ বিধিসম্মত কৌশল। পৰিয়াল-জীৱনৰ অৰ্থ-নৈতিক নিৰাপত্তাতকৈ নাৰীৰ কাৰণে ব্যক্তিগত অৰ্থনৈতিক স্বাৱলম্বিতা অধিক আদৰণীয় বস্তু বুলি পৰিগণিত হৈছে। পুৰুষৰ কাৰণেও পৰিয়াল জীৱনৰ দায়িত্ব গ্ৰহণতকৈ মুকলিমূৰীয়া যৌন-তৃপ্তি সাধনকাৰ্য্য অধিক আদৰণীয় বস্তু হৈ পৰিছে।

যৌন-তৃপ্তি বিধানৰ কাৰণে আধুনিক নাৰী বিবাহ-বন্ধনত আৱদ্ধ নহলেও কোনো কথা নাই। ইয়াৰ বাবে আধুনিক সভ্যতাৰ বাট অতি প্ৰশস্ত। আধুনিক ডেকাই যৌনতৃপ্তিৰ কাৰণে গণিকালয়লৈ নগলেও একো আহুকাল নাই। ডেকা, গাভৰু, উভয়ৰ কাৰণে স্বতন্ত্ৰভাৱে উপাৰ্জ্জনৰ পথ মুকলি হৈছে। ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক জীৱন-যাপনৰ কাৰণেও উভয়ৰ কাৰণে স্বতন্তৰীয়াকৈ বাট মুকলি হৈছে, অৰ্থাৎ বিবাহ-বন্ধনত নোসোমোৱাকৈয়ে সকলো প্ৰকাৰৰ, অৰ্থনৈতিক স্বতন্ত্ৰতাৰ উপৰিও, যৌন অভিজ্ঞতা আহৰণ কৰাৰ পথ সুচল হৈছে। অবাধ যৌন-মিলনৰ ফল স্বৰূপে সন্তান যাতে জন্ম নহয়, তাৰ বাবেও বিজ্ঞানে সুবিধা দিছে। কেনেবাকৈ হলেও হত্যা নকৰাকৈ সেই সন্তানক কেনেকৈ আঁতৰাব পাৰি, তাৰ ব্যৱস্থাও সমাজে নকৰাকৈ থকা নাই। কোনোবা আশ্ৰম নাইবা কিণ্ডাৰগাৰটেন্ অনুষ্ঠানক অবৈধভাৱে জন্ম পোৱা সন্তানক গটাই দিলেই, সকলো আহুকালৰ অৱসান ঘটে।

এনে অৱস্থাত এটা কথাহে বুজি নাপাওঁ; বিবাহৰ বাবে যি উদ্‌গণিৰ প্ৰয়োজন, তেনে উদ্‌গণিৰ অন্ত পৰা সত্বেও, বিবাহৰ সুবিধাসমূহ ক্ৰমাৎ লোপ পাই অহা সত্বেও, বৈবাহিক জীৱনৰ অসুবিধা সমূহ ক্ৰমাৎ বৃদ্ধি পাই অহা সত্বেও, আজিৰ যুগৰ মানুহে বিয়া কৰাই কিয়? অকল এয়ে নহয়, বিবাহ-বিচ্ছেদ নাইবা আগৰ গৰাকী পত্নীৰ মৃত্যুৰ পিছতো আকৌ বিয়া কৰাই কিয়? মানুহৰ মনৰ ঐতিহৰ প্ৰতি আকৰ্ষণ জানো স্বপ্ৰণোদিত?

ওপৰত উল্লেখ কৰা প্ৰশ্নৰ উত্তৰ সম্ভৱতঃ দিব পাৰিব মানৱ-বুৰঞ্জীৰ উত্থান-পতনৰ ভু-ৰাখোঁতা আধুনিক নৃতত্ববিদ পণ্ডিতেহে, নাইবা মানুহৰ মন-সাগৰৰ গতি-স্ৰোতৰ খবৰ ৰাখোঁতা মনস্তত্ত্ববিদ পণ্ডিতেহে। নাইবা সমাজ-মনৰ সন্ভেদ ৰাখোঁতা সমাজ-বৈজ্ঞানিকেহে। ই যিয়েই নহওক লাগিলে, বিবাহ-অনুষ্ঠানৰ ভৱিষ্যত সম্বন্ধে আজিৰ সমাজ-বৈজ্ঞানিক অনিশ্চিত। বিবাহ-জীৱনৰ প্ৰগতি আৰু অৱনতি, এই দুয়োটা বস্তু সমাজ-বিজ্ঞানৰ কাৰণে একোটা সাঁথৰ।

আজিৰ যৌন-স্বতন্ত্ৰতাত আচৰিত হব লগা একো নাই, ই প্ৰাচীন কালতো আছিল। এনে কিছুমান সমাজ আছিল—আজিও আছে—যিবোৰত বিবাহ-পূৰ্ব্বৰ যৌন-বিচ্যুতিক দোষণীয় বুলি ধৰা নহয়। এনেবোৰ যৌন-অভিজ্ঞতাক আচলতে ছোৱালী যৌন-জীৱন যাপনৰ কাৰণে পাৰ্গত হয় নে নহয়, সেইযাৰ কথাৰ পৰীক্ষামূলক ব্যৱস্থা বুলিহে গ্ৰহণ কৰা হৈছিল। পলিনেছীয়াৰ, পেপোৱাৰ, চুডানৰ কিছুমান সম্প্ৰদায়ৰ মাজত বিবাহ-পূৰ্ব্বৰ যৌন-আচৰণৰ স্বীকৃতি আছে, ছোৱালীয়ে কেৱল এনে আচৰণৰ জৰিয়তে গৰ্ভধাৰণ কৰিব নেলাগিব; বিবাহৰ পূৰ্ব্বে গৰ্ভধাৰণ কৰাটোহে দোষণীয় বুলি এইবোৰ সমাজে ধাৰণা কৰে। আনহাতে এনে কিছুমান সমাজ আছে য'ত অবৈধভাৱে গৰ্ভধাৰণ কৰাটো দোষণীয় বোলা নহয়। ইয়াক শুধৰাবলৈ ল'ৰাৰ ঘৰে দণ্ড ভৰিলেই হ'ল। নাইবা যাৰ দ্বাৰাই ছোৱালী গৰ্ভৱতী হ'ল, তেওঁ বিয়া কৰাই থলেই সকলো লেঠা মৰিল। তেতিয়া দণ্ড ভৰাৰ কোনো প্ৰশ্নই নুঠে। এইবোৰ সমাজত যৌন-স্খলনৰ কাৰণে দণ্ড স্বৰূপে অৰ্থ-সম্পদ পোৱা ছোৱালী বিয়া দিবলৈ সহজ। স্ত্ৰীধন পোৱাৰ আশাত এনেবোৰ ছোৱালীক বিয়া কৰাবলৈ আগবাঢ়ি অহা ল'ৰাৰ সংখ্যা আঙুলিমূৰত লেখিবপৰা বিধৰ নহয়।



'এই গাঁও এই গীত' কিতাপত আছে ঃ "প্ৰত্যেক গৰাকী যুৱতীৰ চকুত একোজন পুৰুষৰ স্বপ্ন থাকে, সবল, সৌষ্ঠৱপূৰ্ণ, নিৰ্ভীক। এনে এজন পুৰুষ, চকুত যাৰ জীৱনৰ ইঙ্গিত বিদ্যমান।" নাৰীৰ কামনা মনে বিচৰা মানুহজনৰ ঔৰসত সন্তান ধাৰণ আৰু পুৰুষৰ কামনা সমাজে স্বীকৃতি দিয়া পিতৃত্ব লাভ, এই দ্বৈত আকাঙ্ক্ষাই হৈছে বিবাহৰ পোনপটীয়া কাৰণ। বিবাহ অনুষ্ঠান এনেদৰেই জীয়াই আছে। আনবোৰ কাৰণ, অৰ্থনৈতিক নিৰাপত্তা আৰু পৰিয়াল জীৱন, আনুষঙ্গিক বস্তুহে। বিবাহ নাৰী-পুৰুষৰ ব্যক্তিগত সম্বন্ধ হলেও ইয়াৰ ঘাই ভিত্তি সামাজিক। সৃষ্টিৰ আদিৰ পৰা প্ৰত্যেক সমাজেই সফল পিতৃত্ব আৰু মাতৃত্বৰ ওপৰত গুৰুত্ব দি আহিছে। আফ্ৰিকাৰ কিছুমান সমাজৰ, যিবোৰৰ ধৰ্ম্মৰ মূল আধাৰ হৈছে উপৰিপুৰুষ আৰাধনা, এটা ধাৰণা আছে; পুত্ৰ-সন্তানৰ মুখ নেদেখা মানুহ মৃত্যুৰ পিছত নিশ্চিহ্ন হৈ যায়। জীৱিত কালতো সমাজৰ ওপৰত তেওঁলোকৰ প্ৰভাৱ নৰজে। পুত্ৰ-সন্তান লাভৰ এনে আকাঙ্ক্ষা আমাৰ সমাজতো প্ৰযোজ্য। "সন্তান জন্মৰ জৰিয়তে যুৱীয়া জীৱন সাৰ্থক হয়। নাৰীৰ সন্তানদায়িনী শক্তিক সমাজে শ্ৰদ্ধাৰ চকুৰে চায়। এই শক্তি যাৰ নাই, সেই নাৰীক সমাজে অশ্ৰদ্ধা বা পুতৌৰ চকুৰে চায়। প্ৰত্যেক নাৰীয়ে এইষাৰ কথা বুজে।" তলত দিয়া কানাড়ী লোক-গীতটোত এই বেদনা মনোৰমকৈ প্ৰতিচ্ছবিত হৈছে ঃ

বন্ধ্যা হোৱাতকৈ বোকা-পলস হোৱাই ভাল।
পলসত অন্ততঃ সূৰ্য্যৰ প্ৰখৰ তাপৰপৰা
ছাঁ দিয়া গছকে গজে।

... ... ...

সাধাৰণতে পুত্ৰ-সন্তান নাৰী-পুৰুষৰ সমাজ-অনুমোদিত কামনা যদিও যিবোৰ সমাজত বিয়াৰ সময়ত কইনাৰ গা-ধন লোৱাৰ নিয়ম আছে, সেইবোৰ সমাজত কন্যা সন্তান লাভ গৌৰৱৰ কথা। পলিনেছীয়া, মালয় আৰু বান্টু সমাজত সৰহ সন্তানৰ পিতৃত্ব বা মাতৃত্ব লাভ কৰিব পৰাটো অৰ্থনৈতিক দৃষ্টিকোণৰপৰা লাভবান কথা; সামাজিক দৃষ্টি-কোণৰপৰা গৌৰৱৰ কথা। চীনা আৰু ভাৰতীয় সমাজ এইবোৰ

সমাজৰ তুলনাত বহু উন্নত। তথাপি, এইবোৰ সমাজতো সন্তান লাভৰ ওপৰত গুৰুত্ব প্ৰদান সমানভাৱেই কৰা হয়।

সঁচা কথা, বৰ্ত্তমান বিবাহৰ সম্বন্ধ নিৰ্দ্ধাৰণ কৰে অৰ্থনৈতিক কাৰণ-সমূহে। বিবাহৰ ওপৰত প্ৰাচীন যুগতো যে অৰ্থনৈতিক কাৰণৰ প্ৰভাৱ আওপকীয়া ভাবে পৰা নাছিল, এনে নহয়। অৱশ্যে এই প্ৰভাৱ আওপকীয়া ধৰণৰ আছিল। এইখিনিতে এজন বাণ্টু সমাজৰ মানুহৰ উদাহৰণ দাঙি ধৰিব খুজিছোঁ; তেওঁ বিয়া কৰায়, কাৰণ তেওঁক সন্তান লাগে। তেওঁক আৰু লাগে পথাৰত কাম কৰিবলৈ এজনী তিৰোতা। সেই জনীয়েই হৈছে নৱ-পৰিণীতা পত্নী। এইদৰেই তেওঁৰ পৰিয়াল-জীৱন গঢ়ি উঠে। পৰিয়ালৰ যুটীয়া প্ৰচেষ্টা নহলে তেওঁৰ অৰ্থনৈতিক কৰ্ম্ম-প্ৰচেষ্টা ঠন ধৰি উঠাটো সম্ভৱ নহয়। এই প্ৰচেষ্টাত সহায় কৰিবলৈ, কন্যাই হওক বা পুত্ৰই হওক, সন্তানৰ প্ৰয়োজন। বুঢ়াকালত পিতৃ-মাতৃৰ যত্ন লবলৈকো সন্তানৰ প্ৰয়োজন। পিতৃ-মাতৃৰ প্ৰতি সন্তানৰ কৰ্ত্তব্যৰ বিষয়ে দাৰ্শনিক প্লেটোৰ এধাৰ মনোৰম কথা উদ্ধৃত কৰিব খুজিছোঁ: "Neither God, nor a man who has understanding, will ever advise anyone to neglect his parents......... The curses of parents are, as they ought to be, mighty against their children as no others are."

প্ৰাচীন ধৰ্ম্মব্যৱস্থা, প্ৰাচীন নৈতিকতা আৰু বিধিবিধান পৰীক্ষা কৰি চালে একেষাৰ কথা স্পষ্ট হৈ পৰে। কথাষাৰ হৈছে এটা শক্তিশালী পৰিয়াল আৰু কিছুমান সৌষ্ঠৱপূৰ্ণ সন্তান প্ৰত্যেক ব্যক্তিৰ জীৱনত অপৰিহাৰ্য্য বস্তু। প্ৰত্যেক ব্যক্তিয়ে সমাজত সন্মানজনক স্থান বিচাৰে। এনে স্থান পৰিয়াল-সংগঠনে অৰ্থনৈতিক শক্তি প্ৰদান কৰি যে প্ৰদান কৰে, সেই বিষয়ে সন্দেহ নাই।

ওপৰত উল্লেখ কৰা কথাবোৰ কৃষিজীৱী সমাজৰ বস্তু। বৰ্ত্তমান সমাজ সম্পূৰ্ণৰূপে কৃষিজীৱী হৈ থকা নাই। শিল্প-উদ্যোগৰ বিচাৰে নতুন পৰিবৰ্ত্তন সাধিছে। চহৰ, মহানগৰ ইত্যাদিৰ উত্থান সম্ভৱপৰ হৈছে। আধুনিক চহৰ আৰু মহানগৰ সমূহত আহাৰ আহৰণৰ সমস্যা নাই। মানুহৰ বাসস্থান সৰু সৰু ফ্লেট হৈছে। একেঠাইতে ৰান্ধনী ঘৰ আৰু শোৱনীঘৰৰ ব্যৱস্থা হৈছে। ৰান্ধনীৰ কাৰণেও যন্ত্ৰ ব্যৱহাৰৰ



জৰিয়তে ৰন্ধা-বঢ়াৰ কামবোৰ সহজ হৈছে। চুইছ টিপিলেই হ'ল। সমাজ সম্পূৰ্ণৰূপে কৃষিজীৱী হৈ থাকোঁতে যিবোৰ কাৰণৰ তাড়নাত মানুহে বিয়া কৰাব লগা হৈছিল, সেইবোৰ কাৰণ ক্ৰমাৎ অন্তৰ্দ্ধান হৈ আহিছে। এইকাৰণেই বৰ্ত্তমান সমাজত বিবাহৰ প্ৰয়োজনীয়তা ক্ৰমাৎ টুটি আহিছে।

আধুনিক সভ্যতাই বহুখিনি প্ৰাচীন ৰীতি-পদ্ধতিৰ ধ্বংস কৰিছে, সঁচা কথা। ইয়াৰ কাৰণ অৱশ্যে নোহোৱা নহয়। যিবোৰ কাৰণে প্ৰাচীন ৰীতি-পদ্ধতিৰ জন্ম দিছিল, মানুহৰ দৃষ্টিভংগী পুৰঠ হোৱা আৰু আত্মবিশ্বাস বঢ়াৰ লগে লগে সেইবোৰ আজি অন্তৰ্দ্ধান হৈছে। মানুহে আজি ভূতপ্ৰেততো বিশ্বাস নকৰে, যাদুতো বিশ্বাস নকৰে। এই বিষয়ে ৱেষ্টাৰমাৰ্কৰ মত সুস্পষ্ট। আগেয়ে পৰিয়ালৰ প্ৰয়োজন হৈছিল যুটীয়া উৎপাদন প্ৰচেষ্টাৰ কাৰণে। বিবাহৰ জৰিয়তে আজি কিবা অৰ্থ-নৈতিক সা-সুবিধা হয় যদিও সি ধৰিবলগীয়া নহয়। ঘৰৰ বন্ধন আৰু ল'ৰা-ছোৱালীৰ প্ৰতি দায়িত্বই নাৰীৰ অৰ্থনৈতিক স্বতন্ত্ৰতাৰ পথত বাধা দিয়ে। সেই বাধা বৰ্ত্তমান উৰ্ঁলি পৰিছে। বিবাহ-বন্ধনত সোমাই ব্যক্তিগত সা-সুবিধা জলাঞ্জলি নিদিয়াকৈয়ে বিবাহ-জীৱনৰ সকলোখিনি সুবিধা লবৰ কাৰণে যি পৰিবেশৰ প্ৰয়োজন, সেই পৰিবেশ শিল্প-উদ্যোগ সমাজত আজি স্বয়ংসিদ্ধ হৈ পৰিছে। আধুনিক ৰাষ্ট্ৰসমূহৰ টেক্সৰ বোজায়ো বিবাহ-অনুষ্ঠানৰ ওপৰত কম আঘাত নকৰাকৈ থকা নাই।

ইমানখিনি অবিধা সত্বেও এইষাৰ কথা কব লাগিব: কোনো সামাজিক, অৰ্থনৈতিক পৰিবৰ্ত্তনে—এই পৰিবৰ্ত্তন যিমানেই বিপুল নহওক লাগিলে—বিবাহ-অনুষ্ঠানক সম্পূৰ্ণৰূপে নিৰ্ম্মূল কৰিব নোৱাৰে। বিবাহ-অনুষ্ঠান ধ্বংস কৰা মানে মানৱ-সভ্যতাৰ ঐতিহ্যক ধ্বংস কৰা, ব্যক্তিৰ মৌলিক প্ৰয়োজনীয়তাক ধ্বংস কৰা, ব্যক্তিৰ অৰ্থনৈতিক কৰ্ম্ম-প্ৰচেষ্টাৰ মূল অনুপ্ৰেৰণাক ধ্বংস কৰা। এনে ধ্বংস কাৰ্য্যৰ জৰিয়তে ব্যক্তিৰ চৰিত্ৰ আৰু ব্যক্তিত্বও যে ধ্বংস হব, সেই বিষয়ে সন্দেহ নাই।

পণ্ডিত সমাজে যিহকে নকওক লাগিলে, নাৰীৰ ওপৰত মানৱ জাতিৰ মাতৃত্বৰ দায়িত্ব প্ৰধানকৈ ন্যস্ত। কৰি ৱাল্ট হুইটমেনে এইষাৰ কথাকে কৈছিল। মাতৃত্বৰ দায়িত্বই নাৰীৰ ওপৰত পাৰিবাৰিক আৰু সামাজিক দায়িত্ব ন্যস্ত কৰিছে। জীৱিকা আৰ্জ্জনৰ মুখ্য দায়িত্ব পুৰুষৰ ওপৰত

ন্যস্ত। গতিকেই পুৰুষ বহির্ম্মুখী হবলৈ বাধ্য। নাৰীৰ কাম ঘৰৰ ভিতৰত, পুৰুষৰ কাম ঘৰৰ বাহিৰত। আদিম সমাজ বিশ্লেষণ কৰিলে দেখা যায়, পথাৰত খেতি নাইবা হাবিত চিকাৰ, এনেবোৰ কামত পুৰুষ ব্ৰতী নহলে পৰিয়ালৰ অৰ্থ নৈতিক জীৱন নিয়াৰিকৈ পৰিচালিত হোৱাটো সম্ভৱপৰ নহয়। ইয়াৰপৰা এইযাৰ কথা স্পষ্ট হৈ পৰে, জীৱিকা-আৰ্জ্জনৰ অৰ্থ-নৈতিক পদ্ধতি অনুসাৰে পুৰুষৰ দায়িত্বই গঢ় লয়। এইযাৰ কথাও সঁচা, ক্ৰমাৎ চহৰ সভ্যতাৰ যেতিয়া অভ্যুদয় হবলৈ ধৰে, কৰ্ম্ম-পৰিসৰ যেতিয়া বিস্তৃত হবলৈ ধৰে, তেতিয়া অৰ্থ নৈতিক স্বাৱলম্বিতাৰ নামত নাৰী নিজৰ দৈনন্দিন নিৰ্ঘণ্টত অধিকভাৱে আৱদ্ধ হবলৈ ধৰে। অৰ্থ-নৈতিক স্বাৱলম্বিতা আহিছে যদিও সকলো নাৰীয়েই যে ডাঙৰ চাকৰি কৰাৰ সুবিধা পাইছে, এনে নহয়। কোনো কোনোৱে আনৰ ঘৰত বেটী-বান্দীৰ কামো কৰিবলগা হৈছে। গ্ৰীছদেশৰ অতীজৰ জীৱনধাৰা বিশ্লেষণ কৰি চালে দেখা যায়, নাৰী গৃহকক্ষত অধিকভাৱে বন্দিনী। এনে অৱস্থাৰ আন এটা লেখত লবলগীয়া পৰিণতি হৈছে সমাজৰ উচ্চ মহলত 'হেৰেম' নামৰ গৰ্হিত অনুষ্ঠানৰ—যাক নাৰীৰ বাবে বন্দীশাল বোলাটোহে শুদ্ধ হব—উৎপত্তি।

অৰ্থ নৈতিক সংগঠনৰ পৰিবৰ্ত্তনৰ লগে লগে সমাজত ন ন আদৰ্শৰ অভ্যুদয় হবলৈ ধৰে। এনে হোৱাটো স্বাভাৱিক। সমাজত বিবাহ বিচ্ছেদ অনুমোদিত হবলৈ লয়, আইন-সন্মত হবলৈ লয়। ব্যক্তি-স্বতন্ত্ৰতাৰ আদৰ্শই এই সময়ত সমাজ-মন কেনেকৈ আচ্ছন্ন কৰিছিল, সেই বিষয়ে সম্ভেদ পাবলৈ হলে বিশ্ব-বিখ্যাত নাট্যকাৰ ইবছেনৰ ন'ৰা চৰিত্ৰ অধ্যয়ন কৰিলেই যথেষ্ট। সাহিত্যৰথী বেজবৰুৱাৰ ডালিমী ৰোমান্টিক প্ৰণয়ৰ নেকী, ইবছেনৰ ন'ৰা বাস্তৱ জীৱনৰ প্ৰতিমূৰ্ত্তি; উদ্যোগজনিত সভ্যতাৰ নতুন আদৰ্শ আৰু ভাৱধাৰাই বিবাহ-জীৱনক শৃঙ্খলাহীন কৰি তুলিছে, অন্ততঃ প্ৰাচীন ঐতিহ্যক হীনপ্ৰভ কৰিছে।

নতুন উদ্যোগজনিত সভ্যতা বিস্তাৰৰ জৰিয়তে স্বাভাৱিকতে নতুন সামাজিক দৃষ্টি ভঙ্গীৰ অভ্যুদয় হৈছে। কলকাৰখানা আদি ঔদ্যোগিক ক্ষেত্ৰত নাৰী, আনকি কণ কণ ল'ৰা-ছোৱালীয়েও কাম কৰিবলৈ লয়। পোনতে উদ্যোগ-প্ৰতিষ্ঠানসমূহৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় কোনো নিয়ন্ত্ৰণ নাছিল। গতিকে, নাৰীয়েই হওক বা পুৰুষেই হওক, নতুন এই বনুৱা শ্ৰেণীৰ



অৱস্থা সহজেই বোধগম্য। এই বিষয়ে দীঘলীয়াকৈ আলোচনা কৰিব খোজা নাই। সমাজ বা ব্যক্তিৰ ওপৰত ইয়াৰ যি প্ৰভাৱ পৰিছিল, সেই বিষয়ে কোৱাটো অৱশ্যে উচিত হব। এনে পৰিবৰ্ত্তিত অৱস্থাৰ জৰিয়তে পৰিয়াল-জীৱনৰ সংগঠন যে সোলোক-ঢোলক হৈছিল, সেই বিষয়ে সন্দেহ নাই। স্বাভাৱিকতে দৈহিক, নৈতিক, বৌদ্ধিক জীৱনৰ ওপৰতো আঘাত পৰিবলৈ ধৰে। কল-কাৰখানাৰ সংকীৰ্ণ পৰিৱেশৰ চাৰি সীমাৰ মাজত আৱদ্ধ বনুৱা নাৰীয়ে মুক্ত বায়ু সেৱন কৰিবলৈ সুযোগ-সুবিধা পায় ক'ৰ পৰা? এনেবোৰ কাৰণৰ বাবেই কৃষি সমাজৰ নাৰী আৰু বনুৱা সমাজৰ নাৰীৰ মাজত জীৱন-দৃষ্টিৰ পাৰ্থক্য হবলৈ বাধ্য।

লো, কয়লা, তীখা ইত্যাদি পদাৰ্থক কেন্দ্ৰ কৰি উত্থান লাভ কৰা উদ্যোগ অনুষ্ঠানে সমাজ-আত্মাক বিভ্ৰান্ত কৰিবলৈ লয়। খেতিৰ পথাৰক কেন্দ্ৰ কৰি সৃষ্টি হোৱা আদৰ্শ এনেদৰেই বিৰাট পৰিবৰ্ত্তনৰ সন্মুখীন হয়; ব্যক্তি, ঘৰ আৰু পৰিয়াল-জীৱনৰ পৰা বিচ্ছিন্ন হৈ পৰে। সমাজ-সংগঠনৰ স্বৰূপ ক্ৰমাৎ পৰিবৰ্ত্তিত হোৱাৰ লগে লগে সমাজত নতুন ধৰণৰ অনীতি, দুৰ্নীতি ইত্যাদিৰ অভ্যুদয় নোহোৱাকৈ থকা নাই।

উদ্যোগজনিত সভ্যতাত সমাজে পৰিয়াল-জীৱনৰ কথা নেজানে। অ'লডইছ্ হাক্স্‌লীৰ মতে গৰু কেনে ধৰণৰ চাৰিঠেঙীয়া জন্তু, সেইবিষয়ে নজনা চহৰীয়া ল'ৰা-ছোৱালীয়ে পৰিয়াল-জীৱনৰ বিষয়ে নজনাটো একো আচৰিত কথা নহয়। উদ্যোগজনিত সভ্যতাই পৰিয়াল-জীৱনৰ ওপৰত কেনেদৰে আঘাত কৰিছে, সেই বিষয়ে বাৰ্ট্ৰাণ্ড ৰাছেলে বঢ়িয়াকৈ বৰ্ণাইছে। উদ্যোগজনিত সভ্যতাৰ কৰ্ম্মব্যস্ততাৰ কাৰণে পৰিয়াল-জীৱনৰ মূলগত স্নেহ-প্ৰীতিৰ যি আকৰ্ষণ, সেই বিষয়ে পৰিয়ালৰ সন্তানবৰ্গৰ অভিজ্ঞতা সীমাৱদ্ধ হোৱাটো একো আচৰিত কথা নহয়।

বিবাহ-বিচ্ছেদৰ নিৰিখ আমেৰিকাৰ যুক্তৰাষ্ট্ৰত অধিক। এই বিষয়ে 'সাগৰ দেখিছা' ভ্ৰমণ কাহিনীত উল্লেখ আছে। যুক্তৰাষ্ট্ৰত অতি সাধাৰণ পাৰিবাৰিক কাৰণতে বিবাহ-বিচ্ছেদ হয় যদিও ৰাষ্ট্ৰীয় কাৰণৰ বাবেও যে বিবাহ-বিচ্ছেদ নোহোৱাকৈ থাকে, এনে নহয়।

উদাহৰণ স্বৰূপে কব পাৰি, দেশত যেতিয়াই বাণিজ্য পতনমুখী হয় নাইবা আৰ্থিক 'ভাৰসাম্য' পতনমুখী হয়, তেতিয়াই বিবাহ-বিচ্ছেদৰ নিৰিখ উৰ্দ্ধগামী হোৱা দেখা যায়। এইষাৰ কথা আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ ক্ষেত্ৰত যেনেদৰে সঁচা, তেনেদৰে আনবোৰ উদ্যোগজনিত সভ্যতাৰ ক্ষেত্ৰতো সঁচা। গতিকেই কব লাগিব, চহৰ-সভ্যতাৰ বৃদ্ধি, উদ্যোগ-বস্তুৰ বিস্তাৰ ইত্যাদি কাৰণসমূহ হৈছে বৰ্ত্তমান যুগৰ পাৰিবাৰিক-জীৱনৰ অস্থিৰতাৰ মূল অনুপ্ৰেৰণা। চহৰকেন্দ্ৰী সমাজ-ব্যৱস্থাত পাৰিবাৰিক জীৱনৰ বান্ধ দুৰ্ব্বল হবলৈ বাধ্য। শিল্প-উদ্যোগৰ বিস্তাৰে আৰ্থিক স্বচ্ছলতা অনাৰ উপৰিও বস্তুতান্ত্ৰিক আদৰ্শ গঢ়ি তোলে। যুক্তৰাষ্ট্ৰৰ পৰিসংখ্যা বিভাগৰ মতে শিল্প-কাৰ্য্যত ব্যস্ত ব্যক্তিৰ মাজত পৰিয়াল-জীৱনৰ অস্থিৰতাৰ উদাহৰণ অধিক। জটিল উদ্যোগজনিত বস্তুতান্ত্ৰিক সভ্যতাত দেখা যায়, এনে সভ্যতাৰ ক্ষেত্ৰত ব্যক্তিৰ মন পৰিয়ালমুখী নহৈ শিল্পজনিত ক্ষেত্ৰত কেন্দ্ৰীভূত হয়। এই দ্বিতীয় বিধ বস্তুৰহে তেওঁৰ কাৰণে আকৰ্ষণ অধিক।

নাৰী পুৰুষৰ উভয়ৰে ব্যক্তিগত অধিকাৰ বিবাহ-জীৱনৰ জৰিয়তে সাব্যস্ত কৰিবলৈ যত্ন কৰা হয়। মনৰ ভাব, ৰুচি-অভিৰুচি, আশা-আকাঙ্ক্ষা, এই সকলোবোৰৰ মুক্ত প্ৰকাশৰ সকলো ক্ষেত্ৰতে সুবিধা থকা উচিত। সঁচা কথা, বৈবাহিক জীৱনত নাৰী-পুৰুষ আদৰ্শ জীৱনবোধৰ দ্বাৰা অনুপ্ৰাণিত হয়। এইকাৰণেই সম্ভৱতঃ ফৰাছী সাহিত্যিক বালজাকে কৈছিল ঃ "A wife is what her husband makes her." সেইবুলি এইষাৰ কথা বিস্মৃত হলে নহব, ব্যক্তিৰ পাৰস্পৰিক কৰ্ত্তব্য আৰু দায়িত্ববোধৰ ক্ষেত্ৰতো বৈবাহিক জীৱনত সুবিধা থকাৰ প্ৰয়োজন। ইয়াৰ বাবে প্ৰয়োজন পাৰস্পৰিক বুজা-পৰাৰ। এই ক্ষেত্ৰত দাৰ্শনিক কাণ্টৰ একেষাৰ কথা ভাল লাগে। কাণ্টৰ মতে ঃ "The essence of the moral life consists in obedience to a categorical imperative. The commands of duty are absolute and true freedom lies in self-constraint of our personal interests and gratification in accordance with the dictates of a higher universal law." কৰ্ত্তব্যবোধ, দায়িত্বজ্ঞান, এই সকলোবোৰ আধ্যাত্মিক বস্তু। ব্যক্তিক এনেবোৰ বস্তুৱে সংযম জ্ঞান



দিয়ে। সংযম জ্ঞানতকৈ ডাঙৰ বস্তু একো হব নোৱাৰে। সমাজ-জীৱনত যেনেকৈ সঁচা, ব্যক্তি-জীৱনতো তেনেকৈয়ে ই সঁচা।

সমাজত উশৃঙ্খলতা বৃদ্ধি পাইছে। কেৱল আমাৰ দেশতে নহয়, পৃথিৱীৰ বহু দেশত। আজি আমাৰ সমাজ সভ্যতাৰ দোমোজাত। প্ৰাচীনক এৰি নতুন এক জীৱনক আকোৱালি লবলৈ আমি যত্ন কৰিছোঁ। ইয়াৰ পৰিণতি হৈছে পুৰণিকো আমি সম্পূৰ্ণৰূপে এৰিব পৰা নাই, নতুনকো ধৰিবপৰা নাই। এইবোৰ কাৰণৰ বাবেই সমাজত বৰ্ত্তমান পৰিয়ালৰ বান্ধ দুৰ্ব্বল হৈছে, এনেবোৰ কাৰণৰ বাবেই বিবাহ-অনুষ্ঠান, ঘাইকৈ পৰিয়াল-জীৱনৰ প্ৰয়োজনীয়তাৰ ওপৰত অধিকভাৱে গুৰুত্ব প্ৰদান কৰাৰ আৱশ্যক হৈছে। তেহে বৰ্ত্তমানৰ অশান্ত সমাজে কিছুদূৰ হলেও স্থিৰতা লাভ কৰাটো সম্ভৱ।

পৃথিৱী আজি অশান্ত। সমাজ অশান্ত। পৃথিৱীৰ, সমাজৰ এই অসুস্থতাৰ কাৰণ ক'ত? বৈজ্ঞানিক সভ্যতা আজি দ্ৰুতগতিত আগবাঢ়িছে। বিজ্ঞানক মই দোষ দিব খোজা নাই। বিজ্ঞানে মানুহৰ দৃষ্টিভঙ্গী বিজ্ঞানসন্মত কৰিছে, সেইবিষয়ে সন্দেহ নাই। দুখৰ বিষয়, বিজ্ঞানৰ গতিবেগৰ লগত মানুহৰ নীতিজ্ঞানে সমতা ৰক্ষা কৰিব জানো পাৰিছে? ইয়াৰ বাবে বিজ্ঞান দোষী নহয়, দোষী হৈছে মানুহৰ নীতিজ্ঞান, ধৰ্ম্ম, সংস্কৃতি, ইত্যাদি। সমাজ সুশৃঙ্খল কৰি ৰখাৰ দায়িত্ব এমুঠি মানুহৰ ওপৰত নিৰ্ভৰ নকৰে; ই সমূহ সমাজৰ দায়িত্ব। ঘৰৰ পৰিবেশ সুশৃঙ্খল নহলে সমাজ সুশৃঙ্খল হোৱাটো সম্ভৱ নহয়। ঘৰৰ পৰিবেশ সুশৃঙ্খল কৰাৰ দায়িত্ব স্বামী স্ত্ৰী উভয়ৰে ওপৰত নিৰ্ভৰ কৰে। পৰিয়ালৰ সুশৃঙ্খল পৰিবেশত উদয় হোৱা স্নেহ-প্ৰীতি, পাৰস্পৰিক আস্থা-বিশ্বাস, নীতিজ্ঞান, ইত্যাদিৰ প্ৰভাব সমাজৰ ওপৰত পৰিবলৈ বাধ্য।

---

# যুৰীয়া জীৱন ঃ ঐতিহ্য আৰু প্ৰকৃতি

সামাজিক দৃষ্টি-কোণৰ পিনৰপৰা চাবলৈ গলে বিবাহ হৈছে মানুহৰ হৃৎপিণ্ডৰ সৈতে সম্বন্ধ থকা এক অনুষ্ঠান। ইয়াৰ আকৰ্ষণ সাৰ্বজনীন। সেইকাৰণেই সম্ভৱতঃ বিবাহ-অনুষ্ঠানক কোনো কোনোৱে মানৱ-জীৱনৰ স্বাভাৱিক বস্তু বুলি কয়। আনহাতে সমাজ-বিজ্ঞানৰ কোনো কোনো পণ্ডিতে ইয়াক মানুহৰ যৌন-জীৱন সুশৃঙ্খল কৰা এবিধ প্ৰচেষ্টাজনিত অনুষ্ঠান বুলিব খোজে। ই যিয়েই নহওক লাগিলে, নাৰী-পুৰুষৰ পাৰস্পৰিক যৌন-আকৰ্ষণে যেনেদৰে আবেগ অনুভূতিক সুসংগঠিত কৰে, তেনেদৰে আন একোৱেই নকৰে। ইয়াৰ উপৰিও যুগে যুগে আমি দেখি আহিছোঁ, নাৰী-পুৰুষৰ সমাজসমৰ্থিত যুৰীয়া জীৱন হৈছে সমাজক সুশৃঙ্খল কৰাৰ এক ডাঙৰ-উপায়। গতিকেই বিবাহ অনুষ্ঠানক সুশৃঙ্খল জীৱন-পদ্ধতিলৈ ৰূপান্তৰিত কৰাৰ দায়িত্ব সমাজৰ ওপৰত ঘাইকৈ নিৰ্ভৰ কৰে। নহলে অবৈধ যৌন-জীৱনে ব্যক্তিক যেনেকৈ উচ্ছৃঙ্খল কৰে, সমাজকো তেনেকৈ কৰে। ঘৃণা, বিদ্বেষ আদি ব্যক্তিৰ মাজতে আবদ্ধ নেথাকে, সমাজৰ পটভূমিলৈকো বাগৰি যায়। অবিবাহিত জীৱনৰ কথা সুকীয়া। অবিবাহিত স্তৰটোক চিৰকলীয়া কৰিবলৈ হলে সমাজ ঠেকু ছিগা হব।

নাৰী-পুৰুষৰ বৈবাহিক জীৱনৰ জৰিয়তে দৈহিক সম্ভোগেই নহয়, আনবোৰ মানবীয় অনুভূতি আৰু গুণৰাশি যেনেকৈ পূৰঠ হৈ উঠে, তেনেকৈ উৰণীয়া যৌন-জীৱনৰ জৰিয়তে নহয়। প্ৰণয় বিকাশ, ব্যক্তিত্ব বিকাশ, সামাজিক, মানসিক, নৈতিক, আধ্যাত্মিক গুণৰাশিৰ বিকাশ, বিবাহ-জীৱনৰ জৰিয়তেহে সম্ভৱপৰ। উপকৰা যৌন-সম্ভোগে তৃপ্তি দিব পাৰে, সঁচা কথা, কিছুদূৰহে। পুৰুষ বা নাৰীৰ সমগ্ৰ সত্তাক আলোড়িত কৰাৰ ক্ষেত্ৰত ই অচল। স্থূলভাৱে চাবলৈ গলে পৰিবাৰ-জীৱন সৃষ্টি কৰা কাৰ্য্যত ই অন্ততঃ অপাৰগ। উপকৰা যৌন-মিলনৰ অন্তৰালত সন্তান জন্মৰ আদৰ্শ নিহিত হৈ নেথাকে। এনে অৱস্থাত আকস্মিক-



ভাৱে কেনেবাকৈ সন্তান সৃষ্টি হয় যদিও এনে পৰিণতি সঙ্গমৰত নাৰী পুৰুষ যোৱাৰ কাৰণেই কেৱল নহয়, অবৈধভাৱে জন্মগ্ৰহণ কৰা সন্তানৰ পক্ষেও কষ্টকৰ অভিজ্ঞতা।

নাৰী পুৰুষৰ বিবাহ-জীৱনৰ জৰিয়তে অনুষ্ঠিত যৌন-সঙ্গমৰ উদ্দেশ্য প্ৰধানতঃ দুটা (১) যৌন-তৃপ্তি সাধন; (২) সন্তান উৎপাদন। এই দুটা উদ্দেশ্যৰ এটাকো অতিক্ৰম কৰি নহয়, সাবটি লৈহে বিবাহ-অনুষ্ঠানৰ গাত ধাৰ্ম্মিক অনুশাসনৰ মোহৰ মৰা হয়। নাৰী-পুৰুষৰ এনেধৰণৰ জটিল মনস্তাত্বিক, দৈহিক আৰু সামাজিক অনুষ্ঠানক বিবাহ বোলা হয়। স্বাভাৱিক অনুষ্ঠান বা দৈৱিক অনুশাসন, যিয়েই নহওক লাগিলে, বিবাহৰ দ্বাৰা সংগঠিত নাৰী-পুৰুষৰ যৌন-কাৰ্য্য বিধিৰ অন্তৰালত যে সন্তান উৎপাদনৰ উদ্দেশ্য নিহিত হৈ থাকে, সেই বিষয়ে সন্দেহ নাই। ইয়াৰ উপৰিও নাৰী-পুৰুষৰ ব্যক্তিগত যৌন-জীৱনৰ সাৰ্থকতাৰ বাবে যে এক ব্যক্তিগত পৰিৱেশৰ, এখন সুশৃঙ্খল ঘৰৰ প্ৰয়োজন, সেইষাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। নাৰী-পুৰুষৰ ব্যক্তিগত যৌন-স্পৃহা উপশম কৰাৰ কাৰণে যেনেকৈ বিবাহৰ প্ৰয়োজন, তেনেকৈয়ে যৌন-প্ৰেম বিবাহ জীৱনৰ মূল মন্ত্ৰ। উভয় ক্ষেত্ৰতে ভাৱসাম্যৰ প্ৰয়োজন। যৌন-উন্মাদনা এনে এটা বস্তু যি কোনো শাসন মানিব নোখোজে। সম্ভৱতঃ এই কাৰণেই মানুহে কয়, আনকি ডেকা পুতেক আৰু মাক, গাভৰু জীয়ৰী আৰু পিতাক, একেটা শয়ন কক্ষত নিশা একেলগে শুব নেপায়। এইষাৰ কথা বিশ্বাস কৰিবলৈ টান পাওঁ। যাৰ প্ৰকৃতিগত ধৈৰ্য্য আৰু অনুশাসন-জ্ঞান আছে, তাৰ কাৰণে এনেবোৰ কথাত বিচলিত হবলগা একো নাই।

তথাপি ই যিয়েই নহওক লাগিলে, মানৱ-জাতিৰ গতি-স্ৰোত স্তব্ধ হৈ যদি যাব নেলাগে, তেন্তে বৈধভাৱে সন্তান লাভৰ প্ৰয়োজনীয়তাৰ কথা কোনেও নুই কৰিব নোৱাৰে। এই একেদৰেই সন্তানেও পিতৃ-মাতৃৰ স্নেহ লভি ডাঙৰ-দীঘল হবলৈ সুবিধা পোৱা উচিত। তেহে ভৱিষ্যতৰ বংশধৰ সকলৰ ব্যক্তিত্ব পূৰঠ হোৱাটো সম্ভৱ। এই সকলোবোৰ বিবাহ-জীৱনৰ জৰিয়তে সম্ভৱ। যৌনকাৰ্য্য সমাপনতে বিবাহ-অনুষ্ঠানৰ লক্ষ্য শেষ নপৰে। সাধাৰণ পশুৱেও যৌন-জীৱন যাপন কৰে। তথাপি যৌন-আচৰণ, পৰিয়াল জীৱন, সংসাৰৰ প্ৰতি

কর্ত্তব্য, এনেবোৰ বস্তুক কেন্দ্ৰ কৰি মানৱ সমাজে যি সুশৃঙ্খল অনুষ্ঠান গঢ়ি তুলিছে, সেই অনুষ্ঠানৰ মৰ্য্যাদা আৰু সৌষ্ঠৱৰ তুলনা নাই।

ব্যক্তিত্ব বিকাশে মানুহক এক স্বকীয়া ৰূপ দিছে। সমাজত বিয়পি পৰি স্বকীয় ব্যক্তিত্বৰে সমাজক ই গৌৰৱশালী কৰিছে। প্ৰকৃতপক্ষে মানুহৰ ক্ষেত্ৰতহে ব্যক্তিত্ব বিকাশৰ সুবিধা আছে, ইতৰ জন্তুৰ ক্ষেত্ৰত নাই। সেইবুলি গাইগুটীয়া হিচাপে ইতৰ জন্তুৰ যে ব্যক্তিত্ব নাই, সেইযাৰ কথা কব খোজা নাই। বন্ধু এজনৰ এটা কুকুৰ আছে। সেই কুকুৰটোক সকলোৱে 'ব্যক্তিত্ব-সম্পন্ন কুকুৰ' বুলি কয়। ব্যক্তিগত হিচাপেই কেৱল নহয়, সামাজিক হিচাপেও মানুহৰ ব্যক্তিত্ব বিকাশৰ কাৰণে যি তৎপৰতা, সেই তৎপৰতা ইতৰ জন্তুৰ নাই, এইখিনিতে দুয়োটাৰ ভিতৰত পাৰ্থক্য। 'ব্যক্তিত্ব' শব্দৰ অৰ্থ বুজিবলৈ হলে ইয়াৰ ইংৰাজী প্ৰতিশব্দ 'personality' বোলা শব্দটোৰ আঁতিগুৰি লব লাগিব। প্ৰফেছৰ ৰেবে 'perosnality' শব্দটো 'persona' শব্দৰপৰা উৎপত্তি লাভ কৰা বুলি কয়। আদিতে 'persona' শব্দটোৱে প্ৰাচীন ৰোমান ৰঙ্গমঞ্চত ভাৱৰীয়াসকলে ব্যৱহাৰ কৰা 'মুখা' বস্তুটোক বুজাইছিল; অৱশেষত শব্দটোৰ অৰ্থই বিস্তৃতি লাভ কৰি সমূহ ভাৱৰীয়া সমাজক বুজাবলৈ লয়। ভাৱৰীয়াৰ মূল্য নিৰ্দ্ধাৰণ কৰা হয় অভিনয়-দক্ষতাৰ জৰিয়তে। অভিনয়-দক্ষতাই হৈছে ভাৱৰীয়াৰ ব্যক্তিত্বৰ মূল আধাৰ। এই একেদৰেই একোজনৰ সমাজ-জীৱনলৈ যোগোৱা বৰঙণি অৰ্থাৎ আচৰণৰ জৰিয়তে সেই ব্যক্তিজনৰ ব্যক্তিত্ব নিৰূপণ কৰা হয়। মঞ্চত যেনেকৈ একোজন ভাৱৰীয়াৰ অভিনয় দক্ষতাই সেইজন ব্যক্তিৰ ব্যক্তিত্ব গঢ়ি তোলে, সেইদৰে জীৱন-মঞ্চৰ আচৰণ-দক্ষতায়ো একোজন ব্যক্তিৰ ব্যক্তিত্বত ৰহণ সানে।

প্ৰাচীন যুগত ব্যক্তিৰ ওপৰতকৈ সমাজৰ ওপৰতহে যথেষ্ট পৰিমাণে গুৰুত্ব প্ৰদান কৰা হৈছিল। সমাজ আছিল সৰ্ব্বনিয়ন্তা, সৰ্ব্বেসৰ্ব্বা। এনেবোৰ কাৰণৰ বাবেই ব্যক্তিত্ব বিকাশৰ স্বতন্ত্ৰীয়া পথত হেঙাৰ পৰিছিল। অৱশ্যে অন্য পথেদি ব্যক্তিত্বই যে বিকাশ লাভ নকৰাকৈ আছিল, সেইযাৰ কথাও নহয়। সেই যুগত সমাজ-সংগঠন আৰু ৰীতি-নীতিৰ প্ৰতি আনুগত্যই আছিল ব্যক্তিত্বৰ চৰম



পৰিচয়। এনে দৃষ্টিভঙ্গীৰ কাৰণেই বৰ্ত্তমান যুগৰ সৰ্ব্বগ্ৰাসী ৰাষ্ট্ৰত সম্ভৱপৰ হোৱাৰ দৰে প্ৰাচীন সমাজতো ব্যক্তিৰ ওপৰত সমাজৰ হেঁচা অত্যধিকভাৱে পৰিছিল। ব্যক্তিৰ মূল্যবোধ সামাজিক মূল্যবোধৰ স্বৰূপেহে নিৰূপিত কৰা হৈছিল। এইখিনিতে বিবাহ-অনুষ্ঠানৰ জৰিয়তে পূৰঠ হোৱা ব্যক্তিকেন্দ্ৰী মূল্যবোধ আৰু সমাজৰ দ্বাৰা অনুমোদিত মূল্যবোধ, এই দুই মূল্যবোধৰ মাজত সৰুসুৰাকৈ সংঘৰ্ষৰ উৎপত্তি নোহোৱাকৈ নাছিল।

বিবাহ জীৱনৰ জৰিয়তে নাৰী পুৰুষ উভয়ৰে ব্যক্তিত্ব বিকাশৰ পথ যেনেদৰে মুকলি হয়, তেনেদৰে আন কিবা অনুষ্ঠানৰ জৰিয়তে যে হয়, সেই বিষয়ে সন্দেহ। বিবাহৰ জৰিয়তে এযোৰা নাৰী পুৰুষৰ কেৱল দেহা বিশেষৰহে সৰ্ব্বতোভাৱে চিনাকি হয়, তেনে নহয়, মনৰো হয়। নাৰী পুৰুষ উভয়ৰে ক্ষেত্ৰত এনেধৰণৰ নিবিড় পৰিচয় কেৱল বিবাহ অনুষ্ঠানৰ জৰিয়তেহে সম্ভৱ। নাৰী পুৰুষৰ এনেধৰণৰ নিবিড় সম্বন্ধৰ বুৰঞ্জী অতি প্ৰাচীন। যুগ-বিশেষৰ দৃষ্টি অনুসাৰে বিবাহ-জীৱনৰ আদৰ্শৰ যে তাৰতম্য নঘটাকৈ আছে, সেইষাৰ কথাও সঁচা নহয়। তথাপি ই জানো সম্পূৰ্ণৰূপে আদৰ্শচ্যুত হৈছে? আচলতে এক-বিবাহ লক্ষ্য যদিও সমাজত জানো বহু-বিবাহৰ আদৰ্শৰ প্ৰচলন নোহোৱাকৈ আছে? ইয়াৰ উপৰিও 'ৰক্ষিতা' বোলা এক শ্ৰেণী নাৰীৰ সমস্যা এটাও আছে। এনেবোৰ সমস্যাই বিবাহ-জীৱনৰ নিবিড়তাৰ ওপৰত নাইৰা পৰিয়াল-জীৱনৰ যি মূল আধাৰ, সেই আধাৰৰ ভাৰসাম্যৰ ওপৰত আঘাত নকৰাকৈ থকা নাই। বিবাহ-অনুষ্ঠান হৈছে এক পৰিপূৰক ব্যৱস্থা। ই নাৰী পুৰুষৰ মাজত স্থায়ীভাৱে দৈহিক আৰু মানসিক সম্বন্ধ স্থাপন কৰে।

এইবোৰ কথা লেখত নললেও একেযাৰ কথা কব লাগিব, বিবাহ-অনুষ্ঠানৰ জৰিয়তে উচ্চতম মানব-আদৰ্শসমূহৰ উৎকৰ্ষ সাধন সম্ভৱপৰ হয়। ইংৰাজ কৱি শ্যেলীয়ে বিবাহ অনুষ্ঠানক 'বন্দীশাল'ৰ লগত ৰিজাইছিল: "Marriage is a prison"—এইষাৰ শুদ্ধ কথা নহয়। ডেকা-তেজৰ পিৰপিৰণিত মানুহে কোৱা কোনো কথাই শুদ্ধ হব নোৱাৰে। তাহানি ডেকাকালত দাৰ্শনিক বেকনৰ কিতাপ এখন পঢ়া কথা মনত আছে। বেকনে কোৱা কথা এষাৰ মনত পৰিছে। কথাষাৰ হৈছে, বিবাহিত

মানুহ উপযুক্ত নাগৰিক হব নোৱাৰে। 'উপযুক্ত নাগৰিক' মানে বেকনে কি বুজাইছিল, সেইষাৰ কথা কোৱা টান। কথাষাৰ মই অৱশ্যে এনেদৰে বুজিবলৈ যত্ন কৰিছোঁ। বিবাহিত মানুহে দেশ আৰু সমাজৰ সেৱা একাগ্ৰতাৰে সৈতে কৰিব নোৱাৰে। বিবাহ দেশ-সেৱাৰ ক্ষেত্ৰত অন্তৰায়। এইষাৰ কথাৰ সপক্ষে যিমান যুক্তি দাঙি ধৰিব পাৰি, বিপক্ষেও সিমান যুক্তি দাঙি ধৰিব পাৰি। অৰ্থহীনভাৱে সংসাৰ-জীৱনত সোমাই পৰা মানুহৰ পক্ষে দেশ-সেৱা কৰাটো টান। ইয়াৰ অৰ্থ হৈছে আনুগত্যৰ বিভাজন। বিভক্ত আনুগত্যৰে—য'ত বিশেষ কোনো আদৰ্শৰ প্ৰতি আনুগত্য নাই—কোনো মহৎ উদ্দেশ্য সাধন কৰিব নোৱাৰি। আনকি ধন ঘটিবও নোৱাৰি। সমাজত শতকৰা ৯৯.৯ জন মানুহৰ জীৱনত একমাত্ৰ উদ্দেশ্য হৈছে ধন ঘটা, সা-সম্পত্তি সংগ্ৰহ কৰা। ধন ঘটিবলৈকো একাগ্ৰতাৰ প্ৰয়োজন। সকলো কামৰ বাবে একাগ্ৰতাৰ প্ৰয়োজন। কিবা এটা নহয় কিবা এটা বস্তু ত্যাগ কৰিব নোৱাৰিলে জীৱনত কোনো সাধনাই পূৰঠ হব নোৱাৰে।

এয়া বিবাহিত আৰু অবিবাহিতৰ মাজৰ সংঘৰ্ষ নহয়, একাগ্ৰতা আৰু একাগ্ৰতাৰ অভাৱ, ইয়াৰ মাজৰহে সংঘৰ্ষ। তথাপি বিশ্ব-বুৰঞ্জীৰ পাত মেলি চালে কেইটামান অদ্ভুত কথা চকুত পৰে। উদাহৰণ স্বৰূপে, যীশু খ্ৰীষ্ট বিবাহ-বন্ধনত সোমোৱা নাছিল। সেইবুলি নাৰীৰ নিৰ্ম্মল সঙ্গ যে যীশু খ্ৰীষ্টই ঘিণ কৰিছিল, সেই বিষয়ে কব খোজা নাই। শঙ্কৰাচাৰ্য্যই বিয়া কৰোৱা নাছিল। মাধৱদেৱে বিয়া কৰোৱা নাছিল। মহাপুৰুষ শঙ্কৰদেৱে বিয়া কৰাইছিল যদিও অসমীয়া ভাষা সাহিত্য আৰু বৈষ্ণৱ ধৰ্ম্মৰ প্ৰতি এইজনৰ বৰঙণি আকাশস্পৰ্শী। সেই কাৰণেই আদৰ্শৰ প্ৰতি আনুগত্যৰ কথা আহে। বিয়া নকৰালেই যে ব্যক্তি মহৎ হব, কৰালেই যে অধঃপতনে যাব, সেইষাৰ কথা শুদ্ধ নহয়। এইখিনিতে বেকনে কোৱাৰ দৰে, অবিবাহিতজনহে 'উপযুক্ত নাগৰিক' হব পাৰে, সেইষাৰ কথাৰ সমৰ্থনসূচক মন্তব্য দাঙি ধৰোঁতাসকলে হয়তো কব পাৰে, বিয়া কৰাইছিল যদিও বুদ্ধদেৱেও আনকি বিবাহ-বন্ধনৰপৰা আঁতৰি আহিহে ধৰ্ম্মব্ৰত গ্ৰহণ কৰিব পাৰিছিল। সেইদৰে বিবাহ-বন্ধনত সোমাইছিল যদিও গান্ধীজী একপ্ৰকাৰ বিবাহবিমুখ আছিল,



এনেদৰে বেকনৰ সমৰ্থক সকলে হয়তো কব পাৰে। ই যিয়েই নহওক, বুদ্ধদেৱ আৰু গান্ধীজীৰ মানব-বুৰঞ্জীলৈ বৰঙণি জানো আদৰ্শৰ প্ৰতি একাগ্ৰতাৰ পৰিচয় নহয় ?

এই মহাপুৰুষসকলৰ বিবাহ-বন্ধনৰপৰা আঁতৰি থকা বা বিবাহ-বন্ধনক অস্বীকাৰ কৰাৰ মূলতে কাৰণ কি ? কোনো কোনোৱে হয়তো কব, আচলতে তেওঁলোকৰ আত্মা সন্ন্যাসধৰ্ম্মী আছিল। সন্ন্যাসধৰ্ম্মী মন এনে নিৰ্লিপ্ততাৰ কাৰণ বুলি মই নেভাবোঁ। আদৰ্শৰ প্ৰতি আনুগত্যহে আচল কাৰণ বুলি ভাবোঁ। উদাহৰণ স্বৰূপে কব পাৰি, ভল্টেয়াৰৰ বিবাহবিমুখিতা সন্ন্যাসধৰ্ম্মী মনোভাবৰ কাৰণে নহয়, এক উচ্চ স্তৰৰ আদৰ্শৰ প্ৰতি আনুগত্যৰ কাৰণেহে। বিবাহ-বন্ধনৰপৰা আঁতৰি অহাৰ কাৰণৰ বিষয়ে গান্ধীজীয়ে নিজেই মুক্ত-ভাৱে কৈছে, সৰ্ব্বসাধাৰণ বাইজ গান্ধীজীৰ দৰে অৱশ্যে মুক্তভাষী হব নোৱাৰে। বিয়া নকৰোৱাৰ কাৰণ দেখুৱাই সৰ্ব্বসাধাৰণ মানুহে কয় ঃ "ব্যক্তিগত কাৰণত মই বিয়া নকৰোৱাকৈ আছোঁ।" কোনো কোনোৱে প্ৰথমা পত্নীৰ মৃত্যুৰ পিছত দুনাই বিয়া কৰাব নোখোজে। স্বৰ্গগামী পত্নীৰ প্ৰতি গভীৰ প্ৰেম আৰু আসক্তি প্ৰদৰ্শন কৰাৰ উদ্দেশ্যেৰে।

অপ্ৰাসঙ্গিক নহলে এজন অতি-কৃপণ কবি-সাহিত্যিকৰ কথা কব খুজিছোঁ। ৰোগগ্ৰস্তা পত্নীৰ চিকিৎসাৰ কাৰণে কবি-সাহিত্যিকজনে এটা ফুটা কড়িও ব্যয় নকৰিলে। পত্নীৰ মৃত্যুৰ পিছত তেওঁক শোকে এনেদৰে খুন্দা মাৰি ধৰিলে যে এবছৰৰ কাৰণে দাড়ি-চুলি কাটিবলৈ এৰি দিলে। কবিৰ মুখমণ্ডলত সাধাৰণতে দাড়িগোঁফে এক অনিৰ্ব্বচনীয় শোভাৰ সৃষ্টি কৰে। দুৰ্ভাগ্যবশতঃ এইজনা কবিৰ মুখমণ্ডলত তেনে শোভা সৃষ্টি হোৱা নাছিল। দাড়িয়ে চুলিয়ে কবিৰ ৰূপ চাবলগা হৈছিল। কোনো কোনো সহানুভূতিশীল জনে কবলৈ ধৰিলে ঃ "মৃতা পত্নীৰ প্ৰতি কবিৰ এয়া গভীৰ ভালপোৱাৰ চিন।" ময়ো সেইদৰে ভাবিছিলোঁ। এদিন চকুচৰহা এজনে কলে ঃ "আপুনি কি ভাবিছে ? দাড়ি-চুলি নেকাটি এয়া কৃপণ কবিৰ পইছা ৰাহি কৰাৰ বুদ্ধি"। ই যিয়েই নহওক লাগিলে, দাড়ি-চুলি যেনেকৈ নকটাকৈ থাকে, তেনেকৈ বহুত কাৰণত মানুহে বিয়া নকৰোৱাকৈও থাকে। এনেধৰণৰ সিদ্ধান্তৰ গুৰিতে সকলোৰে যে সন্ন্যাসী মনোভাৱ, সেইষাৰ কথা বৰ শুদ্ধ নহয়।

আচলতে কবলৈ গলে বৈবাহিক জীৱনৰ নিজস্ব এক শৃঙ্খলা আছে, নিজস্ব এক মাদকতা আছে। পাৰস্পৰিক আনুগত্য, স্নেহ-প্ৰীতি, কৰ্ত্তব্য-পৰায়ণতা, চৰিত্ৰৰ উৎকৰ্ষ সাধন, ব্যক্তিত্বৰ বিস্তৃতি, আদৰ্শৰ প্ৰতি সন্মোহন ইত্যাদি সদগুণৰাশি এনে ধৰণৰ নিবিড় জীৱনৰ জৰিয়তেহে পোখা মেলাটো সম্ভৱ। স্নেহ-প্ৰীতিক অন্তৰ আত্মাৰ যদি সন্মোহন বুলি ধৰা হয়, তেন্তে সেই সন্মোহনৰ অন্তৰালত কিমানবোৰ আবেগ-অনুভূতি নিহিত হৈ আছে, সেইযাব কথা ভাবিলেই উপলব্ধি কৰিব পাৰি। ইয়াৰে কিছুমান অনুভূতি স্বভাৱসিদ্ধ যদিও মানব সমাজৰ কাৰণেহে এইবোৰ স্বাভাৱিক। মানব-সমাজ উচ্চতৰ বুদ্ধি-জনিত বস্তু। সেই কাৰণে ইয়াৰে কিছুমান মানব-জীৱন আৰু পশু-জীৱন দুয়োবিধৰ জীৱনত সমান্তৰালভাৱে প্ৰবাহিত। যেনে যৌন-আচৰণ। বহুতেই ধাৰণা কৰে, বিবাহে মানুহক যৌন-আচৰণৰ ক্ষেত্ৰত সংযত কৰে। সংযত নকৰিলেও স্বামী স্ত্ৰীৰ ভিতৰত যে কিছুদূৰ ইয়াক কেন্দ্ৰীভূত কৰে, সেই বিষয়ে সন্দেহ নাই। ইয়াৰ বিপৰীত দিশটোও সত্য। বিবাহ-জীৱনৰ বন্ধনৰ হেতুকে নাৰী বহুজনবল্লভা হোৱাটো অসম্ভৱ। সেইদৰে বহুক্ষেত্ৰত পুৰুষৰ দেহা আৰু মন বহুনাৰী উপভোগৰ লিপ্সাৰপৰা আঁতৰি আহি একে গৰাকীতে আবদ্ধ হয়। পুৰুষৰ ক্ষেত্ৰত ইয়াৰ পৰিণতি অৱশ্যে বিপৰীতধৰ্ম্মী নোহোৱাকৈও নেথাকে। বৈচিত্ৰ্যৰ অভাৱত অন্ততঃ কেইমাহমানৰ কাৰণে পুৰুষে নিজৰ পত্নীৰ ওপৰত দিনে-নিশাই অত্যধিক যৌন-অত্যাচাৰ চলায়। কোনো কোনো নাৰীৰ ক্ষেত্ৰত এনে যৌন-অত্যাচাৰ অসহনীয় নোহোৱাকৈও নেথাকে। শাস্ত্ৰৰ মতে দিনত নাৰী-সম্ভোগ নিষিদ্ধ যদিও বহুতে এইযাৰ কথাৰ অৱমাননা কৰাৰ উদাহৰণো নথকা নহয়। সূৰ্য্য দেৱতাই কুমাৰী কুন্তীক সম্ভোগ কৰিছিল দিনত, নিশাৰ এন্ধাৰত নহয়।

স্নেহ প্ৰীতি শূন্যত হব নোৱাৰে। তেজ-মঙহৰ কোনো ব্যক্তিক কেন্দ্ৰ কৰি ই উৎপত্তি হয়। এইযাৰ জনা কথা। যাৰ প্ৰতি প্ৰণয়-অনুভূতি সজাগ আৰু সজীৱ হয়, সেই ব্যক্তিক স্বাভাৱিকতে মৰ্য্যাদাৰ চকুৰে নিৰীক্ষণ কৰা হয়। ব্যক্তিগতভাৱে এনে অনুভূতিৰ অভ্যুদয় নহলে কাৰো প্ৰতি সন্মোহন হব নোৱাৰে। গতিকেই ব্যক্তিগত



আসক্তিৰ প্ৰয়োজন। আসক্তি নিৰ্লিপ্ততাৰ বিপৰীত দিশ। প্ৰণয় হৈছে আসক্তিজনিত ব্যক্তিগত আকৰ্ষণ। নাৰী-পুৰুষৰ যৌন-জীৱনৰ জৰিয়তে ই যেতিয়া প্ৰকাশ পায় নাইবা সন্তানৰ প্ৰতি স্নেহৰ জৰিয়তে প্ৰকাশ পায়, তেতিয়াই একপ্ৰকাৰ অনুভূতিজনিত আধ্যাত্মিক স্তৰলৈ এনে প্ৰণয় উন্নীত হোৱাটো সম্ভৱ। সূক্ষ্ম অনুভূতিৰ অভাৱে স্নেহ-প্ৰীতিৰ সম্বন্ধক মাৰ্জ্জিত কৰিব নোৱাৰে। যেতিয়াই ইয়াৰ বিপৰীত হয়, তেতিয়াই প্ৰণয় হয় কাম-গন্ধসিক্ত নিকৃষ্ট অনুভূতি। কবিৰ ভাষাত ঃ

"আত্মেন্দ্ৰিয় প্ৰীতি-ইচ্ছা তাৰে বলি কাম।
কৃষ্ণেন্দ্ৰিয় প্ৰীতি-ইচ্ছা ধৰে প্ৰেম নাম॥"

একমাত্ৰ দেহৰ সম্বন্ধৰ কথা য'ত আছে, ত'ত প্ৰণয় হব নোৱাৰে। প্ৰণয়-অনুভূতিক আত্মাৰ বোলেৰে ৰঙীন কৰি আদৰ্শৰ স্তৰলৈ ঊৰ্দ্ধগামী কৰিব নোৱাৰিলে, পৃথিৱীৰ বোকা-পানীৰে সি পঙ্কিল হৈ থাকিব। "কৃষ্ণেন্দ্ৰিয় প্ৰীতি-ইচ্ছা" হৈছে উচ্চ স্তৰৰ অন্তৰ-আত্মাৰ বস্তু। দেহ-বন্ধনক আওকাণ কৰি সিদ্ধ হোৱা ই এক অনুভূতি। প্ৰকৃত প্ৰণয় হৈছে অসীম আৰু সসীমৰ সন্ধিস্থল। কবিয়ে মৰ্ত্ত্যলোকৰ ছবি আঁকিছে। স্বৰ্গৰ ছবিও আঁকিছে, কিন্তু আমাৰ বৈষ্ণৱ কবিসকলে মৰ্ত্ত্যলোক আৰু স্বৰ্গলোক, উভয়ৰে ছবি একে কৰি আঁকিছে। প্ৰকৃত প্ৰণয়ৰ ৰূপ সমজাতীয়। এই কাৰণেই সম্ভৱতঃ বেকনে কৈছিল ঃ "A crowd is not a company and faces are but a gallery of pictures and talk but a tinkling symbol where there is no love." প্ৰকৃত প্ৰণয়ৰ অবিহনে মানব-জীৱন উকা। সুশৃঙ্খল বৈবাহিক জীৱন পৰিয়াল-কেন্দ্ৰী, প্ৰকৃত প্ৰণয়ৰ আলয়।

সমাজৰ কথা এৰিছোঁৱেই, প্ৰকৃততে যাক ভাল পোৱা যায়, সেই ব্যক্তিৰ মাজত নিজকে বিলাই দিব নোৱাৰিলে প্ৰণয়ৰ উদ্ভাৱন হোৱাটো সম্ভৱপৰ নহয়। দেহাৰ আকৰ্ষণ প্ৰণয় নহয়। এনেদৰে স্বামী-স্ত্ৰীৰ ক্ষেত্ৰত নিজকে বিলীন কৰি দিয়া হয় বাবেই পাৰস্পৰিক প্ৰণয়ৰ মাজত তৃতীয় ব্যক্তিৰ প্ৰতিদ্বন্দ্বিতা সহ্য কৰিবৰ কাৰণে কোনো প্ৰস্তুত নহয়। তৃতীয় ব্যক্তিৰ অভ্যুদয়ে ঈৰ্ষাৰ জন্ম দিয়ে। ঈৰ্ষাই ব্যক্তিক নিম্নগামী কৰে। ঈৰ্ষাৰ পৰিণতি স্বৰূপে বহু ক্ষেত্ৰত হত্যা

আদি সহজ বস্তু হৈ পৰাও দেখা যায়। ব্যক্তিকে কেৱল নহয়, ঈৰ্ষাই পৰিয়াল-জীৱন আৰু সমাজ-জীৱন, উভয়কে ধ্বংসমূখী কৰে।

এই বিষয়ে কবলৈ যোৱাৰ আগতে কৃষি-সমাজ, পশু-পালক সমাজ, চহৰজীবী সমাজ, সমাজৰ এনেবোৰ স্তৰ বিশেষত বিবাহ-অনুষ্ঠান কেনেকৈ গঢ়ি উঠিছিল, সেই বিষয়ে কব খুজিছোঁ। আদিতে মানুহ আছিল ভ্ৰাম্যমান, মানুহ আছিল চিকাৰজীৱী। চিকাৰজীৱী সমাজৰ যৌন-জীৱনৰ বিষয়ে, যৌথ-বিবাহৰ বিষয়ে আন এঠাইত উল্লেখ কৰা হৈছে। চিকাৰজীৱী সমাজৰপৰা কৃষিজীৱী সমাজলৈ ক্ৰমাৎ পৰিবৰ্ত্তন সম্ভৱপৰ হ'ল। সমাজ-জীৱনৰ ওপৰত এই পৰিবৰ্ত্তনৰ প্ৰভাৱ অভূতপূৰ্ব্ব আৰু অপৰিসীমভাৱে পৰিবলৈ ধৰিলে ; এই পৰিবৰ্ত্তন অৱশ্যে ধীৰ মন্থৰ গতিত হবলৈ ধৰিলে। মানৱ-জীৱনৰ ইতিহাস বিৱৰ্ত্তনৰ বুৰঞ্জী। বিপ্লৱৰ জৰিয়তে হোৱাৰ বাহিৰে কোনো পৰিবৰ্ত্তন কেতিয়াও আকস্মিক বস্তু হব নোৱাৰে। এই বিৱৰ্ত্তনৰ বুৰঞ্জী হেজাৰ হেজাৰ বছৰ আগুৰি সংগঠিত হৈছিল। গতিকে কৃষি আৰু চিকাৰ, দুয়োটা জীৱন-পদ্ধতি সমান্তৰালভাৱে কিছুদিনৰ কাৰণে চলি থাকিবলৈ বাধ্য হৈছিল। বহুতো আদিম সমাজত সংমিশ্ৰিত ব্যৱস্থাৰ প্ৰচলন আজিও দেখা যায়। আনকি য'ত কৃষিৰ বাবে মাটি সাৰুৱা, তেনেবোৰ অঞ্চলতো ; উদাহৰণ স্বৰূপে, নীল-নৈৰ উপত্যকা আৰু এচিয়া-মাইনৰৰ কথা উল্লেখ কৰিব পাৰি। আনকি এইবোৰ অঞ্চলতো চিকাৰ-জীৱন আৰু কৃষি-জীৱন, দুয়োটা বস্তু সমান্তৰালভাৱে বহুযুগ ধৰি চলি আছিল।

মানৱ-বুৰঞ্জীৰ পাত মেলি চালে এটা কথা বুজিব পাৰি। কৃষি-ব্যৱস্থা পশু-পালন ব্যৱস্থাৰ পূৰ্ব্বৱৰ্ত্তী বস্তু। তথাপি বুৰঞ্জীয়ে এইষাৰ কথাও কয়, খ্ৰীষ্টপূৰ্ব্ব ৬০০০ আৰু ৫০০০ হেজাৰ বছৰৰ অন্তৰ্ব্বৰ্ত্তী কালছোৱা মিশ্ৰিত কৃষি-জীৱনৰ সময়। এটাক এৰি আন এটাক গ্ৰহণ কৰিবৰ কাৰণে প্ৰচেষ্টা চলিছিল যদিও কোনোটোকে সম্পূৰ্ণৰূপে গ্ৰহণ বা বৰ্জ্জন কৰা হোৱা নাছিল। দক্ষিণ-পূব এচিয়াৰপৰা আৰম্ভ কৰি ইউৰোপলৈকে একেধৰণৰ ব্যৱস্থাৰ প্ৰচলন আছিল, অৰ্থাৎ আজিৰ ভাষাত কবলৈ হলে একপ্ৰকাৰ মিশ্ৰিত অৰ্থনীতিৰ। অৱশ্যে আজিৰ আৰু প্ৰাচীনকালৰ মিশ্ৰিত অৰ্থনীতিৰ স্বৰূপ সুকীয়া।



বৰ আচৰিত, আজি কৃষিকৰ্ম্ম পুৰুষৰ কাম বুলি যদিও পৰিগণিত হৈছে, পথাৰৰ কৃষিসম্বন্ধীয় কাম সমাজ-জীৱনৰ ক্ৰমবৰ্দ্ধমান পৰিবৰ্ত্তনৰ আদিভাগত আছুতীয়াকৈ নাৰী-সমাজৰ দায়িত্ব বুলিহে পৰিগণিত হৈছিল। অধিক পুৰুষসুলভ কামত পুৰুষে আত্মনিয়োগ কৰিছিল ; যেনে চিকাৰ, যুদ্ধ, গৃহ-নিৰ্ম্মাণ ইত্যাদি। শ্ৰম-জীৱনৰ এই সীমা-বিভাজনৰ গুৰিত বিশেষ এক ধাৰণাই প্ৰাধান্য লাভ কৰিছিল। নাৰী মাতৃ, নাৰীৰ সন্তানদায়িনী শক্তিয়ে শস্যবৃদ্ধি কাৰ্য্যত যাদুকৰী প্ৰভাৱ পেলায়। প্ৰাচীন সমাজে এইষাৰ কথা প্ৰতীকৰ জৰিয়তে প্ৰকাশ কৰিছিল। আমাৰ বহাগ মাহৰ বিহু-নৃত্য এনেধৰণৰ প্ৰতীক। এই বিষয়ে 'সানমিহলি' কিতাপত বহল ব্যাখ্যা আছে। আদিম কোনো কোনো সমাজে পৃথিৱীক আকাশৰ সহধৰ্ম্মিণী স্বৰূপে কল্পনা কৰিছিল। তেওঁলোকে আৰু কল্পনা কৰিছিল, বাৰিষাৰ দিনত আকাশ আৰু পৃথিৱী, দুয়োৰে বিবাহ অনুষ্ঠিত হয়। ইয়াৰ পৰিণতি হৈছে শস্য উৎপাদন। আদিম সমাজে পৃথিৱীক নাৰীৰ ৰূপত আৰু নাৰীক পৃথিৱীৰ ৰূপত কল্পনা কৰিছিল। আকাশ হৈছে পুৰুষ। বৰষুণ হৈছে দুয়োৰে মিলনৰ পৰিচয়।

আদিম সমাজৰ চকুত বৰষুণৰ পানী আৰু সূৰ্য্যৰ কিৰণ, উভয়ৰে এক প্ৰতীকধৰ্ম্মী অৰ্থ প্ৰকট হৈছিল। শস্য উৎপাদনৰ কাৰণে উভয়ৰে প্ৰয়োজন অধিক। এই কাৰণেই সম্ভৱতঃ অতীতত, ইজিপ্তত, বিশেষকৈ, খেতিৰ উপযোগী অঞ্চল বিশেষত এই দুয়োটা বস্তুকে, নীল নৈৰ পানী আৰু সূৰ্য্যৰ পোহৰ দুয়োটাই যেহেতু মানুহ আৰু প্ৰকৃতিক জীৱন-দান কৰে, সেই হেতুকে দৈৱিক শ্ৰদ্ধা প্ৰদান কৰা হৈছিল। আনকি বিবাহ-উৎসৱতো দৰাক আকাশ আৰু সূৰ্য্যৰ মৰ্য্যাদা প্ৰদান কৰা হৈছিল। কইনাক দিয়া হৈছিল পৃথিৱীৰ মৰ্য্যাদা। আকাশৰপৰা নিগৰি অহা বৰষুণ আৰু সূৰ্য্যৰ কিৰণে পৃথিৱীক যেনেকৈ মাতৃমুখী কৰে, তেনেকৈ পুৰুষ-বীৰ্য্যই নাৰীক সন্তানসম্ভৱা কৰে। এয়ে আছিল আদিম মানুহৰ সৰল, সহজ ধাৰণা। এই একেদৰেই ফুল আৰু ফুলৰ মালা, এই দুয়োবিধ বস্তুক সৃষ্টিধৰ্ম্মী প্ৰতীকৰ অৰ্থত ব্যৱহাৰ কৰা হৈছিল। বাৰট্ৰাণ্ড ৰাছেলে ইয়াকে কৈছিল, ই. অ'. জেইমছেও ইয়াকে কয় ঃ

"To those who live close to the soil and depend solely or mainly on its products for their subsistence, the grain-producing earth and the child-producing mother are so intimately connected that the same underlying principle of fecundity seems to be identical in the natural and human orders."

পৃথিৱী আৰু নাৰীৰ বিষয়ে এই ধাৰণা কেনেদৰে প্ৰকট হৈছিল, সেই বিষয়ে বুজিবলৈ হলে গ্ৰীছ নাইবা প্ৰাচ্যৰ কৃষিজীৱী সমাজৰ জীৱন-বুৰঞ্জী ফঁহিয়াই চালেই স্পষ্ট হৈ পৰিব। গ্ৰীছত শস্যৰ অধিষ্ঠাত্ৰী দেৱী ডি'মেটাৰৰ উপাসনা হৈছিল। ইয়াৰ উদ্দেশ্য আছিল উৎপাদিকা শক্তিক উপাসনাৰে অনুপ্ৰেৰণা যোগাই পৃথিৱীক মাতৃমুখী কৰি তোলা। ধ্যান-ধাৰণা আৰু সংস্কৃতিৰ ক্ষেত্ৰত উচ্চ স্তৰলৈ সমাজ যেতিয়া গতি কৰিলে, তেতিয়াও গ্ৰীক সমাজত ই প্ৰতীকধৰ্মী উপাসনা অনুষ্ঠান স্বৰূপে সঞ্জীৱিত হৈ ৰ'ল। আদিম মানুহে সকলো কৰ্ম্মৰ কাৰণে কিবা এক অতি-মানৱীয় শক্তিৰ ওপৰত নিৰ্ভৰ কৰিছিল। নানান দেৱ-দেৱীৰ আৱিৰ্ভাৱ এনেদৰেই সম্ভৱপৰ হৈছিল। আদিম মানুহে ধাৰণা কৰিছিল, সকলোপিনৰপৰা জীৱন সমৃদ্ধিশালী আৰু ফলৱতী কৰিবলৈ হলে দৈৱিক সাহায্যৰ কথা অপ্ৰয়োজনীয় বুলি ভবাটো ভুল।

এনেধৰণৰ বিশ্বাসৰ কাৰণেই হাল বাই কৰ্ষণ কৰা পথাৰ আৰু নাৰী সমপৰ্য্যায়ৰ সৃষ্টিধৰ্মী বস্তু বুলি পৰিগণিত কৰা হৈছিল। পথাৰ কৰ্ষণ কৰিলে শস্য হয়। নাৰী কৰ্ষণ কৰিলে সন্তান হয়। গতিকে এই দুয়োটা বস্তুকে কেন্দ্ৰ কৰি এক জটিল প্ৰতীকবাদৰ উন্মেষ হৈছিল। এই ক্ষেত্ৰত অতি অৰ্থপূৰ্ণ নগা লোক-গীত এটা তলত উল্লেখ কৰা হ'ল।

"হেৰা গোৱাং দেৱতা,
আমাক প্ৰচুৰ শস্য দিয়া;
আমাৰ পথাৰ আৰু নাৰীক
করুণা কৰা;
হেৰা গোৱাং দেৱতা,
পুৰুষে যেনেকৈ নাৰীক সাৰটে
পৃথিৱীক সাৰটক সৃষ্টিৰ বীজে।"



ইয়াৰেই ৰূপান্তৰ হ'ল অতীত গ্ৰীছত প্ৰচলিত ডি'মেটাৰ অৰ্চ্চনা, পৃথিৱী অৰ্চ্চনা আৰু শস্যদেৱী অৰ্চ্চনা। এই সকলোবোৰ সমধৰ্মী বস্তু। জন্মদাত্ৰী নাৰীৰ দুয়োটাই প্ৰতীকধৰ্মী ৰূপান্তৰ বিশেষ। শস্য উৎপাদনৰ ক্ষেত্ৰত যেনেদৰে নানাবিধ ৰীতি-নীতিৰ উদ্ভৱ হৈছিল, তেনেদৰে নাৰী-পুৰুষৰ যৌন-মিলনক কেন্দ্ৰ কৰিও নানাবিধ ৰীতি-নীতিৰ উদ্ভৱ সাধন হৈছিল। এই বিষয়ে ইতিমধ্যে কৈ অহা হৈছে। ঋতু অৱস্থাত নাৰী পথাৰলৈ যোৱা বা ধানৰ ভঁড়ালত হাত দিয়াটো দোষণীয় বুলি ধাৰণা কৰা হৈছিল। এই বাধা-নিষেধ নগা সমাজতো ৰৰ্ত্তমান।

সেইদৰে কোনো কোনো আদিম সমাজত এনে ৰীতি-নীতিৰো উদ্ভৱ হৈছিল; জোনৰ পোহৰত নাৰী নুশুইছিল। আদিম কালত এটা জন-বিশ্বাস আছিল, জোনৰ পোহৰ গাত পৰিলে নিদ্ৰাৰতা নাৰীৰ গৰ্ভধাৰণ হয়। এইষাৰ কথা এম. ই. হাৰডিঞ্জৰ 'উইমেনছ্ মিষ্ট্ৰি' বোলা কিতাপখনত আছে। জোনৰ যে নাৰীৰ প্ৰতি সন্মোহন সহজাত, সেই বিষয়ে ভাৰতীয় জন-বিশ্বাস স্পষ্ট। এইখিনিতে এটা আখ্যান উল্লেখ কৰিব খুজিছোঁ। জোনৰ গাত 'কলঙ্ক' আছে। এই কলঙ্কৰ অভ্যুদয় হবলৈ পালে কেনেকৈ? গৌতম মুনিৰ ৰূপৱতী ভাৰ্য্যা অহল্যাৰ প্ৰতি জোনটোৱে হেনো এবাৰ কামদৃষ্টিৰে চাইছিল। কথা-ষাৰত মুনিৰ বৰ খং উঠিছিল। খঙত একো নাই হৈ শাও দি অহল্যাক মুনিয়ে শিলাখণ্ডলৈ ৰূপান্তৰিত কৰিলে—আনহাতে জোনৰ মুখলৈ খৰম এপাত মাৰি পঠিয়ালে। মুনিৰ খৰমৰ আঘাত লাগি জোনৰ মুখ আজিও ক'লা। "জোনৰ পোহৰত নাৰী শুব নেপায়"—এই জন-বিশ্বাসৰ গুৰিতে উপৰুক্ত আখ্যানটো আছে যদিও নেজানোঁ। যুৱতী, ৰূপৱতী নাৰীৰ প্ৰতি যে জোনৰ লোভ কম নহয়, সেইষাৰ কথা অৱশ্যে আখ্যানটোত স্পষ্ট হৈ আছে। ফ্ৰাঞ্চিছ হাক্সলীৰ আমেৰিকাৰ ৰেড্ ইণ্ডিয়ান্ জনজাতিৰ বিষয়ে 'এফেবোল চেভেইজ্' বোলা কিতাপ-খন পঢ়া মনত আছে। এওঁলোকৰ ধাৰণা, ফলে-ফুলে দোঁ খাই থকা গছৰ তলত যৌন-সঙ্গম হলে নাৰী সহজে গৰ্ভৱতী হয়। এনেদৰে নাৰী আৰু পথাৰক কেন্দ্ৰ কৰি উৎপত্তি হোৱা ৰীতি-নীতি অলেখ আছে। উদ্দেশ্য হৈছে, উভয়ৰে উৎপাদিকা শক্তি বৃদ্ধি কৰা। এই বিষয়ে 'সানমিহলি' কিতাপৰ বিহুসম্বন্ধীয় প্ৰবন্ধত কিছু উল্লেখ আছে।

আদিম সমাজৰ মতে নাৰী হৈছে প্ৰতীকধৰ্ম্মী পৃথিৱী। পুৰুষৰ বীৰ্য্য সঞ্চাৰে নাৰীক গৰ্ভৱতী কৰে। গতিকে পুৰুষ হ'ল আকাশ, দেৱতাৰ প্ৰতীক। এইখিনিতে একেষাৰ কথা কব খুজিছোঁ, মানৱ-বুৰঞ্জীৰ ফেঁহুজালি ক্ষণত যৌনকাৰ্য্যৰ দ্বাৰাই যে প্ৰকৃতত নাৰীৰ গৰ্ভধাৰণ হয়, সেইষাৰ কথা মানুহে নেজানিছিল। আদিম মানুহৰ ধাৰণাই এনেদৰে ৰূপ লৈছিল ঃ গছ এজোপা পুলিৰপৰা ডাঙৰ হয়। ডাঙৰ হৈ নিজে নিজে ফল-ফুলেৰে উপচি পৰে। সেইদৰে ছোৱালী যেতিয়া ডাঙৰ হয়, গছত গুটি লগাৰ দৰে স্বভাৱতে তাইৰ সন্তান হয়। এয়ে আছিল আদিমতম মানুহৰ সহজাত ধাৰণা। এনে ধাৰণা থকা সত্বেও পোনতে যিজন ব্যক্তিয়ে যৌনকাৰ্য্যৰ জৰিয়তেহে নাৰীৰ গৰ্ভধাৰণ সম্ভৱ হয়, এইষাৰ কথা আৱিষ্কাৰ কৰিলে, সেইজন কম মেধাৱী মানুহ যে নাছিল, সেই বিষয়ে দ্বিমত হব নোৱাৰি।

নাৰী প্ৰতীকধৰ্ম্মী পৃথিৱী। এই আদিম চিন্তাধাৰাৰ ভালেখিনিৰ সময়ত অৱলুপ্তি সাধন হৈছে যদিও সেই আদিম চিন্তাধাৰাক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা ৰীতি-নীতি, ধ্যান-ধাৰণা বহুতখিনি এতিয়াও প্ৰায় একেদৰেই আছে। ব্যক্তি আৰু সমাজৰ কল্যাণৰ অৰ্থে এইবোৰ ৰীতি-পদ্ধতি, ধ্যান-ধাৰণা এতিয়াও অপৰিহাৰ্য্য বুলি পৰিগণিত হৈ আহিছে। কেৱল ব্যক্তিগত অৰ্থই নহয়, বিবাহৰ এক সামাজিক অৰ্থও আছে। স্বামী-স্ত্ৰীৰ মিলন ব্যক্তিগত পৰ্য্যায়ৰ বস্তু যদিও সেই মিলনৰ অন্তৰালত সামাজিক দায়িত্ব নথকা নহয়। যিমানেই নতুন মানুহৰ উদ্ভৱ হয়, সিমানেই সমাজৰ কাৰণে কল্যাণকৰ। গতিকেই বিবাহক কেন্দ্ৰ কৰি, আনকি যৌন-জীৱনক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা সকলো আচাৰ-পদ্ধতিৰ সামাজিক একোটা অৰ্থ আছে। প্ৰকাশ প্ৰতীকধৰ্ম্মী যদিও এইবোৰত লাজৰ আভৰণ নাই। এনেবোৰ ৰীতি-পদ্ধতিক সামাজিক গুৰুত্ব প্ৰদান কৰাৰ উদ্দেশ্যৰে উৎসৱ-পাৰ্ব্বণসমূহত সমাজ উপস্থিত থাকে। সমাজৰ উপস্থিতিৰে ৰীতি-পদ্ধতি সমূহকে কেৱল নহয়, বিবাহ কাৰ্য্যক সামাজিক অনুমোদন জনায়। উৎসৱৰ সৈতে সংগঠিত ভোজ-ভাত আদিৰ ব্যৱস্থায়ো আনকি অনুষ্ঠানক সামাজিক স্বীকৃতি প্ৰদান কৰে।

আদিতে নাৰীয়ে শিলৰ কোৰেৰে মাটি চহাই কৃষিকাৰ্য্য কৰিছিল।



নাৰী সৃষ্টিধৰ্ম্মী। সৃষ্টিধৰ্ম্মী নাৰীৰ হাতৰ স্পৰ্শই পথাৰৰ শস্যক জীৱন দিয়ে। শস্য উৎপাদন সন্তান উৎপাদনৰ দৰেই সৃষ্টিধৰ্ম্মী প্ৰচেষ্টা। ক্ৰমাৎ যেতিয়া কোৰৰ ঠাই হাল-যুৱঁলীয়ে লবলৈ ধৰিলে, হালত গৰু, ঘোঁৰা আদি সংযোজিত হবলৈ ধৰিলে, তেতিয়াহে পুৰুষ পথাৰলৈ নামি আহিল। নাৰী-খেতিয়কৰ ঠাই পুৰুষ-খেতিয়কে ললে।

এনে এক নিয়মতান্ত্ৰিক জীৱন-পদ্ধতিয়ে সমাজৰ সুশৃঙ্খল জীৱনৰ কথা কয়। বৈবাহিক জীৱনৰ দ্বাৰা নিয়াৰিকৈ প্ৰতিষ্ঠিত হোৱা ব্যক্তিগত জীৱনেই নহয়, সামাজিক জীৱনৰ কথাও ই কয়। সমাজ বিৱৰ্ত্তনৰ এইটো স্তৰতেই বিবাহ-অনুষ্ঠানে যে নিয়াৰিকৈ গঢ় লৈছিল, সেই বিষয়ে সন্দেহ নাই। জীৱিকাৰ বিশিষ্ট উপায় হলেও খেতিত প্ৰৱিষ্ট হোৱাৰ অৰ্থ হৈছে এডোখৰ মাটিৰ সৈতে একোখন সমাজৰ নিগূঢ় সম্বন্ধ স্থাপন। এনে অৰ্থনীতি প্ৰণোদিত সমাজ-জীৱনত মানৱ-ইতিহাসৰ এটা স্তৰ, বিশেষকৈ সমাজৰ ভ্ৰাম্যমান অৱস্থাৰ ওৰ পৰে। খাদ্যৰ অন্বেষণত ইয়াৰ পূৰ্ব্বে মানুহ ভ্ৰাম্যমান হবলৈ বাধ্য হৈছিল। যিবোৰ অঞ্চলত মাটি সাৰুৱা, সেইবোৰ অঞ্চলত কোৰেৰে খেতি কৰা ব্যৱস্থা সতকাই অন্ত নপৰিল। এনেদৰে কৃষিকাৰ্য্যত ব্ৰতী হোৱা এইবোৰ মানুহৰ মাজতেই কিছুমান পৰিয়াল গোট খাই একোখন গাঁৱঁ উদ্ভৱ হ'ল। অৱশেষত এনেবোৰ সৰু সৰু গাঁও গোট খাই একোখন ডাঙৰ গাঁৱৰ উৎপত্তি সম্ভৱপৰ হ'ল।

এনে এক সামাজিক অগ্ৰগতিৰ পৰিপ্ৰেক্ষিতত‍হে আদিম বিবাহ অনুষ্ঠানৰ বিষয়ে বুজ লবলৈ চেষ্টা কৰাটো সমীচীন হব। এনে সমাজ আদৰ্শৰ পটভূমিত জীৱন পৰিয়ালকেন্দ্ৰী হোৱাটো স্বাভাৱিক কথা। প্ৰত্যেক পৰিয়ালতে নিৰ্দ্ধাৰিত পদ্ধতিত শ্ৰম-বিভাজন ব্যৱস্থা সংযোজিত নোহোৱাকৈ নেথাকিল। ক্ৰমাৎ এনেদৰেই পৰিয়ালকেন্দ্ৰী সমাজ-জীৱনৰ উত্থান হবলৈ ধৰিলে। শস্য-উৎপাদনৰ ক্ষেত্ৰত নাৰী-পুৰুষ উভয়েই সমভাগী হ'ল, সহযোগী হ'ল।

বিবাহ জীৱনে কৃষিজীৱী সমাজত কিছুদূৰ আনুষ্ঠানিক মৰ্য্যাদা লাভ কৰিলে। সমাজ-বিৱৰ্ত্তনৰ পথত ই ক্ৰমাৎ শক্তিশালী অনুষ্ঠানলৈ পৰিণত হ'ল। এইখিনিতে পশুপালক সমাজত ৰূপপোৱা বিবাহ-জীৱনৰ কথা কব খুজিছোঁ। বুৰঞ্জীৰ অগ্ৰগতিৰ পটভূমিত জন্ম পোৱা পশুপালক, পেষ্ট'ৰেল সমাজ হৈছে সুসংগঠিত সমাজ। এইখন সমাজৰ

স্বৰূপ পিতৃপ্ৰধান। পশু-পালক সমাজক পিতৃ-প্ৰধান সমাজ বোলা হয় কিয়? পৰিয়ালৰ আন ব্যক্তিসমূহৰ ওপৰত মূল মানুহজনৰ যি প্ৰভাৱ সাব্যস্ত হৈছিল, সেই একে তৰহৰ প্ৰভাৱ পৰিয়ালৰ ঘৰচীয়া জীৱজন্তু, পশুজাক ইত্যাদিৰ ওপৰতো সাব্যস্ত হৈছিল।

খেতিকাৰ্য্যত কৃষি-প্ৰধান সমাজত নাৰীৰ স্থান অপৰিহাৰ্য্যভাৱে স্বীকৃত হৈছিল। পৰিবৰ্ত্তনৰ ফল স্বৰূপে, মধ্যৱৰ্ত্তী ব্যৱস্থা স্বৰূপে সমাজে যেতিয়া কৃষিকাৰ্য্য আৰু পশুপালন ছুয়োটাকে সাৱটি ললে, তেতিয়া নাৰী-পুৰুষৰ মাজত শ্ৰম-বিভাজন এনেকৈ হবলৈ ধৰে ঃ পুৰুষৰ ওপৰত ন্যস্ত হ'ল পথাৰৰ কাম আৰু নাৰীৰ ওপৰত পশু-পালনৰ কাম। গাখীৰ খীৱোৱা, ৰুগীয়া পশুৰ শুশ্ৰূষা ইত্যাদি কামৰ দায়িত্ব নাৰীৰ ওপৰত ন্যস্ত হ'ল। নাৰীৰ ব্যৱহাৰিক কৰ্তৃত্ব সমাজৰ ওপৰত একপ্ৰকাৰ অব্যাহত হৈ ৰ'ল। তথাপি সমাজৰ সংস্কৃতিগত আৰু অৰ্থ-নীতিগত জীৱন সম্পূৰ্ণৰূপে নহলেও বহুদূৰ পুৰুষকেন্দ্ৰী হৈ ৰ'ল।

অন্তৰৰ একাগ্ৰতা আৰু সূক্ষ্ম অনুভূতিয়ে সহজতে আনক যেনেকৈ আকৰ্ষণ কৰিবলৈ সক্ষম, তেনেকৈ আকৰ্ষণ কৰিবপৰা আন কিবা বস্তু আছে যদি নেজানোঁ। এনে পন্থা হৈছে প্ৰাচীনতম মানদণ্ড। অন্তৰৰ সূক্ষ্ম অনুভূতিৰ মানুহকেই কেৱল নহয়, পশুকো আকৰ্ষণ কৰিব পাৰি। সৰু সৰু ল'ৰা-ছোৱালীক মৰম কৰক, দেখিব ওচৰ চাপি আহিছে। সেইদৰে জীৱ-জন্তুক, কুকুৰ-মেকুৰীক মৰম কৰক, দেখিব আকৰ্ষিত হৈছে। নাৰী-পুৰুষৰ মাজত যৌন-আকৰ্ষণ যেতিয়াই বাঢ়ে, তেতিয়াই পাৰস্পৰিক আকৰ্ষণ টনকিয়াল হৈ পৰে। এনে পৰিস্থিতিত সৰ্ব্বগ্ৰাসী অনুভূতি, অৰ্থাৎ ইজনে সিজনক নিবিড়ভাৱে পোৱাৰ প্ৰতি আগ্ৰহ তীব্ৰভাৱে বৃদ্ধি পায়। এনেদৰেই পত্নীৰ প্ৰতি স্বামীৰ আৰু স্বামীৰ প্ৰতি পত্নীৰ একপ্ৰকাৰ স্বত্বাধিকাৰিত্বৰ অনুভূতিৰ উদ্ভৱ হয়। দৈহিক মিলন, অনুভূতিৰ মিলন, সকলো ক্ষেত্ৰতে এনে ধৰণৰ স্বত্বাধি-কাৰী অনুভূতিয়ে প্ৰভাৱ বিস্তাৰ কৰে।

অজানিতে হলেও স্বত্বাধিকাৰী অনুভূতিৰ অন্তৰালত প্ৰকৃত প্ৰণয় নিহিত হৈ থাকে। প্ৰকৃত প্ৰণয় আৰু স্বাভাৱিক ঈৰ্ষা, ছুয়োটা বস্তুৰ সম্বন্ধ ওতঃপ্ৰোত। য'ত প্ৰণয় নাই, ত'ত ঈৰ্ষা নাই। নাৰী-পুৰুষৰ যুৱীয়া জীৱনত যৌন-আকৰ্ষণৰ উপৰিও অন্তৰ-আত্মাৰ আকৰ্ষণ আছে



বাবেই বিবাহৰ স্বৰূপ এক হবলৈ বাধ্য। বহু-বিবাহ প্ৰকৃত যৌন-প্ৰণয়ৰ স্বভাৱবিৰোধী। য'ত যৌন-প্ৰণয়ৰ অভাৱ, ত'ত যৌন-আচৰণহে মুখ্যতম বস্তু, তেনে পৰিস্থিতিত অন্তৰ-বেদনা, ঈৰ্ষা, এনে ধৰণৰ সহজাত বস্তুসমূহৰ স্থান নাই। উদাহৰণ স্বৰূপে গণিকা গমনৰ কথা উল্লেখ কৰিব পাৰি। গণিকা গমনত আছে দেহাৰ পিৰপিৰণিৰ উপশম-প্ৰচেষ্টা মাথোন। দেহাৰ পিৰপিৰণিৰ অন্ত পৰিলেই সকলো শেষ। এনে অৱস্থাত অন্য ব্যক্তিৰ, বহুব্যক্তিৰ অনুপ্ৰবেশেও ঈৰ্ষাৰ উদ্ৰেক সাধিব নোৱাৰে।

বিবাহ-জীৱনত স্ত্ৰী-পুৰুষৰ ক্ষেত্ৰত সাধাৰণতে কি দেখিবলৈ পোৱা যায়? যৌন বিষয়ত পুৰুষ সৰ্ব্বগ্ৰাসী, অত্যাচাৰী ; নাৰী লাজকুৰীয়া, বিনম্ৰ দাত্ৰী। যৌন আচৰণৰ মুহূৰ্ত্তত ইজন সিজনৰ মাজত হেৰাই যায়, এয়ে হৈছে যৌন-জীৱনৰ সৰ্ব্বসন্মত প্ৰকৃতি। কিছুদূৰ কদৰ্য্য যদিও মোৰাভিয়াৰ উপন্যাসত ইয়াৰ সম্যক্ বিৱৰণ আছে।

বিবাহ আৰু প্ৰণয়, বস্তু ছুটা একেটা মুদ্ৰাৰে ইপিঠি সিপিঠি বুলি ধাৰণা কৰাটো বৰ শুদ্ধ কথা নহব। বৈবাহিক জীৱন মানেই প্ৰণয়, এনে ধৰণৰ কথাও বৰ শুদ্ধ নহয়। যেনেকৈ বৈবাহিক জীৱনৰ বাহিৰেও প্ৰণয় হব পাৰে, তেনেকৈ প্ৰণয়বিহীন বৈবাহিক জীৱনো হব পাৰে। সভ্যতাৰ যেই কোনো স্তৰতে এনে অৱস্থা সম্ভৱপৰ। আচলতে বিবাহ-অনুষ্ঠানৰ লক্ষ্য হৈছে উৰণীয়া অৱস্থাৰ অন্ত পেলাই নাৰী-পুৰুষৰ প্ৰণয়ক এক সুশৃঙ্খল, নিয়মতান্ত্ৰিক ভিত্তি প্ৰদান কৰা। লগতে ইয়াৰ যি স্বাভাৱিক পৰিণতি, অৰ্থাৎ বংশবৃদ্ধি, তাৰ জৰিয়তেও জীৱন মহিমামণ্ডিত কৰা হয়। প্ৰণয়শূন্য যৌন-আচৰণ নিম্নস্তৰৰ বস্তু। এনে ধৰণৰ আচৰণে দৈহিক তৃপ্তি প্ৰদান কৰিব পাৰে, মানসিক, আধ্যাত্মিক উৎকৰ্ষ সাধন কৰিবৰ কাৰণে এনে যৌন-সন্মোহন অপাৰগ। বৈবাহিক জীৱনৰ পাৰস্পৰিক প্ৰণয় কেৱল যৌন-তৃপ্তি সাধনকাৰ্য্য বা ইজনে সিজনক ৰক্ষা কৰা কাৰ্য্যতে সীমাবদ্ধ নহয়। আচলতে কবলৈ গলে ই এক সামগ্ৰিক ব্যক্তিত্ব বিকাশ কাৰ্য্যৰ সমাজ-স্বীকৃত অনুষ্ঠান। নাৰী-পুৰুষৰ আকৰ্ষণক কেৱল যৌন-তৃপ্তিৰ পৰ্য্যায়লৈ নিম্নগামী কৰি ফ্ৰয়ডে যি ভুল কৰিছিল, সেই ভুলৰ পুনৰাবৃত্তি কৰাহে হব। ফ্ৰয়ডীয় তথ্যৰ মতে ব্যক্তিৰ আচৰণ, অনুভূতি ইত্যাদিৰ অন্তৰালত একমাত্ৰ হৈছে যৌন-আকৰ্ষণমূলক আকাঙ্ক্ষা।

এইখিনিতে ফ্ৰয়ডীয় চিন্তাধাৰাৰ বিষয়ে যৎসামান্য কব খুজিছোঁ। ফ্ৰয়ডৰ মতে পুত্ৰ-সন্তানৰ মাতৃৰ প্ৰতি আৰু কন্যা-সন্তানৰ পিতৃৰ প্ৰতি যি সহজাত আকৰ্ষণ, সেই আকৰ্ষণৰ অন্তৰালত সচেতন নহলেও, অবচেতন জগতত কিবা এক যৌন-স্পৃহা সন্নিবিষ্ট হৈ আছে, অৰ্থাৎ পুত্ৰ-সন্তানৰ মাতৃৰ সৈতে আৰু কন্যা-সন্তানৰ পিতৃৰ সৈতে যৌন-সঙ্গম আকাঙ্ক্ষা। প্ৰথমবিধৰ ফ্ৰয়ডে নামকৰণ কৰিছে 'ঈদিপাচ্ কমপ্লেক্স' বুলি আৰু দ্বিতীয়বিধৰ কৰিছে 'ইলেকট্ৰা কমপ্লেক্স' বুলি। ফ্ৰয়ডৰ তথ্যফাকি বৰ দূৰণিবটীয়া যেন লাগে। ইয়াৰ পৰিবৰ্ত্তে যদি কোৱা হয়, এই আচৰণ সন্তানৰ ক্ষেত্ৰত ভৱিষ্যত জীৱনৰ দায়িত্বৰ আওপকীয়া প্ৰকাশ, তেতিয়া জানো অশুদ্ধ হব?

সামগ্ৰিকভাৱে চাবলৈ হলে অনুষ্ঠান হিচাপে বিবাহৰ একমাত্ৰ উদ্দেশ্য জানো সমাজ-স্বীকৃত যৌন-সম্বন্ধ? সন্তান-উৎপাদন আৰু যৌন-সম্বন্ধৰ বাহিৰে সম্ৰাট নেপোলিয়নে বিবাহত আনদিশ দেখা নাছিল। নেপোলিয়নৰ মতে, নাৰীৰ ধৰ্ম্ম হৈছে সন্তান-উৎপাদন। এই সন্তান-উৎপাদন স্পৃহাৰ বাবেই পুৰুষৰ ওচৰত নাৰী নিৰ্ভৰশীলা। এই উদ্দেশ্য পুৰুষে যদি সাধন কৰিব খোজে, তেন্তে বিবাহ বন্ধনৰ দ্বাৰা নিমজ্জিতা এগৰাকী মাথোন নাৰী যথেষ্ট হব নোৱাৰে। সন্তান জন্মৰ কিছুদিনৰ পিছলৈকে পুৰুষৰ তেওঁ শয্যাশায়িনী হব নোৱাৰে। অসুখীয়া অৱস্থাতো স্বামীৰ তেওঁ শয্যাশায়িনী হব নোৱাৰে। আৰু যেতিয়া যৌন-তৃপ্তি প্ৰদানৰ কাৰণে অকামিলা হৈ পৰে, তেতিয়াও নাৰীয়ে স্বামীৰ প্ৰতি দায়িত্ব পালন কৰিব নোৱাৰা হয়। পুৰুষৰ বলবীৰ্য্যক সময়ে সতকাই খৰ্ব্ব কৰিব নোৱাৰে। গতিকেই এগৰাকী নাৰীতকৈ অধিক নাৰী পুৰুষৰ বাবে প্ৰয়োজন। ডিডে'ৰো, ম্যাক্স ন'ৰডন্ ইত্যাদিয়েও এনেদৰে চিন্তা কৰে। ইয়াৰ প্ৰতিবিধান স্বৰূপে সেই কাৰণেই মণ্টেস্কোই গণিকা-গমনৰ কথা কয়।

ওপৰত উল্লেখ কৰাৰ দৰে বিবাহক সম্পূৰ্ণৰূপে যৌনবিষয়ক বস্তু বুলি গ্ৰহণ কৰাটো ভুল। বিবাহ-জীৱনৰ এক অৰ্থনৈতিক ভিত্তিও আছে। সাধাৰণতে অৰ্থনৈতিক সম্বন্ধত থকাৰ দৰে বিবাহৰ জৰিয়তে নাৰী পুৰুষ উভয়ৰে মাজত পাৰস্পৰিক একপ্ৰকাৰ 'সৰ্ব্বস্বত্ব সংৰক্ষিত' যুক্তপ্ৰবাহৰো ব্যৱস্থা আছে। পুৰুষৰ প্ৰধান



দায়িত্ব হৈছে পত্নী আৰু সন্তান-সন্ততিক ভৰণ-পোষণ দিয়া। এনেদৰে ভৰণ-পোষণ দিয়াৰ অৰ্থে ধন-উপাৰ্জ্জনত পুৰুষে আত্ম-নিয়োগ কৰিব লগা হয়। অৰ্থনৈতিক দায়িত্ব গ্ৰহণে পৰিয়ালৰ ওপৰত কৰ্ত্তৃত্ব সাব্যস্ত কৰে। সন্তান-সন্ততিৰ ক্ষেত্ৰত এই কৰ্ত্তৃত্ব সৰহদিনীয়া নহয়। ল'ৰা-ছোৱালী ডাঙৰ হৈ অহাৰ লগে লগে পিতৃৰ কৰ্ত্তৃত্ব সোলোক-ঢোলোক হবলৈ ধৰে।

গৰ্ভজাত সন্তানক পিতৃত্বৰ পৰিচয়েৰে মৰ্য্যাদা প্ৰদান কৰাৰ উদ্দেশ্যেৰে বিবাহ-অনুষ্ঠানৰ প্ৰয়োজন। বৰ্ত্তমান সমাজত মানুহৰ দৃষ্টিভঙ্গীৰ যথেষ্ট পৰিবৰ্ত্তন ঘটিছে। কোনো কোনো আধুনিক ৰাষ্ট্ৰত জাৰজ-সন্তানক সমাজত স্বীকৃতি দিয়াৰ উদাহৰণ আছে। 'ৰঙা কৰবীৰ ফুল' ভ্ৰমণ কাহিনীতে আছে ঃ 'ছোভিয়েট ইউনিয়নত জাৰজ সন্তানক স্বাভাৱিক সন্তানৰ সমানেই মৰ্য্যাদা প্ৰদান কৰা হয়। ...জাৰজ সন্তান চৰকাৰৰ বহীত ৰেজিষ্টাৰি কৰিলেই হ'ল। ৰাষ্ট্ৰীয় সকলো সা-সুবিধা সমানে উপভোগ কৰাৰ অধিকাৰ প্ৰাপ্ত হয়। ...ৰাষ্ট্ৰীয় আইনে স্বীকাৰ কৰি লোৱা নীতি সমাজেও স্বীকাৰ কৰি লৈছে। কুন্তী মাতৃ আৰু অধিক সন্তান জন্মদায়িনী মাতৃক সমাজে ধন দিও সাহায্য কৰে।'

আচলতে বিবাহ অতি প্ৰাচীন অনুষ্ঠান। ই সমাজ বিবৰ্ত্তনৰ পৰিণতি। আঁচনি প্ৰস্তুত কৰি সৃষ্টি কৰা বস্তু ই নহয়। গৰ্ভত নাৰীয়ে পুৰুষ-বীৰ্য্য ধাৰণ কৰে, সন্তানৰ উৎপত্তি হয়। সন্তানৰ ঘাই দায়িত্ব গ্ৰহণ কৰে পুৰুষে। নাৰীয়ে সন্তান লালন-পালন কৰি পুৰুষক সহায় কৰে। পুৰুষ হয় পৰিয়ালৰ ৰক্ষক আৰু নাৰী সহায়ক। এনেদৰেই ক্ৰমাৎ ই সমাজৰ দ্বাৰা অনুমোদিত ৰীতি-শৃঙ্খলালৈ পৰিণত হয়। বৰ্ত্তমান যুগত আইনেৰে ইয়াক মৰ্য্যাদা প্ৰদান কৰা হৈছে। এনেকৈয়ে ই সমাজৰ হাড়ে-হিমজুৱে সোমাই পৰিছে।

প্ৰণয়ৰ বিষয়ে কৰা হাবাৰ্ট স্পেন্সাৰৰ মন্তব্য এফাকি এইখিনিতে উদ্ধৃত কৰিব পাৰি। দাৰ্শনিক গৰাকীয়ে কৈছিল ঃ "Round the physical feeling forming the nucleus of the whole are gathered the feelings produced by personal beauty, that constituting simple attachment those of reverence, of love, of freedom,

of sympathy. These are greatly exalted and severally tending to reflect their excitement on one another unite to form the mental state we call love."

স্পেঞ্চাৰেৰ মতে প্ৰণয় হৈছে এক 'মানসিক অৱস্থা'। ফ্ৰয়ডে কোৱাৰ দৰে ই কেৱল দৈহিক বস্তু নহয়। মানৱ-চেতনাৰ অন্তৰালত জুই-আঙঠা হৈ জীয়াই থকা আবেগ, অনুৰাগ, অনুভূতিৰ সমষ্টিয়েই হৈছে প্ৰণয়াশক্তি। এনে কাৰণবশতঃ এই আসক্তি সৰ্বশক্তিসম্ভূত নাইবা সৰ্বগ্ৰাসী হোৱাটো স্বাভাৱিক। প্ৰণয়াশক্তি যিমানেই সূক্ষ্ম নাইবা সংস্কৃতিসম্পন্ন হয়, সিমানেই সি যুগমীয়া হোৱাটো সম্ভৱ। উৰণীয়া প্ৰণয় সদায়েই ক্ষণভঙ্গুৰ। মাৰ্জ্জিত প্ৰণয়ৰ সৈতে সমগ্ৰ চেতনা, ব্যক্তিত্ব আৰু সত্তাৰ সম্বন্ধ।

মহাকবি হোমাৰৰ যুগৰ গ্ৰীক সমাজত একেষাৰ কথাৰ প্ৰচলন আছিল। কথাষাৰ অৱশ্যে তেনেই সাধাৰণ। একান্তকৰণে, এক আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ স্বামী-স্ত্ৰী যুৰীয়া-জীৱনত নিমজ্জিত হৱ পৰাতকৈ পৃথিৱীত মধুৰ আৰু শক্তিশালী সম্বন্ধ আন একোৱেই নাই। হোমাৰৰ যুগৰ গ্ৰীক সাহিত্যত প্ৰণয়-মধুৰ যুৰীয়া-জীৱনৰ ভালেমান উল্লেখ আছে। বিবাহ-জীৱনৰ ওপৰত গ্ৰীকসকলে কেনেদৰে গুৰুত্ব প্ৰদান কৰিছিল, সেইবিষয়ে এই সাহিত্যসমূহৰ পৰাই বুজিব পাৰি। গ্ৰীক সাহিত্যত, ঘাইকৈ প্লেটোৰ ৰচনাত কিছুমান অনিয়মীয়া-প্ৰণয় আখ্যানৰো উল্লেখ আছে। এনেধৰণৰ আদৰ্শ হোমাৰৰ যুগত অনুমোদিত হোৱা নাছিল। হোমাৰৰ যুগৰ সাহিত্যৰ স্বৰূপ স্বকীয়া।

আচলতে প্ৰণয় হৈছে এক উচ্চ আদৰ্শসম্ভূত, নীতিসম্পন্ন অনুভূতি। এইকাৰণেই এজনে আন এজনৰ কাৰণে সমগ্ৰ সত্ত্বা উছৰ্গা কৰিবৰ কাৰণে সক্ষম। এনে আদৰ্শৰ জৰিয়তে ব্যক্তিগত সম্বন্ধ টনকিয়াল হয়। এজনৰ জীৱন আন এজনৰ জীৱনত জাহ যায়। এসময়ত এটা ধাৰণা আছিল: ভগৱান হৈছে প্ৰণয়ৰ সৰ্বোচ্চ আদৰ্শ। ভগৱানৰ আৰ্হিত মানুহ সৃষ্টি। গতিকেই ভগৱান-আপ্লুত প্ৰণয়-নিজৰাত স্নান কৰা মানুহ মহিমামণ্ডিত হবলৈ বাধ্য। মানৱৰ ব্যক্তিত্বক এনে আদৰ্শই জ্যোতিৰ্ম্ময় কৰি তোলে।

সমাজ সুশৃঙ্খল কৰি ৰখাৰ দায়িত্ব ব্যক্তিৰ ওপৰত ঘাইকৈ নিৰ্ভৰ



কৰে, কাৰণ ব্যক্তিৰ সমষ্টিয়েই সমাজ। এয়ে যদি হয়, তেন্তে এইষাৰ কথাও উপলব্ধি কৰা উচিত হব, ব্যক্তিৰ চৰিত্ৰ আৰু ব্যক্তিত্ব-বিকাশৰ মৌ-কোঁহ হৈছে পৰিয়াল-জীৱন। পৰিয়াল-জীৱনৰ পৰিৱেশৰ প্ৰভাৱ ব্যক্তিত্ব-বিকাশৰ ওপৰত অভাৱনীয়ভাৱে পৰে। উশৃঙ্খল পৰিয়াল-জীৱনৰ পৰিবেশত গঢ় পোৱা ব্যক্তি উচ্ছৃঙ্খল হয়। এইষাৰ কথা সকলোৰে ক্ষেত্ৰত সঁচা নহলেও শতকৰা নবৈৰ জনৰ ক্ষেত্ৰত সঁচা। পৰিয়ালৰ স্বামী-স্ত্ৰীৰ মাজৰ পাৰস্পৰিক সম্বন্ধই সতি-সন্ততিৰ ব্যক্তিত্ব-বিকাশৰ ক্ষেত্ৰত যথেষ্ট প্ৰভাৱ পেলায়। বয়সপ্ৰাপ্ত হলেও একোজন ব্যক্তিৰ সামাজিক বা ব্যক্তিগত আচৰণৰ পৰাই তেওঁৰ সৰুকলীয়া পৰিয়াল-জীৱনৰ সাংস্কৃতিক মানদণ্ডৰ বিষয়ে অনুমান কৰিব পাৰি। এইখিনিতে এটা ঘটনা উল্লেখ কৰিব খুঁজিছো: এঘাৰ বছৰীয়া এটা সৰু ল'ৰা, বাহিৰত এজন বন্ধুৰ সৈতে বহি ককাদেউতাকে তাৰ গুণ কোৱাত ব্যস্ত, সি কেনে নিৰ্জ্জু, নম্ৰ, ভদ্ৰ, ভাল ইত্যাদি। এনেতে বন্ধুজনে ল'ৰাটোক লগ পাই যাবলৈ ইচ্ছা কৰিলে। ককাকে 'বাপু, বাপু' বুলি চিঞৰিবলৈ ধৰিলে। সিপিনৰ পৰা নাতি-লৰাই ডাঙৰকৈ স্বগত মাতিলে: 'এই হতছিৰি হোৱা পাতে কিমান চিঞৰি থাকে, মৰিবও নেজানে।' ককাকে বন্ধুজনক কলে: 'সেয়া সি ঘৰত পঢ়ুৱা মাষ্টৰজনৰ কথাহে কৈছে।' যাকেই নকওক লাগিলে, সি যে অকণো 'নিৰ্জ্জু', 'নম্ৰ', 'ভদ্ৰ' বা 'ভাল ল'ৰা' নহয়, সেই বিষয়ে সন্দেহ নাই। এই উদাহৰণটোৰ পৰাই সেইখন ঘৰৰ সংস্কৃতি-স্তৰ কিমান পুৰঠ, সেই বিষয়ে বুজিব পাৰি। এইখিনি কথা নিশ্চয় সি ঘৰৰ মাক-দেউতাক কাৰোবাৰ পৰা শিকিছে।

জীৱনৰ মূল্যবোধ জ্ঞানে একোজন ব্যক্তিৰ বিষয়ে বুজিবলৈ সহজ কৰে। পৰিয়াল-জীৱনৰ পৰিৱেশ অনুযায়ী এই মূল্যবোধ জ্ঞানে পোখা মেলে। এইখিনিতে ঘটনা এটা উল্লেখ কৰিব খুজিছোঁ। বৰষুণ বতৰ। অসমৰ চহৰ এখনৰ আলি এটাইদি খুপি খুপি গৈ আছোঁ, মোৰ আগে আগে একেটা ছাতিৰ তলত দুটা ন দহ বছৰীয়া ল'ৰা। সিহঁতে কথা পাতি গৈছে, মই শুনি গৈছোঁ, কথাৰ বিষয়বস্তু কি? কোনটোৰ দেউতাকে কিমান 'বাহিৰা পইছা' পায়, ধৰলৈ কিমান মাছ, কাপোৰ আনকি মাকলৈ কেনেকৈ সোণৰ আঙঠী, চেইন আদি

কাৰবাৰীৰ পৰা আহে, সেইটো। মোৰ মনত ভাব হৈছিল: এই ল'ৰা দুটাই ঘৰত শিকিছে কি? কেনেকৈ অসৎ উপায়েৰে ধন উপাৰ্জ্জন কৰিব লাগে, সেইটো। ইহঁতৰ জীৱনৰ মূল্যবোধে কেনেকৈ গঢ় লৈছে, সেই বিষয়ে সম্ভৱতঃ বুজিবলৈ বৰ বেচি মেধাবী পুৰুষ নহলেও হব। এনে ঘটনা আৰু এটা মনত পৰিছে। ডেকা ল'ৰা এটাই চাকৰি পালে। তাৰ মাকক সুধিলোঁ: 'ইয়াৰ দৰ্ম্মহা পাতি ভাল নে?' মাকে তপৰাই উত্তৰ দিলে: 'ভাল। বাহিৰা পইছাও বহুত আছে'। এনে এখন ঘৰৰ পৰিবেশত ল'ৰা-ছোৱালীৰ আদৰ্শ সৎ হোৱাটো কামনা কৰিব পাৰি জানো?

……পৰিয়াল পৰিৱেশ যদি বিচ্ছিন্ন কৰি দিয়া হয়, তেন্তে জীৱনৰ কাৰণে থাকিব কি? গৃহহীন সৰু সৰু ল'ৰা-ছোৱালীৰ জীৱন-বুৰঞ্জী বিশ্লেষণ কৰি চালেই ব্যক্তিত্ব বিকাশৰ ক্ষেত্ৰত ঘৰুৱা পৰিৱেশৰ দায়িত্বৰ বিষয়ে সহজে অনুমান কৰিব পাৰি। আধুনিক শিল্প-উদ্যোগ জীৱনৰ এইটোৱেই হৈছে সবাতোকৈ ডাঙৰ কেৰোণ।

সঁচা কথা, বিবাহ-জীৱনত যৌন-আকৰ্ষণ আছে। কিছুদিনৰ কাৰণে এই আকৰ্ষণে মুখ্য স্থান লয় যদিও অৱশেষলৈ ইয়াৰ ৰূপৰ পৰিবৰ্ত্তন নোহোৱাকৈ নেথাকে। ক্ৰমাৎ প্ৰাথমিক যৌন-আকৰ্ষণৰ ঠাই কিবা এক ব্যক্ত কৰিব নোৱাৰা সন্মোহনে লয়। এই পাৰস্পৰিক সন্মোহন বস্তুটোক ভাষাৰে বৰ্ণোৱা টান। এনে সম্বন্ধত কেৰোণ লাগিলেই সমাজ, পৰিয়াল, ব্যক্তিগত জীৱন, সকলোতে উখল-মাখলৰ সৃষ্টি হোৱা সম্ভৱ। শুদ্ধ সমাজ স্থাপনৰ আদৰ্শ কাৰ্য্যত পৰিণত কৰিবলৈ হলে শুদ্ধ মূল্যবোধ-জ্ঞানৰ প্ৰয়োজন। এই মূল্যবোধ সৃষ্টিৰ ক্ষেত্ৰত পৰিয়ালে কেনেদৰে বৰঙণি যোগায়, সেইবিষয়ে ওপৰত উল্লেখ কৰা হৈছে। যুৱীয়া জীৱনৰ মৰ্য্যাদাক আঘাত কৰাৰ অৰ্থ হৈছে সমাজ আৰু ব্যক্তিক পোনপটীয়াকৈ আঘাত কৰা।

কোনো কোনো পণ্ডিতৰ মতে বিবাহ-অনুষ্ঠানৰ দ্বাৰা নাৰীক পুৰুষৰ বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য কৰা হৈছে। এই সকল পণ্ডিতৰ মতে বিবাহ হৈছে এনে এক অনুষ্ঠান, যাৰ জৰিয়তে নাৰীৰ পতন ঐতিহাসিক সত্যলৈ পৰিণত হৈছে। এনে ধৰণৰ সকলো সামাজিক অবিচাৰক অনুষ্ঠানৰ নাইবা ধৰ্ম্মৰ লেপ সানি লোক-সমাজৰ গ্ৰহণযোগ্য



বস্তুলৈ ৰূপান্তৰিত কৰা হয়। ঘাইকৈ আমাৰ নিচিনা সমাজত বিবাহ যদি দুজন ব্যক্তিৰ নিজস্ব বিচাৰধাৰাৰ ওপৰত ভিত্তি কৰি নিৰ্দ্ধাৰিত হলহেঁতেন, তেতিয়া ধৰ্ম্মৰ ঢাকনি নেথাকিলেও একো আহকাল নহলহেঁতেন। সেই ক্ষেত্ৰত ঘাইকৈ বিবাহৰ আকৰ্ষণৰ কাৰণ দুটা হলহেঁতেন: (১) যৌন-তৃপ্তি আৰু (২) সন্তানজন্ম।

বিবাহৰ জৰীয়তে নাৰীক পুৰুষৰ বশ্যতা স্বীকাৰ কৰাবলৈ বাধ্য-কৰাৰ বিষয়ে এইখিনিতে একেযাৰ কথা কব খুজিছোঁ। "উইমেন এণ্ড মেৰেজ ইন ইণ্ডিয়া" বোলা কিতাপখনত পি. টমাছে বিবাহ সম্বন্ধে এনেদৰে মন্তব্য কৰিছে: "But marriage, as it has come down to us is an institution of sex-slavery. It is an institution by means of choich the ownership of a woman is transfered from her father or guardian to her husband." মানৱ-সভ্যতাৰ বিৱৰ্ত্তনৰ স্তৰে স্তৰে নাৰী এনেকৈয়ে পৰাভূত হৈ আহিছে যদিও ইয়াৰ কাৰণে সম্পূৰ্ণৰূপে বিবাহ-বন্ধন জগৰীয়া বুলি কবলৈ যোৱাটো বৰ শুদ্ধ কথা নহয়। বিবাহ-জীৱনৰ দায়িত্ব যে বিস্তৃত, সেইষাৰ কথা অস্বীকাৰ কৰিলে অনুষ্ঠানটোৰ বিষয়ে সম্যক্ মনোভাৱ গঢ়ি তোলাটো টান হৈ পৰে। সঁচা কথা, ডেকা গাভৰুৰ বিবাহ-বৰ্হিভূত যৌন আচৰণক অৱজ্ঞাৰ চকুৰে চোৱা হয়। কিন্তু স্বামী স্ত্ৰীৰ ক্ষেত্ৰত? ইয়াতোকৈ বহুগুণে অধিক যৌন-অত্যাচাৰক স্বাভাৱিক বুলি গ্ৰহণ কৰা হয়। ওপৰত উল্লেখ কৰা পণ্ডিতসকলে কয়: স্বামীয়ে পত্নীক প্ৰতাৰণা কৰি আন নাৰীৰ সৈতে যৌন-সম্বন্ধ স্থাপন কৰিলেও পত্নীয়ে স্বামীৰ কাৰ্য্যৰ সক্ৰিয় প্ৰতিবাদ কৰাৰ সুবিধা নাই। আন এঠাইত নাৰীৰ সৈতে পুৰুষৰ সম্বন্ধ, আকাশৰ পৃথিৱীৰ সৈতে যি সম্বন্ধ, তাৰ সৈতে ৰিজোৱা হৈছে। আকাশ উদাৰ। গতিকে এই উদাৰতাই পুৰুষৰ ক্ষেত্ৰত অবাঞ্চিতভাৱে ৰূপ ললেও আক্ষেপ কৰিবলগীয়া একো নাই। সমাজে এনেদৰেই যুগে যুগে ধাৰণা কৰি আহিছে। নাৰীৰ ক্ষেত্ৰত সামান্য যৌন-স্খলনকে দোষণীয় বুলি ধৰা হয়; উপৰুক্ত পণ্ডিতসকলৰ মতে এয়া যদি নাৰীৰ পতন বুৰঞ্জী নহয়, তেন্তে কি? ইয়াৰ উপৰিও এই সকলে কয়: বিবাহ অনুষ্ঠানক মৰ্য্যাদা প্ৰদান কৰাৰ অৰ্থ হৈছে পুৰুষৰ যৌন-অত্যাচাৰক স্বীকৃতি প্ৰদান কৰা।

বিবাহ অনুষ্ঠানৰ জৰিয়তে ঠায়ে ঠায়ে সুশৃঙ্খল সমাজ ব্যৱস্থা কেনেকৈ গঢ়ি উঠিছিল, সেই বুৰঞ্জী অতি অনুপ্ৰেৰণাদায়ক। অঞ্চল অনুসৰি পৰিস্থিতি। প্ৰাচীন আৰ্য্যাবৰ্ত্তত ই কেনে ধৰণৰে ৰূপ লৈছিল, সেই বিষয়ে চমুকৈ উল্লেখ কৰিব খুজিছোঁ। ভ্ৰাম্যমান চিকাৰ জীৱন পৰিত্যাগ কৰি অপৰিচিত শত্ৰুভাবাপন্ন কিছুমান মানুহৰ মাজতে ইন্দো-আৰ্য্য সকল যেতিয়া সমাজ-জীৱনত আৱদ্ধ হব লগা হ'ল, সেই সমাজ-জীৱন সুসংগঠিত, সুশৃঙ্খল হোৱাটো অতীব প্ৰয়োজনীয় হৈ পৰিল। এনে সমাজ-ব্যৱস্থা সুশৃঙ্খল কৰিবলৈ নাৰীৰ আনুগত্য অপৰিহাৰ্য্য বুলি স্বীকৃত হ'ল। এইখিনিতে অৱশ্যে সাধাৰণ কথা এটাও আছে ঃ দৈহিক সংগঠনৰ পিনৰপৰা পুৰুষ নাৰীতকৈ বলৱন্ত। এনে কাৰণৰ বাবেই নাৰী আৰু পৰিয়াল, উভয়ৰে ওপৰত পুৰুষৰ প্ৰভূত্ব বৃদ্ধি পোৱাটো সহজ আৰু স্বাভাৱিক কথা। এইখিনিতে এযাৰ কথা কৈ থোৱাটো সমীচীন হব ঃ আমাৰ বৈদিক যুগত নাৰী পুৰুষৰ দাসী নাছিল। নাৰীৰ দাসত্বৰ বুৰঞ্জী যদিও পূৰ্বঠ হয় মধ্যযুগত, এই যুগৰ নাৰীয়েও প্ৰতিভা আৰু ব্যক্তিত্বৰ যথেষ্ট প্ৰমাণ নিদিয়াকৈ থকা নাই। ই বোৱঁতী ঐতিহ্যৰ পৰিণতি।

আনুগত্য মানে বশ্যতা স্বীকাৰ নহয়। নাৰী স্বতন্ত্ৰ নহলে পুৰুষ স্বতন্ত্ৰ হব নোৱাৰে। নাৰীক পৰাভূত কৰি দাসত্বৰ পৰ্য্যায়লৈ নিম্নগামী কৰা মানে পুৰুষে দাসৰ বশ্যতা স্বীকাৰ কৰা। পুৰুষহে নাৰীৰ দাস। বাহিৰত সিমানেই উৎপাত নকৰক লাগিলে, পুৰুষ সদায়েই দাসৰো দাস ; নহলে ঘৰৰ পৰিৱেশ কেতিয়াও সুশৃঙ্খল হব নোৱাৰে। নাৰীক পুৰুষে পোনপটীয়াকৈ দাসত্বৰ শিকলি পিন্ধায়। নাৰীৰ পন্থা সূক্ষ্ম, কৌশলী, আওপকীয়া। নাৰীৰ কৌশল পুৰুষতকৈ কোনোগুণে কম শক্তিশালী নহয়। বহু ক্ষেত্ৰত একোজন শিক্ষিত, প্ৰগতিশীল ব্যক্তিৰ ওপৰত একোগৰাকী শিক্ষাহীনা, সংস্কৃতি-জ্ঞানবিহীনা নাৰীৰ প্ৰভাৱ কেনেদৰে প্ৰকট, কল্পনা কৰিব নোৱাৰি। সমগ্ৰ মানৱসমাজৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি যদিও আমাৰ ভাৰতীয় সমাজত এইষাৰ কথা অধিক ভাৱে প্ৰয়োগ কৰিব পাৰি। এনেবোৰ পৰিয়ালত, বাহিৰৰ পৰা দেখাত, পুৰুষৰ কৰ্তৃত্ব অপৰিসীম। বাস্তৱ ক্ষেত্ৰত এইষাৰ কথা সত্য নহয়। ... ..নাৰীক দাসত্বৰ স্তৰলৈ নমাই পুৰুষ মুকলিমূৰীয়া



হব নোৱাৰে। নাৰীৰ শক্তিৰ উঁহ ক'ত? নাৰী, বিশেষকৈ যুৱতী নাৰী, এনে এটা সন্মোহন শক্তিৰ অধিকাৰিণী যে সেই সন্মোহনক অস্বীকাৰ কৰি পুৰুষৰ প্ৰৱৃত্তি থকাটো টান। এনে সন্মোহনৰ সন্মুখত পুৰুষৰ পৰাজয় সুনিশ্চিত। স্পষ্টভাৱে কবলৈ গলে, ভাৰতীয় বৈবাহিক জীৱন এক কলুষিত চক্ৰবেহু। নাৰী-পুৰুষৰ পাৰস্পৰিক বুজাবুজিৰ অভাৱে এই চক্ৰবেহু সংকীৰ্ণ কৰিছে।

তথাপি কব লাগিব, প্ৰাচ্যত যুগে যুগে পুৰুষৰ বিজনিত নাৰীয়ে নিম্নস্তৰ অধিকাৰ কৰি আহিছে। একালত এনে আছিল, নাৰী-পুৰুষে আনকি সমানে খোজ নেকাঢ়ে, সমানে ইজনে সিজনক ব্যৱহাৰ নকৰে। এই নীতিৰ পৰা ফালৰি কাটি আহি সমভাৱে ব্যৱহাৰ কৰিলে যে চোকা দৃষ্টি নপৰাকৈ থাকে, এনে নহয়। সৰুতে দেখা এটা ঘটনা মনত পৰিছে। তাহনি ৰেল-ষ্টেচনৰ প্লেটফৰ্ম এখনত বৈ আছোঁ, তাত কেইজনমান চাহাব মেম। এনেতে দেখিলোঁ, এগৰাকী মেমে চাহাব এজনৰ ভৰিত গুৰিয়াই দৃষ্টি আকৰ্ষণ কৰিছে। মাইকী মানুহে পুৰুষক গুৰিওৱা, স্তম্ভিত হৈ গৈছিলোঁ। এতিয়া অৱশ্যে স্তম্ভিত হবলৈ এৰিছোঁ। বৰ্ত্তমান চিন্তাস্ৰোত অধিক বিজ্ঞানসম্মত হোৱাৰ হেতুকে চকুত লগাকৈ সামাজিক দৃষ্টিভংগীৰ পৰিবৰ্ত্তন ঘটিছে। অধিক দূৰলৈ নগৈ আমাৰ সমাজত চকু দিলেই কথাষাৰ স্পষ্ট হৈ পৰিব। আজি আমাৰ তথাকথিত আধুনিক সমাজত স্বামী-স্ত্ৰীৰ মাজৰ সম্বোধনসূচক 'তুমি' শব্দৰ ব্যৱহাৰ হোৱা চকুত পাৰে। চল্লিশ বছৰীয়া স্বামী, সোতৰ বছৰীয়া পত্নী, সম্বোধন 'তুমি'। আজিকালি স্বামীক পত্নীয়ে নাম কাঢ়ি মাতিবলৈকো লৈছে। আমাৰ দেশত বৰ্ত্তমান স্বামী স্ত্ৰীৰ পাৰস্পৰিক সম্বন্ধ ক্ৰমাৎ অধিক গণতান্ত্ৰিক হৈ আহিছে। এই উন্নতি নাৰী-পুৰুষৰ সমতাৰ চিন।

প্ৰাচ্যৰ প্ৰাচীন সাহিত্যত স্বামী-স্ত্ৰীৰ সম্বন্ধ কেনে হোৱাটো উচিত, সেই বিষয়ে অলেখ ৰীতি-নীতিৰ উল্লেখ আছে। এনেবোৰ ৰীতি-নীতিৰ জৰিয়তে নাৰীৰ ওপৰত পুৰুষৰ কৰ্তৃত্ব সাব্যস্ত কৰা হয় ; প্ৰত্যেকটো ৰীতি-পদ্ধতিৰ মূল আধাৰ হৈছে পুৰুষৰ প্ৰাধান্য ঘোষণা। এই প্ৰাধান্যই হৈছে নাৰীৰ পতনৰ বা বশ্যতাৰ মূল কাৰণ। পত্নীক নাম ধৰি নমতা মানুহ হিন্দু সমাজত এতিয়াও আছে। কেৱল আমাৰ

সমাজতেই নহয়, পুৰণি জাপানী সমাজতো পত্নীক তাচ্ছিল্যসূচক শব্দ-প্ৰয়োগৰ দ্বাৰাহে মতাৰ নিয়ম আছিল। আজি অৱশ্যে নহয়। আজি চহৰ অঞ্চলত জাপানী প্ৰায়েই 'আমেৰিকেনাইজড্' হৈছে। স্বাধীন শিক্ষিত ভাৰতক বাদ নিদিয়াকৈ প্ৰাচ্যৰ দেশসমূহৰ ভিতৰত পাশ্চাত্য সংস্কৃতিয়ে যেনেদৰে শিপাইছে, তেনেদৰে শিপোৱাৰ উদাহৰণ আন দেশত বিৰল। তাহানি, ১৯৪২ চনত জেলত থাকোঁতে ল'ফ কেডিঅ' হাৰ্ণৰ কিতাপত পঢ়া মনত আছে, জাপানত 'গালি' বুজোৱা প্ৰতিশব্দ একপ্ৰকাৰ নাই যদিও 'তুমি' শব্দৰ প্ৰতিশব্দ অৱশ্যে অলেখ আছে। ইয়াৰে কিছুমান সম্মানসূচক, আমাৰ 'আপুনি' শব্দৰ লেখীয়া। কিছুমান অত্যন্ত অৱহেলাসূচক। পুৰণি জাপানী সমাজত নিয়ম আছিল, স্বামীয়ে পত্নীৰ ক্ষেত্ৰত শব্দ ব্যৱহাৰ কৰোঁতে দ্বিতীয় বিধহে ব্যৱহাৰ কৰিব লাগিব। নকৰিলে সামাজিক শৃঙ্খলা ভঙ্গ দোষত দোষী হব।

সমগ্ৰ প্ৰাচ্য অঞ্চলত, আমাৰ দেশতো, একালত স্বামী-স্ত্ৰী উভয়ে একেলগে আহাৰ কৰাটো নিষিদ্ধ বুলি পৰিগণিত হৈছিল। আমাৰ শাস্ত্ৰজ্ঞ মনুৰ মতে ইয়াৰ অন্যথা কৰাটো দোষণীয়। স্বামীয়ে প্ৰথমতে খায়, তাৰ পিছতহে পত্নীয়ে। পত্নীৰ যিমানেই ভোক নেলাগক লাগিলে, ইয়াৰ অন্যথা হব নোৱাৰে। জাপানী মানুহৰ ঘৰলৈ যেতিয়া আলহী আহে, সেই আলহীয়ে পুৰুষৰ সৈতে একেলগে খায়। এনেদৰেই নাৰীৰ স্থান আলধৰা লিগিৰীৰ স্তৰলৈ নিম্নগামী কৰা হৈছিল। পত্নীৰ ওচৰত পুৰুষে শ্ৰেষ্ঠত্বৰ দাবী নকৰিলেও সেই দাবী কৰাৰ অধিকাৰ সমাজে প্ৰদান কৰে। এই দাবী নাৰীয়ে পুৰুষৰ ওচৰত কেতিয়াও নকৰে। কিয়? এই প্ৰশ্নটোৰ সঠিক উত্তৰ মই বিচাৰি পোৱা নাই। যৌন-আচৰণত পুৰুষ সক্ৰিয়। সম্পূৰ্ণৰূপে নিষ্ক্ৰিয় নহলেও নাৰীৰ গৌৰৱ গ্ৰহণতহে। সম্ভৱতঃ সেই কাৰণেই।

ওপৰত উল্লেখ কৰা নিয়মৰ প্ৰচলন যে কেৱল ভাৰত আৰু জাপানতে আছিল, সেইষাৰ কথা নহয়। এই একে নিয়ম সিংহল দ্বীপতো আছে। ব্ৰাইছ্ ৰায়ন্ বোলা ব্যক্তি এজনে লেখা 'সিংহলীজ্ ভিলেজ্' বোলা কিতাপ এখন পঢ়িছিলোঁ। তাত তেওঁ আক্ষেপৰ সুৰত কৈছে: "নাৰীয়ে ধান বানে, ভাত ৰান্ধে, মাজে মাজে বাৰান্দাৰ ৰ'দত বহি আৰাম কৰা পুৰুষক তামোল-পানৰ যোগান ধৰে, তথাপি



নাৰীয়ে কৰা এই শ্ৰমৰ বিষয়ে পুৰুষ অকণো সজাগ নহয়। পত্নীক স্বামীয়ে কোনো কামতে সহায় নকৰে। আনহাতে নাৰীয়ে পুৰুষক বহু হাড়-ভঙা কামত সহায় কৰে—এইখন এখন ছবি। এনে এখন ছবি পাশ্চাত্যত সম্ভৱপৰ নহয়। সকলো পাশ্চাত্য দেশতে, বিশেষকৈ আমেৰিকাৰ পুৰুষে পত্নীক কেনেকৈ আনকি চুৰা ধোৱাতো সহায় কৰি দিয়ে, সেই বিষয়ে 'সাগৰ দেখিছা' কিতাপত লেখিছোঁ। ওপৰত উল্লেখ কৰা ছবিখনৰ বিপৰীত ছবি এখন কোনো কোনো ক্ষেত্ৰত আমাৰ সমাজত যে সংগঠিত নোহোৱাকৈ আছে, সেইষাৰ কথাও সঁচা নহয়। এনে কিছুমান পুৰুষ দেখিছোঁ, যি কেৱল ৰান্ধনী-ঘৰত সোমাই কামকে কৰি থাকে। আনকি ল'ৰা-ছোৱালীবো জাঙুল নমৰাকৈ নেথাকে। এনে অৱস্থাত নাৰীৰ প্ৰতিক্ৰিয়া হয় কেনে ধৰণৰ। কোনো কোনোৱে ভাল পায়। এয়া স্বামীৰ অগাধ পত্নী-প্ৰেমৰ পৰিচয় বুলি কোনো কোনোৱে ধাৰণা কৰে। এই শ্ৰেণীৰ নাৰী শোৱাপাটীৰ পৰা নামিব নোখোজে। কোনো কোনো নাৰীয়ে এইদৰে নলগা জেঙাত মতা মানুহ লাগি ফুৰাৰ কাৰণে বেয়া পায়। "আপোনাৰ কাম বাহিৰত। ভিতৰৰ কাম মোৰ। এইবোৰত আপুনি লাগিছে কেলৈ?" এনেদৰে প্ৰতিবাদ কৰা নাৰীও দেখিছোঁ। চীনদেশত নাৰীক 'নেইজেন' বোলা হয়। ইয়াৰ অৰ্থ হৈছে 'ঘৰৰ মানুহ'। আমাৰ সমাজতো পত্নীক 'ঘৰৰ মানুহ' হে বোলা হয়। বাহিৰৰ জগতত নাৰীৰ কোনো প্ৰভাৱ বা কৰ্তৃত্ব নৰজে; ঘৰৰ ভিতৰত নাৰীৰ প্ৰভাৱ আৰু মৰ্য্যাদা অপৰিসীম। তিৰোতা-সেকুৱা স্বামীক চীনা ভাষাত 'কুচি চেই টিং টেং' বোলা হয়। ইয়াৰ অৰ্থ হৈছে: 'মূৰত চাকি এটা জ্বলাই লৈ আঁঠু লৈ থকা মানুহ'। ওপৰত কোৱাৰ দৰে প্ৰতিবাদ কৰাৰ অন্তৰালত কি মনস্তত্ব নিহিত হৈ আছে, সেই বিষয়ে ভাবি চাইছোঁ। সম্ভৱতঃ ইয়াৰ কাৰণ হৈছে আমাৰ সমাজত নাৰীৰ কৰ্তৃত্বৰ পৃথিৱীখন সীমিত। এনে এখন সীমিত পৃথিৱীত পুৰুষৰ কৰ্তৃত্ব এই শ্ৰেণীৰ নাৰীয়ে স্বীকাৰ কৰিব নোখোজে। এনেদৰেই তেওঁলোকৰ মনস্তত্বই কাম কৰে। আৰু ই চাম নাৰী? সেইসকলে জহোৱা শুনিছোঁ: "আমাৰ তেখেতে মোক কুটা এগছো ইফাল সিফাল কৰিবলৈ নিদিয়ে।"

'পদ্মপুৰাণ' পুথিত আছে 'স্বামীৰ বাহিৰে নাৰীৰ আৰু কোনো দেৱতা নাই'। এনে আদৰ্শই বিবাহ-জীৱন গ্ৰহণ কৰাৰ লগে লগে পুৰুষ একোজনক নিজৰ দায়িত্বৰ বিষয়ে নহলেও কৰ্তৃত্বৰ বিষয়ে সজাগ কৰে। ইয়াতোকৈ অধিক সজাগ কৰে নাৰীক; তেওঁ হৈ পৰে পুৰুষৰ দাসী। স্বামীৰ সন্তোষ প্ৰদান আৰু তেওঁৰ প্ৰতি দ্বিধাহীন আনুগত্য, এয়েই হৈছে নাৰীৰ সৎকৰ্ম্মৰ আধাৰ। এনে ধৰণৰ আদৰ্শ-বাদৰ জৰিয়তে নাৰীৰ জীৱনৰ মানদণ্ড নিৰূপণ কৰা হয়। স্বামী বিকলাঙ্গ হওক, বৃদ্ধ হওক, নিশকতীয়া হওক, দুৰ্নীতি-পৰায়ণ হওক, অনৈতিক হওক, দুৰাচাৰী হওক, মদ্যপায়ী হওক, জুৱাৰী হওক, গণিকালয়ৰ আশ্ৰয়প্ৰাৰ্থী হওক, মুকলি ভাৱে আন নাৰীৰ সৈতে যৌন-জীৱন যাপন কৰক, ঘৰৰ প্ৰতি উদাসীন হওক, উন্মাদৰ দৰে কথাই কথাই চিঞৰ-বাখৰ কৰক, অশোভনীয় যৌন-ব্যৱহাৰ কৰক, কণা হওক, কলা হওক, খোনা হওক, খোৰা হওক, মুঠতে যেনে ধৰণৰ দোষ বা দুৰ্ব্বলতা নেথাকক লাগিলে পত্নীয়ে তেওঁক চিৰকাল 'দেৱতা' স্বৰূপে গ্ৰহণ কৰা উচিত। কি মাৰাত্মক কথা! আগতে উল্লেখ কৰি আহিছোঁ, স্বামীৰ আহাৰৰ অন্ততহে পত্নীয়ে আহাৰ কৰিব পাৰিব। স্বামী যদি উপবাসে থাকে, পত্নীও থাকিব লাগিব। স্বামীৰ যদি মনস্তাপ হয়, পত্নীও তাৰ সমভাগী হব লাগিব। নিজৰ যিহকে নহওক লাগিলে, পত্নীয়ে সেইদৰে স্বামীৰ হৰ্ষৰ ভাগো লব লাগিব। এনেবোৰ বিবেচনাহীন সামাজিক নীতি-নিয়মৰ জৰিয়তে একালত নাৰীক পঙ্গু কৰা হৈছিল। সাগৰৰ সৈতে সঙ্গম হোৱাৰ লগে লগে নৈৰ যেনেকৈ অস্তিত্ব হেৰাই যায়, তেনেকৈ বিয়া হোৱাৰ লগে লগে পুৰুষ-সমুদ্ৰত নাৰীৰ অস্তিত্ব বিলীন হব লাগিব, এয়ে আছিল প্ৰাচীন শাস্ত্ৰকাৰ সকলৰ অভিমত। নাৰীৰ এনেবোৰ অৱস্থালৈ লক্ষ্য কৰি গান্ধীজীয়ে তেওঁৰ 'উইমেন এণ্ড্ ছ'চিয়েল জাষ্টিছ' বোলা ৰচনাত এনেদৰে মন্তব্য কৰিছে: "Hindu culture has erred on the side of excessive subordination of the wife to the husband. This has resulted in the husband usurping and exercising authority that reduces him to the level of the brute."

আমাৰ দেশত বহলভাৱে একালত প্ৰচলিত পৰ্দ্দাপ্ৰথাও নাৰীক



বন্দিনী কৰাৰ এটা উপায় বিশেষহে। এইখিনিতে এটা প্ৰশ্ন হব পাৰে: আমাৰ দেশত পৰ্দ্দা-প্ৰথাৰ অভ্যুদয় হৰলৈ পালে কেলেই? পৰ্দ্দা-প্ৰথা কেৱল হিন্দুসমাজত নহয়, মুছলীম সমাজতো প্ৰচলিত। ডক্তৰ মাৰে বোলা চিকিৎসাবিদ্ এজনৰ 'ইণ্ডিয়া, হুইছ চেঞ্চুৰি' কিতাপ খনত আছে: "পৰ্দ্দাপ্ৰথা প্ৰথমতে মুছলীম সমাজত আৱিৰ্ভাৱ হয়। ক্ৰমাৎ ই হিন্দু সমাজক আচ্ছন্ন কৰে।" ......এই পৰ্দ্দা-প্ৰথাক অস্বীকাৰ কৰিব নোৱাৰিলে নাৰী-প্ৰগতি হব নোৱাৰে। এইষাৰ কথা গান্ধীজীয়ে দঢ়াই দঢ়াই কৈছিল। নেহৰুৱেও কৈছিল।

পোনতে নাৰীৰ সতীত্ব ৰক্ষাৰ উদ্দেশ্যৰে পৰ্দ্দা-প্ৰথাৰ আৱিষ্কাৰ হয়। নাৰীৰ সতীত্ব ঘাইকৈ দুটা কাৰণত অপহৰণ হোৱাৰ সম্ভাৱনা। (১) পুৰুষৰ প্ৰলোভনাত্মক চক্ৰান্ত, নাইবা (২) নাৰীৰ অতিৰিক্ত যৌনক্ষুধা। এনে ধাৰণাৰ কাৰণেই প্ৰাচীন সমাজে এটা উপায় অৱলম্বন কৰিছিল: সেইটোৱেই পৰ্দ্দা-প্ৰথা। নাৰীক আক্ৰমণকাৰীৰ শেনচকুৰ পৰা ৰক্ষা কৰাৰ মানসেৰে প্ৰাচীন সমাজে সম্ভৱতঃ এই ব্যৱস্থা গ্ৰহণ কৰিছিল। এই বিষয়ে ইলিয়েন'ৰ ম্যাকড'গ'ল বোলা মহিলা গৰাকীয়ে 'লেমছ্ ইণ্ড ডি উইণ্ডছ' বোলা কিতাপত সুন্দৰ ব্যাখ্যা দিছে:

"Purdah was not devised as a means of opperession. It grew at first as a protection for women in early days when there was perpetual petty warfare between neighbouring places and it was not safe for women to be seen by their near relatives or to venture beyond their own homes."

মায়ামৃগ বিচাৰি শ্ৰীৰামচন্দ্ৰ ওলাই যাওঁতে প্ৰত্যাৱৰ্ত্তন কৰাত পলম হোৱা দেখি সীতাক পৰ্ণকুটীৰত অকলশৰীয়াকৈ এৰি যাবলগীয়া হোৱাত লক্ষ্মনে পঁজাৰ আগচোতালৰ মাটিত ৰেখা এডাল আঁকি, সেই ৰেখা অতিক্ৰম নকৰিবলৈ সীতাক কৈ গৈছিল। কোনো কোনোৱে লক্ষ্মণৰ দ্বাৰা অঙ্কিত এই ৰেখাডালক প্ৰতীকী অৰ্থত ব্যৱহাৰ কৰে। সংযম হৈছে নাৰীৰ আত্মৰক্ষাৰ পাশুপাত। পৰ্দ্দা প্ৰথা হৈছে এই সংযম ৰক্ষা ব্যৱস্থাৰ আওপকীয়া উপায়। আচলতে ই এক কৃত্ৰিম পদ্ধতি বিশেষহে।

ভাৰতত প্ৰচলিত পৰ্দ্দা প্ৰথাক নাৰীৰ প্ৰতি পুৰুষৰ নিৰ্ম্মমতাৰ পৰিচয় বুলি যদি ধৰা হয়, তেন্তে একালৰ পাশ্চাত্যৰ কোনো কোনো দেশত প্ৰচলিত নাৰীৰ 'যোনি-কবচ' বোলা বস্তুটোক কি বোলা হব, সেই বিষয়ে ভাবি চাবলগীয়া কথা। ইৰীক ডিংবাল্ বোলা এজনে লোৰে তৈয়াৰ কৰা এনেধৰণৰ 'ৰক্ষাকবচ'ৰ বিষয়ে স্পষ্ট বৰ্ণনা দিছে। নাৰীৰ ককালৰ পৰা ওলোমাই যোনিদেশ আবৃত কৰি এই ৰক্ষাকবচসমূহ চাবি মাৰি থোৱা ব্যৱস্থা আছিল। স্বামী দূৰলৈ ওলাই যাব লগা হলে এই ৰক্ষাকবচ পিন্ধাই নাৰীৰ যোনি দেশত চাবি মাৰি থৈ গৈছিল। একেবাৰে আসুৰিক ব্যৱস্থা। ই জানো সঁচাই নিৰাপত্তা দিব পাৰিছিল? কোনো কোনো দুষ্ট প্ৰকৃতিৰ নাৰীয়ে মনে মনে ৰক্ষাকবচৰ চাবি কৰাই লৈছিল। এনেবোৰ কৃত্ৰিম উপায়েৰে যে নাৰীৰ সতীত্ব ৰক্ষা কৰিব নোৱাৰি, সেইযাৰ কথা মধ্যযুগৰ পুৰুষে বুজা নাছিল। নাৰীৰ সতীত্ব নাৰীয়ে নিজে ৰক্ষা নকৰিলে, যেনেধৰণৰ কঠোৰ ব্যৱস্থা অৱলম্বন কৰা নহওক লাগিলে, ৰক্ষা কৰিব নোৱাৰি। এগৰাকী পছিমীয়া লেখিকাই কবৰ দৰে: "If a man regards his wife in this light and puts her under lock and key, he deserves to be outwitted." যি স্বামীয়ে নিজৰ পত্নীক বিশ্বাস নকৰে, তেনে স্বামী প্ৰতাৰিত হোৱাৰ কাৰণে আক্ষেপ কৰিবলগা একো নাই।

আনৰ প্ৰলোভিত দৃষ্টিৰ পৰা নাৰীক ৰক্ষা কৰাৰ উদ্দেশ্যৰে পৰ্দ্দা প্ৰথাৰ স্থষ্টি হৈছিল, সঁচা কথা। সেইবুলি আনৰ চকুৰ পৰা ৰক্ষা কৰাৰ উদ্দেশ্যৰে নাৰীক অস্বাস্থ্যকৰ কক্ষত বন্দিনী কৰি ৰখাৰ পৰা যে কুফল হোৱা নাছিল, সেইযাৰ কথাও নহয়। স্বাস্থ্যৰ উন্নতিৰ কাৰণে সূৰ্য্যৰ ৰশ্মি আৰু মুক্ত বায়ুৰ প্ৰয়োজন। এফালে এইবোৰ বস্তুৰ অভাৱ, আনহাতে অস্বাস্থ্যকৰ, অন্ধকাৰময় পৰিবেশ, এনেবোৰ কাৰণত নাৰীৰ স্বাস্থ্য ভাঙি পৰিছিল। সেই সময়ৰ আমাৰ দেশত ৰাজত্ব কৰা ইংৰাজ শাসকবৰ্গৰ স্বাস্থ্য-বিভাগৰ ৰিপৰ্টৰ পৰা এই বিষয়ে প্ৰমাণ দিব পাৰি। পৰ্দ্দা আবৃত নাৰীৰ বন্ধ কক্ষ যক্ষ্মাৰোগৰ বাহ হৈছিল। পোনতে এনেকৈ নাৰীক পৰ্দ্দাৰ আঁৰত বন্দিনী কৰি ৰখা ব্যক্তিসকল ধনী সম্প্ৰদায়ৰ মানুহ আছিল। এই প্ৰথা অৱশেষত সাধাৰণ স্তৰৰ মানুহলৈকো বিয়পি পৰিছিল বুলিব পাৰি যদিও সাধাৰণ



স্তৰৰ মানুহৰ কাৰণে ই বেছি প্ৰয়োগ সম্ভৱ নাছিল। ক'ৰবালৈ ওলাই গলে আমাৰ ডা-ডাঙৰীয়াৰ ঘৰৰ মানুহেহে জাপি, ৰৰজাপি ইত্যাদি ব্যৱহাৰ কৰিছিল। ৰৰজাপি ধৰি যাবলৈ লিগিৰী লাগে; সাধাৰণ ঘৰৰ নাৰীয়ে লিগিৰী পায় ক'ৰ পৰা? গতিকেই সাধাৰণ ঘৰৰ নাৰী যথেষ্ট মুকলিমূৰীয়া আছিল। বিপ্লৱহীন সামাজিক পৰিবৰ্ত্তন মন্থৰ গতিত হয়। আজি জাপি, ৰৰজাপি একোৱেই নাই। এইবোৰতো এদিনতে অন্তৰ্দ্ধান হোৱা নাই। কিবা বাস্তৱ কাৰণত একোটা সময়ে একোটা ৰীতি-পদ্ধতিক অনুমোদন কৰাৰ দৰে একোটা বস্তুকো কৰে। ডেকাকালত বাৰট্ৰাণ্ড ৰাছেলৰ কিতাপত পঢ়া মনত আছে: ইংলণ্ডৰ ভিক্টোৰীয় যুগৰ নাৰীয়ে এনেকৈ সাজসজ্জা কৰিছিল যে ভৰিৰ সৰু গাঁঠিটোও আনকি কাৰোবাৰ চকুত পৰাটো দোষণীয় বুলি পৰিগণিত হৈছিল। আৰু আজি? আজি নাৰীৰ উলঙ্গতা একো দোষণীয় কথা নহয়। এনে দৃশ্য উপভোগ কৰিবলৈ মাথোন প্ৰয়োজন পুৰুষৰ সংযম।

কেৱল ভাৰততে নহয়, পুৰুষৰ ওচৰত নাৰীৰ বশ্যতা স্বীকাৰৰ ব্যৱস্থা একালত চীনদেশতো আছিল। চীনদেশৰ প্ৰখ্যাত চিন্তানায়ক কন্‌ফিউচিয়াচে কোৱাৰ দৰে: "পত্নীয়ে স্বামীৰ ওচৰত সদায়েই আঁঠু লৈ থাকিব। নিজৰ সকলো সত্তা মষিমূৰ কৰিব। সম্পূৰ্ণ বশ্যতা স্বীকাৰ কৰি লব। নাৰী কেতিয়াও স্বতন্ত্ৰীয়া হব নোৱাৰে।" এই শেষৰ কথাষাৰ আমাৰ শাস্ত্ৰকাৰ মনুৱেও কৈছিল: "কোনো কালে নাৰী কেতিয়াও স্বতন্ত্ৰ নহয়।" একালত প্ৰায় এই একে অৱস্থা জাপানতো আছিল। স্বামীৰ অনুমতিৰ অবিহনে নাৰীয়ে স্বইচ্ছাৰে কোনো কামকে কৰিব নোৱাৰিছিল। মাৰ্গেৰেট ম্যাকনিকেল্ বোলা ইংৰাজ মহিলা এগৰাকীয়ে কোৱাৰ দৰে: "For the Eastern wife, the road to marriage is not one that leads towards personal fulfilment and enlargement. It is a vocation calling for self-surrender and self-sacrifice." "আজিৰ চকুত বিসদৃশ, অবাস্তৱ যেন লাগিলেও আমাৰ সমাজ-জীৱনত এনে এটা দিন আছিল যেতিয়া কথা পতা বা কোনোবা উৎসৱ আদিত বাহিৰলৈ একেলগে ওলাই যোৱা দূৰৰ কথা, যুটীয়া পৰিয়ালত নিশাৰ আন্ধাৰৰ বাহিৰে দিনৰ

পোহৰত স্বামীয়ে পত্নীক দেখা পোৱাটো প্ৰায় অসম্ভৱ আছিল। এনে অৱস্থাত স্বামী স্ত্ৰীৰ প্ৰণয় শোৱাপাটীতে আৱদ্ধ থকাৰ বাহিৰে উপায় নাছিল। বাকীছোৱা দুয়ো যেন অপৰিচিত ব্যক্তি। এই বিষয়ে চীন দেশীয় কবিতা এটাত আছেঃ

"শোৱাপাটীত স্বামী আৰু স্ত্ৰী।
বাহিৰত বেলেগ ব্যক্তি।"

—বাহিৰৰ সম্বন্ধ গহীন। শোৱাপাটীৰ সম্বন্ধ গভীৰ।

স্বামী-স্ত্ৰীৰ ব্যক্তিত্বৰ মিলন নাইবা পাৰস্পৰিক আদান-প্ৰদানৰ জৰিয়তে গঢ়ি উঠা আদৰ্শাত্মক উদাহৰণ ভাৰতীয় যুৰীয়া জীৱনত পাবলৈ টান। ইয়াৰ ঘাই কাৰণ হৈছে স্বামীৰ প্ৰতি স্ত্ৰীৰ সমাজৰ দ্বাৰা অনুমোদিত দাসত্বপূৰ্ণ আনুগত্য। দুয়োৰে নিকপকপীয়া কৰ্ম্ম বিভাগ। এনে ব্যৱস্থাৰ জৰিয়তে কোনো প্ৰাণচঞ্চল সম্বন্ধ গঢ়ি উঠা সম্ভৱপৰ নহয়। সাধাৰণতে দেখা যায়, এনে তৰহৰ প্ৰভু-ভৃত্যৰ সম্বন্ধই স্বামী-স্ত্ৰীৰ যুৰীয়া জীৱন বৈচিত্ৰ্যহীন কৰে। এই কাৰণেই সম্ভৱতঃ জাপানত গেইছা অনুষ্ঠানৰ ইমান জনপ্ৰিয়তা। বৈচিত্ৰ্যহীন বৈবাহিক জীৱনে স্বামী স্ত্ৰী উভয়কে আমুৱায়। বিবাহ-বিচ্ছেদৰ বহুতো কাৰণ থাকিব পাৰে। তাৰ ভিতৰত মুখ্য কাৰণ হৈছে যৌন-বিচিত্ৰ্য কামনা। বিবাহ বন্ধন খৰ্ব্ব নকৰাকৈ এনে অৱস্থাৰ পৰা মুক্তি পাবৰ বাবে পত্নীৰ পক্ষে কোনো উপায় নাই। স্বামীৰ কিন্তু আছে। বৈচিত্ৰ্যপূৰ্ণ জীৱন বিচাৰি জাপানত পুৰুষে ৰঙীন, মাদকতাপূৰ্ণ গেইছা গাভৰুহঁতৰ কাষ চাপে। গেইছা গাভৰুহঁতেও পুৰুষৰ অন্তৰ কেনেকৈ চঞ্চল কৰি তুলিব লাগে জানে। সঁচা কথা, সাধাৰণতে জাপানত স্বামীয়ে পত্নীক মাৰধৰ নকৰে নাইবা নাৰীৰ বাবে মুখমণ্ডল ওৰণীৰে আবৃত কৰা বা পৰ্দ্দা প্ৰথাৰো ব্যৱস্থা নাই। তথাপি জাপানৰ পত্নী অসুখী কিয়? তাৰ কাৰণ হৈছে মুক্তিহীন জীৱন, স্বামীৰ দ্বাৰা অবাঞ্ছিত শাসন।

জাপানত একালত অন্য পুৰুষৰ চকুত পৰি নাৰীৰ সতীত্ব নাশ হোৱাৰ আশঙ্কা দূৰ কৰাৰ উদ্দেশ্যৰে অভিনৱ এক প্ৰথা আবিষ্কাৰ হৈছিল। নাৰীয়ে চুলি খুৰাই, দাঁত ক'লা কৰি ৰাখিছিল। ১২৯০ চনত প্ৰকাশিত ফাউষ্টৰ 'ডি নিউ জাপানীজ ৱ'মেনহুদ' বোলা কিতাপ-খনত আছেঃ জাপানৰ কোনো কোনো গাঁও অঞ্চলত নাৰীৰ দাঁত ক'লা কৰি ৰখা প্ৰথা এতিয়াও প্ৰচলন আছে। আমাৰ অসমতো একালত এই প্ৰথাৰ প্ৰচলন আছিল। সৰুতে আইতাৰ মুখত শুনা কথা এষাৰ এতিয়াও ৰিণিকি বিণিকি মনত পৰে। আইতাই কৈছিলঃ 'ভূত-প্ৰেতে নেপাবলৈ মাইকী মানুহে এনেদৰে দাঁত ক'লা কৰে।' এতিয়াহে বুজিছো, আচল ভূতৰ কাৰণে নহয়, মানুহ ভূতৰ কাৰণেহে এনে ব্যৱস্থা গ্ৰহণ কৰা হৈছিল।



পত্নীৰ যৌন-বিচ্যুতিক কেৱল ভাৰতীয় সমাজতে নহয়, পৃথিৱীৰ আন বহু সমাজতো ঘৃণাৰ চকুৰে চোৱা হয়। শাস্ত্ৰকাৰ মনুৰ মতে এনে নাৰীক ৰাংকুকুৰৰ ভক্ষণৰ বাবে আগবঢ়াই দিব লাগে। এই বিষয়ে মনুৱে এনেদৰে সতৰ্ক কৰি দিছিলঃ "স্বামীয়ে পত্নীক নিয়ন্ত্ৰিত কৰি ৰখা উচিত। পত্নীক যৌন-বিচ্যুতিৰ পৰা ৰক্ষা কৰা মানে সন্তান-সন্ততিক দূষিত ৰক্তপ্ৰবাহৰ পৰা ৰক্ষা কৰা, নিজৰ বংশ-মৰ্য্যাদা ৰক্ষা কৰা, নিজকে যুক্তিহীন মনস্তাপৰ পৰা ৰক্ষা কৰা, নিজৰ কৰ্ত্তব্য পালন কৰা।" একালত চীন দেশত যৌন-বিচ্যুতিৰ কাৰণে জগৰীয়া বিবাহিতা নাৰীক আত্মহত্যা কৰিবলৈ বাধ্য কৰা হৈছিল। কোৰিয়াত চীনদেশৰ দৰে মৃত্যুদণ্ড বিহা হোৱা নাছিল যদিও এনে নাৰীয়ে পত্নীৰ আইনসম্মত মৰ্য্যাদা হেৰুৱাইছিল, এনে নাৰীক সাধাৰণ লিগিৰীৰ স্থানলৈ নিম্নগামী কৰা হৈছিল।

নাৰীৰ যৌন-বিচ্যুতিক বাধা দিয়াৰ মানসেৰে সমাজত কিছুমান ৰীতি-পদ্ধতিৰ উদ্ভৱ সাধন কৰা হৈছিল। ইয়াৰে কিছুমান লৌকিক। আন কিছুমান পুৰুষ-প্ৰধান সমাজৰ সৃষ্টি। দুয়োবিধকে ধৰ্ম্মৰ—ঘাইকৈ নৈতিকতা বুলিলেহে ভাল হব—বান্ধোনেৰে আটোম-টোকাৰিকৈ বন্ধা হৈছিল। এইখিনিতে এইষাৰ কথাও মনত ৰাখিব লাগিবঃ তথাকথিত সকলো প্ৰকাৰৰ নৈতিকতাৰ সম্বন্ধ হৈছে অৰ্থসম্পদৰ সৈতে। নিজৰ সকলো প্ৰকাৰ সুবিধা অক্ষুণ্ণ ৰখাৰ উদ্দেশ্যৰে ধনিক সম্প্ৰদায়েও নৈতিকতাৰ দোহাই দিয়ে। ইয়াৰ পৰিণতি হৈছে এফালে সংৰক্ষণ স্পৃহা আৰু আনফালে পৰিৱৰ্ত্তন বিমুখিতা। উদাহৰণ স্বৰূপে কব পাৰি, ইউৰোপৰ ছচিয়েলিষ্ট সকলে যেতিয়া সংৰক্ষিত অৰ্থ-সত্ত্বৰ দ্বাৰা সামাজিক অৰ্থনৈতিক অসমতাৰ সৃষ্টি হয় বুলি কয়, বৰ্ত্তমান সময়ৰ কাৰণে যেতিয়া পুৰণি অৰ্থনৈতিক সূত্ৰসমূহ অচল বুলি কয়, তেতিয়া

তেওঁলোক ধৰ্ম্মযাজক সকলৰ তীব্ৰ প্ৰতিবাদৰ সন্মুখীন হব লগা হৈছিল। এই একেদৰেই ভাৰতীয় সংস্কাৰধৰ্ম্মী পুৰুষসকলে নাৰীৰ অৰ্থনৈতিক স্বতন্ত্ৰতাৰ প্ৰয়োজনীয়তাৰ কথা যেতিয়া কয়, তেওঁলোক প্ৰাচীনপন্থী সকলৰ প্ৰতিবাদৰ সন্মুখীন হব লগা হৈছিল। 'ঘৰ ভাঙিবলৈ ওলাইছে' বুলি প্ৰাচীনপন্থীসকলে তেওঁলোকক দোষাৰোপ কৰিছিল। সকলো সমাজতে এনে কিছুমান মানুহ আছে সদায় যি প্ৰতিবাদকে কৰে, প্ৰতিবাদ কৰাই এওঁলোকৰ ধৰ্ম্ম। এওঁলোক হৈছে সুবিধাভোগী সমাজৰ ব্যক্তি। সুবিধাৰ অথন্তৰ ঘটে বুলিয়েই এওঁলোকে প্ৰতিবাদ কৰে।

যি ৰাজনৈতিক আৰু অৰ্থনৈতিক কাৰণসমূহে বিবাহ অনুষ্ঠানক যুক্তিকৰ ভিত্তি প্ৰদান কৰিছিল, সেই কাৰণসমূহক অস্বীকাৰ কৰি মধ্যযুগৰ ধৰ্ম্মাশ্ৰিত চেতনাই বিবাহ অনুষ্ঠানক আক্ৰমণ কৰিছিল। ভগবান আৰু পৰিত্ৰাণ, এই দুটা বস্তুক সাৰটি লৈ মধ্যযুগৰ মানুহ উন্মাদ হৈছিল। এই দুটা বস্তু তেওঁলোকৰ কল্পনা আৰু বিশ্বাস, ইয়াৰ জ্যোতিৰে জ্যোতিৰ্ম্ময় হৈছিল; ভগবান আৰু পৰিত্ৰাণৰ বিষয়ে তেওঁলোকে বিচাৰ কৰা নাছিল। তেওঁলোকে ধাৰণা কৰিছিল, মানুহৰ প্ৰকৃত আলয় হৈছে পৰলোকত। আমাৰ চকুৰ আগৰ মৰ্ত্ত্যলোক জিৰণি ঘৰহে। কিবা এক ধৰ্ম্মাশ্ৰিত স্বীকৃতি নেপালে জিৰণি ঘৰৰ কোনো বস্তুৱেই শুদ্ধ বুলি পৰিগণিত হব নোৱাৰে। এয়ে আছিল মধ্যযুগৰ আদৰ্শ। খোৱা-পিন্ধাৰ পৰা আৰম্ভ কৰি পত্নীৰ সৈতে স্বামীৰ যৌন-আচৰণ পৰ্য্যন্ত এওঁলোকে কিবা এক ধৰ্ম্ম-পদ্ধতিৰ সাঁচ দি শুচি কৰি লৈছিল। এনেদৰে জীৱনৰ প্ৰত্যেকটো বস্তু ৰীতিবদ্ধ হৈছিল। মধ্যযুগৰ বাস্তৱ ইতিহাসলৈ লক্ষ্য কৰিলেই সেই যুগৰ ধৰ্ম্ম আদৰ্শৰ বিষয়ে দৃষ্টি স্পষ্ট হৈ পৰিব। উদাহৰণ স্বৰূপে একেষাৰ কথা দাঙি ধৰিব খুজিছোঁ। মধ্যযুগৰ মানুহ বাস কৰিছিল সাধাৰণ পৰ্ণ-কুটিৰত। আনহাতে এওঁলোকেই নিৰ্ম্মাণ কৰিছিল বিশালকায় ধৰ্ম্ম-মন্দিৰ, দেৱালয়, গীৰ্জ্জা, মছজিদ ইত্যাদি। কাৰ কাৰণে? মানুহৰ কাৰণে নহয়, দেৱতাৰ কাৰণে এওঁলোকে ধৰ্ম্মৰ নামত হেলাৰঙে নানা দুখ-কষ্ট, ত্যাগ আদিৰ সন্মুখীন হৈছিল। মধ্যযুগৰ মানুহে এনে কষ্ট, ত্যাগ আদিক জীৱনৰ আদৰ্শ কৰি লৈছিল।



মধ্যযুগত ধৰ্ম্মৰ উত্থান হৈছিল, সঁচা কথা। আনহাতে এইটো যুগতে নাৰীৰ অধঃপতন সুসংগঠিত হৈছিল, কেৱল আমাৰ দেশতেই নহয়, সমগ্ৰ পৃথিৱীতে। এইটো যুগতে দেবদাসী অনুষ্ঠানৰ অভ্যুদয় হৈছিল। অকল আমাৰ দেশতেই নহয়, গ্ৰীছতো দেবদাসী অনুষ্ঠানৰ জৰিয়তে নাৰীৰ অধঃপতন যে ঘনীভূত হৈছিল, সেইষাৰ কথা সঁচা। দেবদাসী সমাজৰ যৌন-জীৱনৰ বিষয়ে কব খোজা নাই। কবলগা বহুত আছে। একালত আমাৰ দেশত এটা বস্তু আছিল। প্ৰথম যৌন-অভিজ্ঞতা দেৱতাৰ স্পৰ্শত লাভ কৰাৰ উদ্দেশ্যৰে কোনো কোনো অঞ্চলত বিবাহৰ পূৰ্ব্বে যুৱতী নাৰী মন্দিৰলৈ যোৱাৰ নিয়ম আছিল। আচলতে এই অভিজ্ঞতা দেৱতাই জানো প্ৰদান কৰিছিল? নিশাৰ আন্ধাৰত দেৱতাৰ পৰিৱৰ্ত্তে মন্দিৰৰ কোনোবা পূজাৰীয়ে নিশ্চয় নাৰীক তৃপ্তি প্ৰদান কৰিছিল। দেৱতাৰ (?) আলিঙ্গনৰ অভিজ্ঞতা লৈ পিছদিনা পুৱা যুৱতী নাৰী ঘৰলৈ উভতিছিল। দেৱতাৰ আলিঙ্গন লাভ কৰা হেতুকে সেই নাৰীক সমাজেও বিশেষ মৰ্য্যাদা প্ৰদান কৰিছিল। এয়ে আছিল মধ্যযুগৰ ৰীতি-নীতি।

বৰ্ত্তমান সকলোৰে ৰূপ সলনি হৈছে। বেলেগ বেলেগ বৰ্ণগত স্বাৰ্থ, জাতীয় ব্যৱধান, খণ্ড শ্ৰেণী-স্বাৰ্থ ইত্যাদিৰ দ্বাৰা সংগঠিত হোৱা বৈষম্য আৰু ব্যবধান আধুনিক চিন্তাধাৰাৰ সংঘাতৰ ফলত ক্ৰমাৎ টুটি আহিছে। ক্ৰমাৎ সগোত্ৰী বিবাহৰ নীতি-নিয়মৰো কঠোৰতা হ্ৰাস পাই আহিছে। ইয়াৰ পৰিণতি স্বৰূপে বিবাহৰ কাৰণে প্ৰাৰ্থী বাছনিৰ পৰিধি আগতকৈ বহুখিনি বিস্তৃত হৈছে। মানুহৰ বিস্তৃত আকাঙ্খাৰ ইতিহাসত ই ডাঙৰ পদক্ষেপ। এই বিষয়ে ৱেষ্টাৰমাৰ্কৰ এষাৰ কথা উল্লেখ কৰিব পাৰি। "This is a natural consequence of the fact that the large bulk of marriage rites have originated in magical ideas which have vanished along with the proqress of intellectual culture."

আজি আমেৰিকা আৰু ৰুছিয়াৰ নাৰীৰ যৌন-জীৱন ভালেখিনি উদভীয়া হৈছে। ইও অবস্থাৰ এক বিপৰীতধৰ্ম্মী প্ৰতিক্ৰিয়া। এনেদৰে উদভীয়া হোৱাৰ ঘাই কাৰণ হৈছে এইবোৰ দেশৰ নাৰীৰ অৰ্থনৈতিক মুক্তি। বৰ্ত্তমান যুগৰ অৰ্থনৈতিক মুক্তিয়ে আৰু যৌন-তৃপ্তিৰ অলেখ উপায়ে নাৰী-পুৰুষ উভয়ৰে ক্ষেত্ৰত বিবাহ অনুষ্ঠানক ঠেকছিগা কৰিছে।

লগে লগে বিবাহ-অনুষ্ঠানৰ আত্মাও ধ্বংস নোহোৱাকৈ থকা নাই। এজন সমাজ-বিজ্ঞানৰ পণ্ডিতে কবৰ দৰেঃ "The domestic circle does not fill so large a place in life as formerly. It is really less important to either man or woman. Marriage life has lost in some measure its advantage over a single life. There are so many pleasures now that can be enjoyed as well or even better in celebacy."

এইখিনিতে জীৱন-অভিজ্ঞতাৰ বৈচিত্ৰ্যৰ কথা উত্থাপিত হয়। সমাজৰ পৰিবৰ্ত্তনৰ বুৰঞ্জীয়ে বিবাহ-অনুষ্ঠানৰ লেখীয়া এক প্ৰাচীন ঐতিহ্যৰ পৰিবৰ্ত্তন সাধন নকৰাকৈ থকা নাই। ৰীতি-পদ্ধতিবো কৰিছে।

# যুৱীয়া জীৱনঃ সমাজ আৰু বুৰঞ্জী

বিবাহ-অনুষ্ঠান সময়ে গঢ় দিয়া বস্তু। সেইদৰে ইয়াক কেন্দ্ৰ কৰি উত্থান লাভ কৰা ৰীতি-পদ্ধতিসমূহো সময়ৰ অনুমোদন অনুসাৰে জীপ পোৱা বস্তু। সকলো ৰীতি-পদ্ধতিৰ অন্তৰালত আছে সময়ৰ বাধ্য-বাধকতা। উঁৱলি যোৱা ৰীতি-পদ্ধতি কিছুমান ঐতিহ্যৰ নামত ৰক্ষা কৰিবলৈ যত্ন কৰা হয় যদিও সময়ৰ গতিস্ৰোতে ক্ৰমাৎ এইবোৰক ধ্বংসমুখী কৰাৰ প্ৰমাণো নথকা নহয়। আমাৰ সমাজত প্ৰচলিত বিয়ালৈকে নেচাওঁ কিয়? কিমানবোৰ বিয়াত দৰাই বিশ্বাস সহকাৰে মন্ত্ৰ উচ্চাৰণ কৰে? কৰিলেও তাৰ জানো কিবা অৰ্থ বুজিবলৈ যত্ন কৰা হয়?

বিবাহ অনুষ্ঠানৰ বুৰঞ্জী মানব-ইতিহাসৰ সৈতে ওতঃপ্ৰোত ভাবে সাঙোৰ খাই আছে। মাৰ্ক্সৰ সতীৰ্থ এঙ্গলছ্‌ৰ মতে মানৱ-সমাজৰ বুৰঞ্জী বহলকৈ তিনিটা ভাগত বিভক্ত কৰিব পাৰি। সেইবুলি এই ভাগসমূহৰ যে পানী নসৰকা সম্বন্ধ, সেইষাৰ কথা নহয়। এঙ্গল্‌ছে কৰা ভাগ তিনিটা হৈছেঃ (১) বন্যযুগ (২) বৰ্ববৰ বা অসভ্য যুগ, আৰু (৩) সত্যযুগ। আমাৰ প্ৰাচীন পুথি অনুসৰি মানব-বুৰঞ্জী মূঠতে চাৰিটা ভাগত বিভক্ত কৰা হৈছে। যেনেঃ (১) কৃত, (২) ত্ৰেতা, (৩) দ্বাপৰ আৰু (৪) কলি। এঙ্গলছ্ প্ৰণোদিত যুগ-বিভাজনৰ সৈতে এই চাৰিদফীয়া বিভাজন এনেদৰে ৰিজাব পাৰি। যেনেঃ কৃত হৈছে বন্যযুগ। ত্ৰেতা হৈছে বৰ্ববৰ বা অসভ্য যুগ আৰু দ্বাপৰ হৈছে সত্য আৰু বৰ্ববৰ যুগৰ মধ্যৱৰ্ত্তী কালছোৱা। আমাৰ ঋষি-মুনি সকলৰ মতে এই চাৰিটা যুগৰ চাৰিটা স্বকীয়া ধৰ্ম্ম আছিল। প্ৰাচীন যুগত ধৰ্ম্মৰ অৰ্থ বহল আছিল; ই সমগ্ৰ জীৱন-পদ্ধতি, সমগ্ৰ আচাৰ-পদ্ধতিকে সাৱটি লৈছিল।

ওপৰত উল্লেখ কৰা চাৰিটা যুগত চাৰি প্ৰকাৰৰ যৌন-ৰীতিৰ প্ৰচলন আছিল। ই অতি স্বাভাৱিক কথা। মহাবাহু ভীষ্মদেৱে এই

চাৰি প্ৰকাৰৰ যৌন-পদ্ধতিৰ নাম এনেদৰে দিছিল। যেনে (১) সংকল্প, (২) সংস্পৰ্শ, (৩) মৈথুন আৰু (৪) দ্বন্দ্ব। একোটা যৌন-পদ্ধতি একোটা যুগৰ সমাজ-ব্যৱস্থাৰ জৰিয়তে স্বীকৃত বস্তু। গতিকে যুগ বিশেষৰ সামাজিক আৰু অৰ্থ নৈতিক ৰীতি-পদ্ধতিৰ বিষয়ে সম্যক ব্যুৎপত্তি নহলে একোটা যুগৰ যৌন-পদ্ধতিৰ বিষয়ে সম্যক জ্ঞান আহৰণ কৰাটো সহজ নহয়। একোটা অৰ্থ নৈতিক পদ্ধতিয়ে যুগ অনুসৰি যে একোটা জীৱন-পদ্ধতি নিৰ্ণয় কৰে, সেই বিষয়ে সমাজ-বিজ্ঞানৰ সম্ভেদ ৰখা সকলৰ মত সুস্পষ্ট। বৰ্ত্তমান যুগত এহাতে মাৰ্ক্সীয় বস্তুতান্ত্ৰিক আৰু আনহাতে ফ্ৰয়ডীয় মনোবিজ্ঞান সম্বন্ধীয় চিন্তাধাৰাই যৌন-বুৰঞ্জী বুজাত বিশেষভাৱে সহজ কৰিছে। এই ক্ষেত্ৰত সমাজ-বৈজ্ঞানিক মৰগানৰ চিন্তাবস্তু শ্ৰদ্ধাৰে স্মৰণীয়। তেৱেঁই পোন প্ৰথমতে বন্য আৰু বৰ্ব্বৰ যুগৰ যৌন-পদ্ধতিক বিজ্ঞানসম্মত সমল যোগাইছিল।

বন্যযুগৰ ফেঁহুজালি মুহূৰ্ত্তত মানুহ আৰু চতুষ্পদী জন্তুৰ মাজত তেনেধৰণৰ চকুত লগা কোনো পাৰ্থক্য নাছিল। আন চাৰিঠেঙীয়া জন্তুৰ দৰে মানুহেও হাত ভৰি উভয়কে ব্যৱহাৰ কৰি চলন ফুৰণ কৰিছিল। সেই আদিম কালত হাত আৰু ভৰিৰ ব্যৱহাৰৰ মাজত তেনে কোনো লেখত লবলগীয়া ব্যৱধান নাছিল। লীন্ উটাঙৰ সাহিত্যত এই বিষয়ে সম্যক উল্লেখ আছে। মানুহেও যৌনকাৰ্য্য পশুৰ ভঙ্গীত সমাধা কৰিছিল, নাৰী-দেহত যোনিৰ অৱস্থানৰ বিষয়ে চিন্তা কৰি চাই লীন্ উটাঙে এই বিষয়ে স্পষ্ট অভিমত দিছে। পোনতে চাৰিঠেঙীয়া জন্তুৰ দৰে মানুহে হাত-ভৰি উভয়কে ব্যৱহাৰ কৰি বিচৰণ কৰিছিল। চাৰি ঠেঙৰ ব্যৱহাৰ এৰি দুই ভৰিত ভৰ দি চলাফুৰা কৰিবলৈ মানুহে পোনতে বৰ টান পাইছিল। অনভ্যস্ত কাৰণে গৰ্ভৱতী নাৰীৰ কাৰণে ঘাইকৈ এনেদৰে পোন হৈ খোজ কঢ়াটো বৰ কষ্টকৰ অনুভৱ হৈছিল। ই স্বাভাৱিক কথা।

এইখিনিতে এইষাৰ কথাও কব লাগিব, এনে এখন সমাজ যৌন-জীৱনৰ আচাৰ-বিচাৰৰ হেঁচাত কোঙা হোৱা নাছিল। এইটো যুগত জীৱন আছিল মুক্ত। বন্যযুগত পুৰুষেই যে কেৱল মুক্ত বা মুকলি-মূৰীয়া আছিল, এনে নহয়। নাৰীও সমানে মুক্ত আৰু মুকলিমূৰীয়া



আছিল। বন্যজন্তু চিকাৰ কাৰ্য্যত নাৰীয়ে পুৰুষৰ সৈতে সমানে ভাগ লৈছিল। আহাৰ বিচাৰি দল বান্ধি নাৰী পুৰুষ উভয়েই সমানে বিচৰণ কৰিছিল, নাৰী তেতিয়া বন্দিনী হোৱা নাছিল। এনে এখন সমস্বত্ববাদী সমাজত নাৰী পুৰুষৰ বহতীয়া বা ব্যক্তিগত কৰ্ষণথলীলৈ ৰূপান্তৰিত হোৱাটো সম্ভৱপৰ নহয়। এনে এখন সমাজৰ পৰিপ্ৰেক্ষিতত এনে তৰহৰ প্ৰশ্ন উঠিবই নোৱাৰে।

বন্যযুগৰ সমাজৰ স্বৰূপ কি? বন্যযুগৰ সমাজ মুঠতে কিছুমান সৰু সৰু দল বা সমষ্টিত বিভক্ত আছিল। মানুহ দলবদ্ধ হৈ চিকাৰলৈ ওলাই গৈছিল, আমাৰ মাছ মাৰিবলৈ যোৱাৰ দৰে। ব্যক্তিগত অক্ষমতাৰ বাবে বা আন কিবা কাৰণত কোনো কেতিয়াও অনাহাৰে থাকিব লগা নহৈছিল, সকলোৱেই সমানে চিকাৰ কৰি অনা বস্তুৰ একোটা ভাগ পাইছিল। ইজৰাইলত কিবুৎজ অনুষ্ঠানৰ জৰিয়তে ইয়াকে কৰিবলৈ যত্ন কৰা হৈছে।

বন্যযুগ দাৰ্শনিক ৰ'ছৰ দ্বাৰা পৰিবৰ্দ্ধিত চুক্তিবাদী সমাজৰ বহু আগৰ বস্তু। সেই আদিমতম সমাজত তেতিয়াও ব্যক্তিগত সম্পত্তিৰ আৱিৰ্ভাৱ বা আনুষ্ঠানিক ভাবে দলপতিৰ উদ্ভৱ হোৱা নাছিল। সমস্বত্ববাদী সমাজত মানুহৰ যৌন-জীৱন মুক্ত আৰু অবাধ হোৱাটো স্বাভাৱিক। ব্যক্তিগত সম্পত্তিৰহিত সমাজত কোনো এজন পুৰুষৰ পত্নী স্বৰূপে কোনো নাৰীয়ে কেতিয়াও আত্মনিবেদন কৰিবলগা হোৱা নাছিল। সামাজিক বান্ধোনেৰে এই যুগত নাৰীক ব্যক্তিগত পুৰুষ বিশেষৰ বন্দিনী কৰা হোৱা নাছিল, বান্ধোনৰে নাৰীৰ মৰ্য্যাদা ক্ষুণ্ণ কৰা হোৱা নাছিল; ইয়াৰ কাৰণ হৈছে সেই যুগৰ অৰ্থ নৈতিক বাধ্য-বাধকতাই বন্ধন-ব্যৱস্থা অনুমোদন কৰা নাছিল।

সমাজৰ সমূহ নাৰী সমূহ পুৰুষৰ পত্নী, সমূহ পুৰুষ সমূহ নাৰীৰ স্বামী, এনেদৰে সমাজ-ব্যৱস্থা নিৰূপিত হৈছিল। দলগত সম্পদবাদী সমাজত এনে হোৱাটো স্বাভাৱিক। এনে সমাজত অবাধ মিলন আৰু নিৰ্ব্বিচাৰ যৌন-আচৰণ প্ৰচলন হোৱাটো অতি স্বাভাৱিক কথা। সেই সময়ত তেজৰ সম্বন্ধৰ ভিত্তিত কোনো বাধা-নিষেধ উত্থাপিত হোৱা নাছিল। আনকি পিতা-কন্যা, মাতা-পুত্ৰ, সহোদৰ-সহোদৰাৰ মাজতো অবাধে যৌন-আচাৰ চলিছিল। পণ্ডিতসকলে এনেধৰণৰ যৌথ-বিবাহৰ নাম দলগত বিবাহ দিছে।

এইখিনিতে একেষাৰ কথা উল্লেখ কৰাটো সমীচীন হব। সঁচা কথা, আজি পুৰণি ৰীতি-নীতিৰ আমূল পৰিৱৰ্ত্তন হৈছে। সেইবুলি এই পৰিৱৰ্ত্তনৰ অন্তৰালত লুকাই থকা আদিম মানুহটোৱে নাইবা প্ৰাচীন আচৰণ আদিয়ে সুবিধা পালেই অবাঞ্ছিত ভাৱে কোনো কোনো ক্ষেত্ৰত ভুমুকি নমৰাকৈ নেথাকে। পৰিৱৰ্ত্তিত চিন্তাধাৰাই বহুদূৰ এনে আচৰণ সমূহক সংযত কৰি ৰাখিছে যদিও প্ৰাচীন আচৰণ সমূহে মাজে মাজে প্ৰকাশৰ নতুন পথ আৱিষ্কাৰ নকৰাকৈ থকা নাই।......মৃত ভাতৃৰ বিধবা পত্নীক সহোদৰে বিবাহ কৰা প্ৰথাক levirate বোলা হয়। সেইদৰে মৃত বা জীৱিত অৱস্থাত পত্নীৰ সহোদৰাক বিবাহ কৰা প্ৰথাক sororate বোলা হয়। কোনো কোনো সমাজতত্ত্বৰ পণ্ডিতে এই উভয় প্ৰথাকে প্ৰাচীন যুগৰ যৌথ-বিবাহ পদ্ধতিৰ স্মৃতি-চিন বুলিব খোজে। ৱেষ্টাৰমাৰ্কৰ লেখীয়া পণ্ডিতে যৌথ-বিবাহৰ ব্যাখ্যা এনেদৰে দিয়েঃ "এচাম পুৰুষৰ সৈতে এচাম নাৰীৰ বিবাহ। সাধাৰণতে পুৰুষ চাম সহোদৰ আৰু নাৰী চাম সহোদৰা।" এইষাৰ কথা প্ৰাচীন দলগত বিবাহৰ ক্ষেত্ৰত কিমানদূৰ প্ৰয়োগ কৰিব পাৰি, সেই বিষয়ে সন্দেহ।

একে ৰক্ত প্ৰবাহৰ ( consanguine ) মানুহৰ মাজত যৌথ-বিবাহৰ বিষয়ে মৰগানে এটা তথ্য আগবঢ়াইছিল। সেই তথ্যৰ গাত আঁউজি উপৰুক্ত কথাষাৰৰ উল্লেখ কৰা হৈছে। যৌথ-বিবাহ পদ্ধতি অনুসাৰে একে গোষ্ঠীৰ এচাম পুৰুষৰ সৈতে আন এচাম নাৰীৰ সামাজিকভাৱে বিবাহ-সম্পন্ন হৈছিল। এইষাৰ কথাৰ প্ৰমাণ স্বৰূপে মৰগানে তেনে কোনো উল্লেখযোগ্য উদাহৰণ দাঙি ধৰা নাই। ইয়াৰ প্ৰমাণ স্বৰূপে বেঙ্ক নামৰ আন এজন পণ্ডিতে কেইটামান উদাহৰণ দাঙি ধৰিছে। এনে ধৰণৰ যৌথ-বিবাহৰ উদাহৰণ দক্ষিণ সমুদ্ৰৰ কেইটামান দ্বীপ আৰু আমেৰিকাৰ কোনো কোনো জনজাতিৰ মাজত আজিও প্ৰচলিত থকাৰ প্ৰমাণ আছে। পি. টমাছৰ মতে তিব্বতীয় মানুহে সাধাৰণতে যুৱীয়া বিবাহ নকৰে। এওঁলোকে যৌথ-বিবাহ কৰে। একোটা পৰিয়ালৰ সমগ্ৰ নাৰী আন এটা পৰিয়ালৰ সমগ্ৰ পুৰুষৰ সৈতে বিবাহ বন্ধনত আৱদ্ধ হয়। ......আফ্ৰিকাৰ কিছুমান জনজাতিৰ মাজত বিবাহ-অনুষ্ঠান পৱিত্ৰ বুলি ধাৰণা কৰা হয় যদিও যৌন-তৃপ্তিৰ কাৰণে নিজৰ



পত্নীক আগবঢ়াই দি আলহীৰ সেৱা কৰা হয়। দক্ষিণ-পূব এছিয়াৰ লাওছ দেশত ময় বোলা এটা জনজাতি আছে। এওঁলোকৰ সমাজত লৰা-ছোৱালী ডাঙৰ হৈ মাক-দেউতাকৰ বিবাহ-কাৰ্য্যত যোগ দিব পৰা নোহোৱালৈকে মাক-দেউতাকৰ আনুষ্ঠানিকভাৱে বিবাহ-কাৰ্য্য সমাধা নহয়। এইদৰে মানব বুৰঞ্জী ফঁহিয়াই চালে দেখা যায়, কেৱল যুগে যুগেই নহয়, মানব সমাজ অনুসাৰে যুৱীয়া জীৱনৰ পদ্ধতি আৰু আকৰ্ষণ সুকীয়া।

ওপৰত উল্লেখ কৰা কোনো এটা ঘটনাই বন্যযুগৰ প্ৰচলিত যৌন-আচৰণৰ ইঙ্গিত নিদিয়ে। প্ৰাচীন বন্যযুগৰ যৌন-জীৱনৰ বৰ্ণনা ৰাহুল সংকৃত্যায়ণৰ 'ৱ্ৰুম ভল্গা টু গঙ্গা' বোলা কিতাপখনত বঢ়িয়াকৈ আছে, এনে এক যৌন-জীৱন, যি উদাৰ, য'ত কৃত্ৰিমতা নাই।

........."আদিম যুগ। ভল্গা নৈৰ পাৰ। বসন্তকাল। বতাহত নানাবিধ মন-মতলীয়া কৰা বনৰীয়া ফুলৰ সুবাস বিয়পি পৰিছে। এনে এক পৰিবেশৰ মাজত এজনী যৌৱন-উন্মনা গাভৰু। ছোৱালীজনীৰ নাম দিবা। পৰ্ব্বতৰ শিল এছটাত তাই আঁউজি আছে। তাইৰ চুলি-কোছা সোণবৰণীয়া। দূৰণিত[1] এটা ডেকা। ল'ৰাটোৰ চুলিকোছা দিবাৰ কোছাতকৈ ঘন, সোণবৰণীয়া। সি হাবিৰ তলসৰা ফুল গোটোৱাত ব্যস্ত। ল'ৰাটোৰ নাম সুৰ। সুৰৰ বাহিৰে দলৰ সকলোবোৰ ডেকাই দিবাক নিবিড়ভাৱে চিনি পায়। সুৰইহে নেপায়। গাভৰুৱে তাক কৈছেঃ 'আমি একেজনী আইৰে সন্তান আৰু তোমাক মই ইমান দিনে পাহৰি আছিলোঁ।' ঠিক এনেদৰে কথোপকথন হৈ থাকোঁতেই দলৰ আনবোৰ ডেকা তাইৰ কাষ চাপি আহিছে। সিহঁতে তাইক কৈছেঃ 'তুমি আমাৰ পাহৰিলা নেকি?' প্ৰশ্নৰ উত্তৰত তাই কৈছেঃ 'ওঁ, পাহৰিছোঁ। আজিয়েই নহয়, আৰু কিছুমান দিনলৈ তোমালোকক মই পাহৰি থাকিম।"

এই ঘটনাটো বিশেষ ভাৱে উল্লেখ কৰা হৈছে এই কাৰণেই যে ইয়াৰ জৰিয়তে প্ৰাচীন সমাজ-বুৰঞ্জীৰ এটা লেখত লবলগীয়া অধ্যায় উদ্ভাসিত হয়। দিবাৰ কথাষাৰৰ শেষৰ কেইটা শব্দ "তোমাক মই ইমান দিনে পাহৰি আছিলোঁ" বৰ অৰ্থব্যঞ্জক। তাই দলৰ সকলো যুবককে যৌন-তৃপ্তি প্ৰদান কৰিছে, আনহাতে নিজৰ তেজ-মঙহৰ এজনক পাহৰি

আছে। গতিকেই তাইৰ কথাত ইমান আবেগ, ইমান আক্ষেপ। এই ঘটনাটোৱে প্ৰাচীন দলগত যৌন-জীৱনৰ নিৰ্ম্মল, বিশুদ্ধ প্ৰেৰণাৰ কথা বঢ়িয়াকৈ চকুৰ আগত দাঙি ধৰে।

সমাজ বিৱৰ্ত্তনৰ ক্ৰমবৰ্দ্ধমান গতি-সোঁতত প্ৰাচীন যৌন-মুক্তিৰ পথ বহুখিনি ৰুদ্ধ হৈছে যদিও আংশিক ভাৱে হলেও যে সমাজত ই এতিয়াও কিছুদূৰ প্ৰচলিত হৈ আছে, সেইবিষয়ে নৃতত্ববিদ্ পণ্ডিত সমাজৰ মত সুস্পষ্ট। ফ্ৰয়ডৰ 'ইডিপাছ কম্‌প্লেক্স' বা 'ইলেক্‌ট্ৰা কমপ্লেক্স", এনে প্ৰাচীন যৌন-পদ্ধতিৰ ক্ষীণ উক্তি বুলিব পাৰি। নৃতত্ববিদ সকলৰ মতে আজিও এনে কিছুমান সমাজ আছে, য'ত একৰ লগত বিবাহ-সূত্ৰত আৱদ্ধ হোৱাৰ পূৰ্ব্বে মন্দিৰলৈ গৈ নাৰীয়ে বহুতৰ ওচৰত যৌন-আচৰণ কৰে। এনে তবহৰ যৌন-আচৰণৰ বৰ্ণনা ডক্টৰ বাণীকান্ত কাকতিৰ 'পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা' পুথিত আছে। তিব্বত আৰু ইয়াৰ কোনো কোনো দাঁতিকাষৰীয় পৰ্ব্বতীয়া অঞ্চলত বহু-স্বামী প্ৰথা এতিয়াও প্ৰচলিত থকাৰ প্ৰমাণ আছে। ঘাইকৈ কেইবাজনো ভাই-ককাইৰ মাজত এগৰাকী পত্নী। একে গৰাকী পত্নীক লৈ একেখন ঘৰতে সকলোখিনি একেলগে থাকে। পত্নীৰ সৈতে সহবাস কৰাৰ কাৰণেও প্ৰত্যেক-জনৰ বাবে সুকীয়াকৈ নিৰ্দ্ধাৰিত সময় আছে। সন্তান জন্মৰ সময়ত মাকে যিজনাৰে ঔৰসজাত বুলি কয়, সেইজনাৰে সেই সন্তান বুলি ধৰা হয়। নহলে যাৰে সন্তান নহওক লাগিলে, সেই সন্তানক বৰজনৰ সন্তান বুলি সাধাৰণতে ধৰা হয়। আমাৰ দক্ষিণ ভাৰতৰ টোডা জনজাতি সকলৰ সমাজতো এনে নিয়ম আছে। একে গৰাকী নাৰী কেইবাজনো পুৰুষৰ, ঘাইকৈ ককাই-ভাইৰ পত্নী। নিৰ্দ্ধাৰিত দিন অনুসৰি প্ৰত্যেকজন পুৰুষে সেই গৰাকী নাৰীৰ সৈতে সহবাস কৰে। সেই নাৰীৰ গৰ্ভজাত সন্তানক সমূহীয়া ভাবে কেউজন পুৰুষৰে সন্তান বুলি ধৰা হয়। নাইবা যিজনৰে ঔৰসজাত হওক বা নহওক, সমূহ সন্তান সমূহ পুৰুষৰ মাজত একোটাকৈ ভগাই দিয়া হয়। এইদৰেই সামাজিক ভাবে সন্তানৰ পিতৃত্ব নিৰ্ণয় কৰা হয়। মেলিনোস্কীয়ে কবৰ দৰেঃ "Polyandry is thus a compound marriage in which cohabitation is usually successive and not joint, while children and property are not shared by the husbands."



গোপনীয় ভাৱে নহয়, সামাজিক ভাবে বেবিলনিয়া, মধ্য প্ৰাচ্য আদি অঞ্চলৰ কিছুমান প্ৰাচীন সমাজত আজিও যৌন-মুক্তিৰ প্ৰথা আদিমতম যুগৰ আৰ্হিত প্ৰচলিত হৈ আছে। ইয়াৰ উপৰিও, ছিপৰেজ, কাডিয়াক—এনে সম্প্ৰদায়ৰ মাজত পিতা-কন্যা, মাতা-পুত্ৰ, ভাতৃ-ভগ্নীৰ মাজত আজিকোপতি অবাধ যৌন-মিলনৰ প্ৰথা থকা প্ৰমাণ আছে। লেটোৰনিয়াৰ 'ইভলুশ্যন অব্ মেৰেজ' বোলা কিতাপত ইয়াৰ সবিশেষ বৰ্ণনা আছে।

ওপৰত উল্লেখ কৰা কথা কেইযাৰৰ পৰা মুখ্যভাবে বন্য যুগৰ যৌন স্বতন্ত্ৰতাৰ কথা বুজাটো টান হব। এই উদাহৰণ কেইটাৰ জৰিয়তে সংস্কাৰবদ্ধ নিম্নস্তৰৰ ৰক্ষণশীল সমাজৰ প্ৰাচীন ৰীতি-ৰক্ষাৰ স্পৃহা প্ৰকাশ পোৱাৰ বাহিৰে আন একো নহয়। লেটোৰনিয়াৰ মতে এই সকলে 'couple after the manner of inferior animals without least formality and according to the caprice of the moment.' এনে যৌন আচৰণৰ জৰিয়তে বন্যযুগৰ দলগত বিবাহ পদ্ধতিৰ প্ৰাণৱন্ত আবেগ বা স্বাভাৱিকতা প্ৰকাশ পাইছে বুলি কবলৈ যোৱাটো ভুল হব। যাদুঘৰত প্ৰাচীন গৌৰৱৰ ভগ্নস্তূপ ৰক্ষিত হোৱাৰ দৰে এনেবোৰ যৌন-আচৰণৰ জৰিয়তে প্ৰাচীন দলগত যৌন-পদ্ধতিৰ খোলাটোহে ৰক্ষা কৰা হৈছে। ওপৰত উল্লেখ কৰা উদাহৰণ সমূহেৰে প্ৰাচীন দলগত বিবাহ-জীৱনৰ প্ৰাণৱন্ত সত্বাৰ কথা উপলব্ধি কৰিব নোৱাৰি। লগতে এইটোও সঁচা, আধুনিক উদ্যোগজীৱী সমাজৰ গণিকালয় বা ব্যভিচাৰ জীৱনৰ পৰা আহৰণ কৰা অভিজ্ঞতাৰে আদিম বন্যযুগৰ যৌন-মুক্তিৰ বিশুদ্ধতাৰ কথা উপলব্ধি কৰিব নোৱাৰি। আদিম যৌন-মুক্তিৰ অৰ্থ স্বেচ্ছাচাৰিতা নাছিল। এনে যৌন-মিলনৰ ঘাই উৎস অৰ্থলোভ নহয়। ই সমগ্ৰ সামাজিক জীৱন পৰিব্যাপ্ত, স্বভাৱসিদ্ধ, সমাজসম্মত, স্বপ্ৰণোদিত স্বাভাৱিক প্ৰেৰণাহে আছিল।

স্বাভাৱিকতে বুৰঞ্জীৰ খৰ গতিস্ৰোতত আদিম যৌন-মুক্তিৰ পথত ক্ৰমাৎ কিছুমান বাধা-নিষেধ আৰিষ্কৃত নোহোৱাকৈ নেথাকিল। সুস্থ জাতি বা ব্যক্তি গঢ়াৰ পথত তেজৰ নিবিড় সঞ্চালন যে প্ৰতিবন্ধক, সেইযাৰ কথা আদিম মানুহৰ মনত উদয় হৈছিল। এই সংস্কাৰৰ প্ৰথম খোজ হিছাপে দলৰ মাজত মুখ্যতে পিতা-কন্যা, মাতা-পুত্ৰ, ভাতৃ-ভগ্নী

ইত্যাদিৰ মাজত যৌন মিলন নিষেধ কৰা হৈছিল। এনে সংস্কাৰ-পদ্ধতিৰ গুৰিতে হৈছে incest বা যৌন-ব্যভিচাৰৰ দোষণীয় দিশটোৰ বিষয়ে উপলব্ধি। ইয়াৰ ফলস্বৰূপে অতীত সমাজত প্ৰচলিত নিৰ্বিচাৰ যৌন-মিলন ৰীতিৰ কিছুদূৰ সংশোধন সাধিত হৈছিল। এই বাধা-নিষেধৰ পৰিধি ক্ৰমাৎ বাঢ়ি আহি কালক্ৰমত স্বগোত্ৰৰ মাজত বিবাহ নিষেধ সম্ভৱ হৈছিল। এনেবিধ বাধা-নিষেধজনিত বিবাহ-ব্যৱস্থাৰ নামকৰণ যুৰীয়া বিবাহ-পদ্ধতি ( Pairing marriage ) বোলা হৈছে। ভীম্নদেৱে এনে পদ্ধতিক সংস্পৰ্শ আখ্যা দিছিল।

মানৱ সভ্যতাৰ দ্বিতীয় স্তৱক সমাজতত্ত্বৰ বুৰঞ্জীত বৰ্ব্বৰ যুগ বোলা হৈছে। এই বিষয়ে ওপৰত উল্লেখ কৰা হৈছে। এই কালছোৱাৰ অৰ্থ-নৈতিক জীৱনত বিশেষ দুটা পদ্ধতিৰ প্ৰচলন হৈছিল: (১) পশুপালন আৰু (২) কৃষিকাৰ্য্য। স্বাভাৱিকতে কৃষি অৰ্থনীতিয়ে প্ৰাচীন চিকাৰ-অৰ্থনীতিক হীনপ্ৰভ কৰিছিল। পশুপালন আৰু কৃষিকাৰ্য্য, এই নতুন অৰ্থনৈতিক বিবৰ্ত্তনে যুগৰ সমাজ-জীৱনক নতুন ৰূপত সজাইছিল। এডোখৰ নিৰ্দ্দিষ্ট খেতিৰ পথাৰে আনুমানিক উৎপাদনৰ জোখ নিৰ্দ্ধাৰণ কৰিছিল। পথাৰে আহাৰ দিছিল। গতিকেই ধৰিত্ৰী জননী। খেতিৰ বাবে পশুপালনৰ প্ৰয়োজন হৈছিল। পশুপালনৰ এই নতুন দায়িত্ব ঘাইকৈ নাৰী সমাজৰ ওপৰত ন্যস্ত কৰা হৈছিল। বন্যযুগৰ চিকাৰ-অন্বেষী ভ্ৰাম্যমান নাৰী কৃষি-জীৱনৰ পৰিপ্ৰেক্ষিতত ক্ৰমাৎ ঘৰচীয়া হৈছিল। এনে অৰ্থনৈতিক পৰিস্থিতিত বহু পুৰুষৰ মাজত এক পুৰুষ আৰু বহু নাৰীৰ মাজত নিজস্ব নিৰ্দ্দিষ্ট নাৰীৰ প্ৰয়োজন বাঢ়িছিল। এনে ধৰণৰ বাধ্যবাধকতা নাৰীৰ ক্ষেত্ৰত যেনেদৰে প্ৰয়োগ কৰা হৈছিল, তেনেদৰে পুৰুষৰ ক্ষেত্ৰত কৰা হোৱা নাছিল। মনস্তত্ববিদ্ সকলৰ মতে স্বাভাৱিকতে পুৰুষ বহু-নাৰীকামী। সৰ্ব্বসাধাৰণতে পুৰুষৰ মন উদ্‌ভীয়া, নাৰীৰ নহয়। নাৰীৰ প্ৰকৃতি ইয়াৰ বিপৰীত-ধৰ্ম্মী। এইচ. জি. ৱেলছৰ 'ডি ৱৰ্ক, ওৱেলথ, এণ্ড হেপীনেছ অব্ মেনকাইণ্ড' বোলা কিতাপখনত এইযাৰ কথাৰ সমুচিত সমৰ্থন আছে। কথাযাৰ বৰ্ত্তমান উদ্যোগ যুগৰ মানুহৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হৈছে যদিও পুৰুষৰ প্ৰকৃতি বিশ্লেষণৰ পিনৰ পৰা ই চিৰন্তন সত্য। নাৰীৰ অবৈধ প্ৰণয় গোপন হৈ থাকে, পুৰুষৰ নেথাকে। এইযাৰ কথা মন কৰিব লগীয়া যদিও



ওপৰত পুৰুষৰ সহজাত প্ৰবৃত্তিৰ কথাহে কোৱা হৈছে। এই ক্ষেত্ৰত নাৰী-পুৰুষৰ পাৰ্থক্যৰ অৱতাৰণা কৰা হোৱা নাই।

মানৱ-সভ্যতা বুৰঞ্জীৰ দ্বিতীয় স্তৰৰ সমাজ-ব্যৱস্থা প্ৰধানতঃ মাতৃ-কেন্দ্ৰী আছিল। এই স্তৰৰ সমাজ-ব্যৱস্থাত নাৰীৰ ওচৰলৈ পুৰুষ আহিছিল, পুৰুষৰ ওচৰলৈ নাৰী অহা নাছিল। এনেদৰে পিতৃ-গৃহত জীয়ৰীক কেন্দ্ৰ কৰি আগত আলহী-পুৰুষৰ সংস্পৰ্শত পৰিয়াল একোটা গঢ়ি উঠিছিল। মাতৃ-প্ৰধান সমাজত সন্তানৰ দায়িত্ব মাতৃৰ হাতত ন্যস্ত কৰা হৈছিল। তেতিয়াও পুৰুষৰ পৰিবাৰকেন্দ্ৰী প্ৰাধান্য বঢ়া নাছিল। সন্তান উৎপাদনৰ ক্ষেত্ৰত পুৰুষ তেতিয়াও আহিলা বিশেষহে আছিল। প্ৰকৃত অৰ্থত পুৰুষ-সমাজে তেতিয়াও স্বামীত্ব লাভ কৰিব পৰা নাছিল। ইয়াৰ কাৰণ হৈছে পুৰুষ তেতিয়াও অৰ্থনৈতিক গোট হিচাপে স্বীকৃত হোৱা নাছিল। নতুন যৌন ব্যৱস্থাৰ কথা সুঁৱৰি এঙ্গলছে 'অ'ৰিজীন্ অব্ ফেমিলি' বোলা কিতাপত এনেদৰে কৈছে ঃ 'As soon as the conception of the impropriety of sexual intercourse between the children of a common mother arose, it was bound to have an effect upon this division of the old and the foundation of new household communities...... one or more groups of sisters became the nucleus of the other.'

নতুন যৌন-ব্যৱস্থাই পৰিয়াল সংগঠন ব্যৱস্থাক নতুন ৰূপ দিছিল। একে সন্তানৰ মাতৃৰ মাজত যৌন-সম্বন্ধ নিষেধ হৈছিল। পৰিয়ালৰ জীয়ৰী একো গৰাকীক কেন্দ্ৰ কৰি নতুন যৌন-আচাৰ সিদ্ধ হৈছিল। সাধাৰণতে নাৰীৰ মন আত্মকেন্দ্ৰী, পুৰুষৰ মন বিকেন্দ্ৰীভূত। আদিম সমাজত মানুহৰ জীৱন ধাৰণৰ বাবে অতি প্ৰয়োজনীয় বস্তু আছিল দুটা ঃ (১) খাদ্য উৎপাদন, আৰু (২) সন্তান উৎপাদন। খাদ্য উৎপাদনৰ পদ্ধতি পৰিবৰ্ত্তনে যৌন-পদ্ধতিৰ পৰিবৰ্ত্তন সাধিছিল। মাতৃ-জাতিৰ পৰাভৱ তেতিয়াও সূচনা হোৱা নাছিল। নাৰী স্বতন্তৰীয়া হৈ আছিল; তেতিয়ালৈকে সমাজত ব্যক্তিগত সম্পত্তিৰ উত্থান হোৱা নাছিল।

আদিম সমস্বত্ববাদী অৰ্থনীতি ব্যক্তিকেন্দ্ৰী অৰ্থনীতিলৈ ৰূপান্তৰিত হোৱাৰ ফলস্বৰূপে পিতৃসত্তাৰ আৱিৰ্ভাৱ হৈছিল। পুৰুষ ব্যক্তিৰ হাতত ক্ৰমাৎ অৰ্থ-সম্পদ কেন্দ্ৰীভূত হোৱাটোৱেই হৈছে ইয়াৰ প্ৰকৃত

কাৰণ। সম্পত্তিবাদী সমাজত ইয়াৰ প্ৰতিফল স্বৰূপে দুটা বস্তুৰ স্পষ্টভাৱে আৱিৰ্ভাৱ হৈছিল: (১) ক্ৰীতদাস প্ৰথা, আৰু (২) নাৰীৰ ওপৰত পুৰুষৰ আধিপত্য বিস্তাৰ। স্বাভাৱিকতে ইয়াৰ ফল স্বৰূপে মাতৃপ্ৰধান যুগৰ নাৰী পিতৃপ্ৰধান সমাজত নিম্নগামী হবলৈ বাধ্য হৈছিল। পিতৃপ্ৰধান বিবাহ-পদ্ধতিৰ এটা সুবিধা আছিল। ইয়াৰ জৰিয়তে পিতৃত্বৰ চিনাকি সহজ আৰু সন্দেহহীন হৈছিল। ব্যক্তি-সম্পত্তিৰ যুগত এনেধৰণৰ নিষ্কলুষ পিতৃত্বৰ পৰিচয়ৰ প্ৰয়োজন কম নাছিল। পিতৃ-পুৰুষৰ সম্পত্তিৰ উত্তৰাধিকাৰী হবলৈ হলে সন্তান নিখুঁত আৰু বিশুদ্ধ হোৱাটো প্ৰয়োজন। এনেবোৰ ব্যৱহাৰিক প্ৰয়োজনীয়তাৰ কাৰণেই সমাজৰ পিনৰ পৰা নাৰীৰ যৌন-বিশুদ্ধতাৰ দাবী উত্থাপিত হৈছিল। কাৰণ বিশুদ্ধ পতিব্ৰতা নাৰীৰ গৰ্ভতহে বিশুদ্ধ সন্তানে ঠাই পোৱাটো সম্ভৱ। আচলতে নাৰীৰ অশুদ্ধ যৌন-আচৰণে পিতৃত্বৰ পৰিচয় নিশ্চিহ্ন কৰে। যুগশিল্পী ভ্যান গগৰ জীৱনলৈ সাময়িক ভাৱে আহি পৰা অশুদ্ধ যৌন-আচৰণৰ নাৰী খ্ৰীষ্টাইন ইয়াৰ সমুচিত প্ৰমাণ।

মাতৃপ্ৰধান সমাজত সন্তানৰ পিতৃৰ পৰিচয়ৰ বিষয়ে সন্দেহ হোৱাটো আচৰিত কথা নহয়। গছৰ খোৰোঙত চৰায়ে পোৱালি তুলি লৈ যায়। কোন জোপা গছৰ কোনটো খোৰোঙৰ কোনটো পোৱালি, সেইবিষয়ে পিছত সঠিককৈ কোৱাটো টান হৈ পাৰে। মাতৃ-প্ৰধান সমাজৰ নাৰীক গছৰ খোৰোঙৰ লগত বিজালে ভুল কৰা নহব। সম্ভৱতঃ এনেবোৰ কাৰণৰ বাবেই পিতৃপ্ৰধান সমাজৰ প্ৰতিভূ শাস্ত্ৰকাৰ মনুৱে কৈছিল: 'পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা, পুত্ৰপিণ্ড প্ৰয়োজনম'। সম্পদবাদী সমাজৰ মতে জন্মবৃত্তান্ত নিকা আৰু নিৰ্ম্মল হোৱা উচিত। সেই কাৰণেই নাৰী যৌন-বিষয়ত নিষ্কলুষ হোৱাটো প্ৰয়োজন। 'সতীত্ব নাৰীৰ ভূষণ'—এইযাৰ কথা প্ৰতিপন্ন কৰাৰ মানসেৰে এনেধৰণৰ শ্ল'গানৰ আৱিষ্কাৰ হৈছিল। ইয়াৰ উদ্দেশ্যেই নাৰীক কেন্দ্ৰ কৰি সমাজত নিকপকপীয়া ৰীতি-পদ্ধতি আদিৰ উত্তৰ-সাধন নোহোৱাকৈও নাছিল। 'নৰৈ ভাৰ্য্যায়া, কামায় ভাৰ্য্যা প্ৰিয় ভৱতি, আত্মানস্ত কামায় ভাৰ্য্যায় প্ৰিয় ভৱতি'। নিজৰ ৰুচিৰ কাৰণে নহয়, পুৰুষৰ ৰুচি বিধানৰ কাৰণেহে নাৰী প্ৰিয় হয়। নাৰীক পিতৃপ্ৰধান যুগে এনেদৰেই সমাজত স্থান দিছিল। ই



নাৰীৰ মৰ্য্যাদা ক্ষুণ্ণকাৰী। এঙ্গলছৰ মতে: "The overthrow of mother right was the defeat of the female sex, an event affecting the history of the world. The man seized the reins in the house also; the woman was degraded, enslaved, the slave of the man's lust and a mere instrument of breeding children".

এইযুগত নাৰীৰ পতন-বুৰঞ্জী কেনেদৰে নিগূঢ় হৈ পৰিছিল, সেই বিষয়ে 'অৰিজীন অৱ ফেমিলি' বোলা কিতাপত এঙ্গলছে যি বৰ্ণনা দিছে, তাতোকৈ হুবহু চিত্ৰ আৰু ক'তো পাবলৈ নাই। পুৰুষৰ হাতত ক্ৰমাৎ পাৰিবাৰিক শাসনৰ বাঘজৰী নিকপকপীয়া হৈছিল। নাৰীৰ পৰাজয় আৰু পুৰুষৰ বিজয় সুনিশ্চিত কৰি ইয়েই মানৱ-বুৰঞ্জীত অভাৱনীয় পৰিৱৰ্ত্তন সম্ভৱ কৰি তুলিছিল।

পুৰুষ-প্ৰধান সমাজত সম্পত্তি হস্তান্তৰৰ দায়িত্বই, লগতে সন্তানৰ ৰক্ত প্ৰবাহৰ বিশুদ্ধতাৰ দাবীয়ে নাৰী-পুৰুষৰ যৌন-সম্বন্ধক নতুন ৰূপ দিছিল। এইখন সমাজত সা-সম্পত্তি পুৰুষৰ নিজস্ব বস্তু হোৱাৰ দৰে নাৰীও পুৰুষৰ নিজস্ব সম্পত্তিলৈ ৰূপান্তৰ হৈছিল। স্বতন্ত্ৰতা দূৰৰ কথা, নাৰীক কোনো বিচাৰ-অধিকাৰ নাইবা মূল্য-প্ৰদান কৰা হোৱা নাছিল। নাৰীক পিতৃপ্ৰধান সমাজত পুৰুষৰ মন যোগনীয়া বিষয় সামগ্ৰী স্বৰূপে পৰিগণিত কৰা হৈছিল। এই বিষয়ে বাৰট্ৰাণ্ড ৰাছেলে 'মেৰেইজ এণ্ড মৰেলছ' বোলা কিতাপখনত এনেদৰে মত প্ৰকাশ কৰিছে। "The discovery of fatherhood led to the subjection of women as the only means of securing their virtue. There has in most civilised communities been no genuine companionship between husbands and wives; their relation has been one of condescension on the one side and duty on the other."

নাৰীৰ ওপৰত ক্ৰমাৎ বিস্তাৰ লাভ কৰা ব্যৱহাৰিক অনুশাসন শেষলৈ মনস্তাত্বিক সম্বন্ধজনিত বস্তুলৈ ৰূপান্তৰিত হৈছিল। এনেধৰণৰ পৰাভৱ-কাহিনীয়ে নাৰীক প্ৰকৃততে পুৰুষৰ অৰ্দ্ধাঙ্গিনী নকৰি কামনাৰ থলীবিশেষলৈ ৰূপান্তৰিত কৰিছিল। যৌন-বিশুদ্ধতা ৰক্ষা কৰিবলৈ হলে অবাঞ্ছিত ভাৱে হলেও নাৰীক শাসন কৰিব লাগিব, এনেধৰণৰ ধাৰণাই সমাজ-মন জয় কৰিছিল।

পুৰুষ-প্ৰধান সমাজত এনেবোৰ কাৰণৰ বাবেই নাৰীৰ ওপৰত কঠোৰ অত্যাচাৰ চলাৰ উদাহৰণ আছে। নাৰীয়ে পুৰুষৰ চৰণ বেদীত সৰ্ব্বস্ব জলাঞ্জলি দিব লগা হৈছিল। আনকি গৰ্ভকোষত মাতৃদেহাৰ নিজ তেজ-মঙহেৰে তিলতিলকৈ বাঢ়ি অহা সন্তানকো পিতৃপুৰুষৰ গুটি ('Seed', বাইবেল শাস্ত্ৰ দ্ৰষ্টব্য) বুলিহে অভিনন্দন জনোৱা হৈছিল। সন্তানৰ গৰ্ভধাৰণ, এনে দায়িত্বপূৰ্ণ ক্ষেত্ৰতো মাতৃৰ বৰগুণিৰ কথা স্বীকৃত হোৱা নাছিল। এই ক্ষেত্ৰতো মুখ্যতে পিতৃ-পুৰুষৰ গৌৰৱহে ঘোষিত হৈছিল। এইখিনিতে ক্ষান্ত নেথাকি পিতৃপ্ৰধান সমাজে নাৰীক পুৰুষৰ 'কৰ্ষণ-ক্ষেত্ৰ' বুলি ওলগ জনাবলৈকো পাহৰা নাছিল। মহাভাৰত পুথিত যুধিষ্ঠিৰে প্ৰশ্ন কৰিছেঃ "কোনো কোনোৱে কয় স্বক্ষেত্ৰত যেই কোনো উপায়েৰে জন্ম হোৱা সন্তানেই নিজা সন্তান। আন কোনোৱে কয়, নিজা গুটিৰ (শুক্ৰ বীজাণু) পৰা জন্ম হোৱা জনহে প্ৰকৃত সন্তান। এই দুয়োবিধ সন্তান সমপৰ্য্যায়ৰ নে?" যুধিষ্ঠিৰৰ এই প্ৰশ্ন ফাৰিত সামন্তবাদী সমাজৰ মাটিগিৰিৰ কণ্ঠস্বৰ ধ্বনিত হৈছে বুলি কলে সবহ কব নেলাগে। এই একেটা প্ৰশ্নকে আনধৰণেৰে সুধিব পাৰিঃ "শস্য উৎপাদনৰ কাৰণে নিজৰ পথাৰৰ খেতি নিজে কৰিব লাগিব নে আনে কৰিলেও হব?" এয়ে হৈছে অৰ্থনীতিৰ পুথিত যাক 'চহকী খেতিয়ক' বোলে, সেইসকলৰ সমস্যা। মাটিগিৰি সমাজৰ প্ৰশ্ন হৈছেঃ "সম্পত্তিৰ উত্তৰাধিকাৰী কোন হোৱা উচিত?" লগতে প্ৰশ্ন হৈছেঃ "নিঃসন্তান জনৰ সম্পত্তি কোনে গ্ৰহণ কৰিব?" ভূ-স্বামীত্বৰ যুগত এনেবোৰ প্ৰশ্নই সমাজ বিভ্ৰান্ত কৰাটো আচৰিত কথা নহয়।

আনৰ শ্ৰমৰ ওপৰত নিৰ্ভৰ কৰি কায়িক আৰু মানসিক পৰিপুষ্টি সাধন কৰোঁতা মালিকী সমাজে এনেবাৰ সমস্যাৰ সমাধানৰ অৰ্থে নতুন উপায় অবলম্বন কৰিছিল। মহাভাৰতৰ যুগত আজিৰ পশু-চিকিৎসাত ব্যৱহাৰ হোৱাৰ দৰেই কৃত্ৰিম প্ৰজনন (artificial insemination) ব্যৱস্থা ব্যৱহাৰ কৰা হৈছিল। কৃত্ৰিম প্ৰজনন ব্যৱস্থা কেৱল পশুৰ ক্ষেত্ৰতে নহয়, মহাভাৰতৰ যুগৰ দৰে আজি মানুহৰ ক্ষেত্ৰতো ব্যৱহাৰ কৰাৰ উদাহৰণ আছে। এই খিনিতে এই বিষয়ে সামান্য ভাৱে উল্লেখ কৰিব খুজিছোঁ। চিকিৎসালয়ৰ ব্লাড্ বেঙ্কত বিধে বিধে মানুহৰ তেজ সঞ্চয় কৰাৰ দৰে কৃত্ৰিম প্ৰজনন কাৰ্য্যকৰী কৰাৰ



উদ্দেশ্যেৰে পুৰুষ-বীৰ্য্য সঞ্চয় কৰা হয়। প্ৰয়োজন অনুসৰি এই পুৰুষ-বীৰ্য্য যন্ত্ৰৰ সহায়েৰে নাৰী-অঙ্গত নিক্ষেপ কৰি গৰ্ভধাৰণৰ ব্যৱস্থা কৰা হয়। পশুৰ ক্ষেত্ৰত অষ্টাদশ শতিকাৰ শেষভাগৰ পৰা এই প্ৰথা প্ৰয়োগ কৰা হৈছে। ৰুছ দেশ আৰু আমেৰিকাত এই পদ্ধতি বিশেষৰ সহায়েৰে জন্তুৰ সঁচ উন্নত কৰা হৈছে। মানুহৰ ক্ষেত্ৰত এই ব্যৱস্থাৰ প্ৰয়োগ আধুনিক যুগৰ বস্তু। ১৯২৮ চনত আমেৰিকাত এই পদ্ধতি বিশেষৰ প্ৰয়োগ মুঠতে পঞ্চাশ গৰাকী নাৰীৰ ক্ষেত্ৰত কৰা হৈছিল। ইয়াৰে কুৰি গৰাকীৰ ক্ষেত্ৰত ই কাৰ্য্যকৰী হয়। অৰ্থাৎ ইয়াৰ সহায়েৰে কুৰি গৰাকীৰ গৰ্ভধাৰণ সম্ভৱপৰ হয়। ১৯৪১ চনত সৰ্ব্বমুঠ ৯,৫৮০ গৰাকী নাৰীৰ ক্ষেত্ৰত এই ব্যৱস্থা প্ৰয়োগ কৰা হয়। ইংলণ্ডত আনহাতে খুব কম সংখ্যক নাৰীৰ ক্ষেত্ৰত ই কৃতকাৰ্য্য হৈছে। কোনো কোনো ঠাইত ইয়াৰ প্ৰয়োগৰ কাৰণে পাব্লিক ক্লিনিকৰো যোগাৰ আছে।

মহাভাৰতৰ যুগত হোৱাৰ দৰে এনে কৃত্ৰিম উপায় অৱলম্বনৰ জৰিয়তে জীৱ-জন্তুৰ সঁচ উন্নত হোৱাৰ দৰে মানুহৰ সঁচো উন্নত হব পাৰে, সেইটোৱেই হৈছে ডাঙৰ কথা। নীৎসেক সমৰ্থন কৰি জৰ্জ্জ বাৰ্ণাৰ্ড শ্বই এনে এটা তথ্যকে তাহানি আগবঢ়াইছিল। এইবিষয়ে ডক্টৰ জুলিয়ান হাক্সলীয়ে একেষাৰ অৰ্থপূৰ্ণ কথা কৈছে। গৰ্ভনিৰোধ (Contraception) আৰু কৃত্ৰিম প্ৰজনন ব্যৱস্থাৰ সাৰ্থকতা লাভে সমাজত এক নতুন বিপ্লৱৰ সূচনা কৰিব। (১) প্ৰিয়জনৰ সৈতে যৌন-সঙ্গম। এই ক্ষেত্ৰত গৰ্ভনিৰোধ ব্যৱস্থাই গৰ্ভধাৰণত বাধা দিব, আৰু (২) উপযুক্ত জনৰ দ্বাৰা গৰ্ভধাৰণ। উদাহৰণ স্বৰূপে ধৰা যাওক এগৰাকী যুৱতী নাৰীয়ে কোনোবা এজন পিলিঙা ডেকাক ভাল পায়। সেই জনৰ জৰিয়তে গৰ্ভধাৰণ কৰিবৰ কাৰণে তেওঁ অনিচ্ছুক। কাৰণ দেখিবলৈ ধুনীয়া যদিও সেইজন ডেকাৰ চৰিত্ৰ, ব্যক্তিত্ব, বুদ্ধিবৃত্তি, মেধা, একোৱেই নাই। এতিয়া উপায় কি? আধুনিক বিজ্ঞানে এই সন্তান-ইচ্ছুক নাৰী গৰাকীক সহায় কৰিব কেনেকৈ? সেই ডেকাজনৰ সৈতে তেওঁ যৌন-কাৰ্য্যত ৰত হব, দেহা আৰু মনৰ তৃপ্তিৰ অৰ্থে। আধুনিক বিজ্ঞানে গৰ্ভ-ধাৰণৰ ক্ষেত্ৰত নাৰী গৰাকীক ৰক্ষা কৰিব। আনহাতে সু-সন্তানৰ জননী হোৱাৰ প্ৰতি তেওঁৰ যি দুৰ্ব্বলতা, সেই

বিষয়েও আধুনিক বিজ্ঞান বিস্মৃত নহয়। সকলো নাৰীয়েই ব্যক্তিত্ব-সম্পন্ন পণ্ডিত মেধাবী ব্যক্তিক স্বামী স্বৰূপে পোৱাটো সম্ভৱপৰ নহয়। গতিকে প্ৰশ্ন হৈছে, বিজ্ঞানে এই ক্ষেত্ৰত তেওঁক সহায় কৰিব কেনেকৈ? বৈজ্ঞানিক পদ্ধতিৰে টিউবত সাঁচি থোৱা মহৎ বা মেধাবী ব্যক্তিৰ পুৰুষ-বীজাণু তেওঁৰ গৰ্ভথলীত যন্ত্ৰেৰে নিক্ষেপ কৰি। এই কাৰণেই জুলিয়ান হাক্সলীয়ে নতুন সমাজ-বিপ্লৱৰ কথা কৈছে।

এইখিনিতে আৰু একেষাৰ কথা কব খুজিছোঁ। আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ সংসদৰ সামৰিক-কাৰ্য্য সমিতিৰ আগত ১৯৪৫ চনত এনে ধৰণৰ কৃত্ৰিম প্ৰজননৰ জৰিয়তে মানৱ-বংশধৰ সকলক নতুন ৰূপ দিয়াৰ মানসেৰে প্ৰস্তাৱ উত্থাপিত হৈছিল। এনেদৰে টেষ্ট-টিউবৰ সঞ্চিত পুৰুষ-বীৰ্য্যৰ দ্বাৰা জন্মলাভ কৰা সন্তানহে আণৱিক শক্তিৰ লেখীয়া বাছকবনীয়া বিদ্যাৰ উপযুক্ত অধিকাৰী হোৱাটো সম্ভৱপৰ বুলি এইসকলে মত পোষণ কৰিছিল। এওঁলোকে প্ৰস্তাৱ দাঙি ধৰিছিল: কেনে ব্যক্তিৰ সঞ্চিত পুৰুষ-বীৰ্য্যৰ দ্বাৰা একোগৰাকী নাৰীয়ে গৰ্ভধাৰণ কৰিব, সেইযাৰ কথাৰ সিদ্ধান্ত কৰিব সন্মিলিত জাতিসংঘৰ বিশিষ্ট বৈজ্ঞানিক সকলৰ দ্বাৰা সংগঠিত একোখন বিশেষজ্ঞ সমিতিয়ে। কেনে ধৰণৰ নাৰীয়ে কেনে ধৰণৰ সন্তানৰ গৰ্ভধাৰণ কৰাটো উচিত, সেই-বিষয়েও নিৰ্ণয় কৰিব এই সমিতিখনেই। পুৰুষৰ ক্ষেত্ৰত বলবীৰ্য্য, মেধা ইত্যাদি নিৰ্ণয়ৰ বস্তু আৰু নাৰীৰ ক্ষেত্ৰত ব্যক্তিগত স্বাস্থ্য, সৌন্দৰ্য্য ইত্যাদিৰ উপৰিও নিৰ্ণয়ৰ আন বস্তু হৈছে পৰিয়ালৰ সাংস্কৃতিক স্তৰ আৰু শিক্ষা-দীক্ষা। নীৎসেৰ পৰা আৰম্ভ কৰি বাৰ্ণাৰ্ড শ্বলৈকে সকলোৰেই সম্ভৱতঃ আণৱিক শক্তিৰ লেখীয়া গুৰুত্বপূৰ্ণ অমানৱীয় শক্তিৰ মানৱীয় দায়িত্ব বহন কৰাৰ মানসৰে এইযাৰ কথাকে চিন্তা কৰিছিল।

এইখিনিতে একেষাৰ কথা কব খুজিছোঁ: মানবীয় আবেগ, অনুভূতিক অস্বীকাৰ কৰি নাৰীক একমাত্ৰ সন্তান-উৎপাদনৰ থলী বুলি ধাৰণা কৰাটো মাৰাত্মক বস্তু। প্ৰাচীন মহাভাৰতৰ যুগতো নিয়োগ প্ৰথা অৱলম্বন কৰি কৃত্ৰিম প্ৰজননৰ উদ্দেশ্যকে সাধন কৰা হৈছিল। মানৱীয় দৃষ্টিকোণৰ পৰা কৃত্ৰিম প্ৰজনন ব্যৱস্থা 'নিয়োগ' প্ৰথাতকৈ নিম্নস্তৰৰ বস্তু। স্বামী-স্ত্ৰীৰ যৌন-কাৰ্য্য পাৰস্পৰিক সন্মোহন, আদান



প্ৰদান, প্ৰণয়-প্ৰীতি ইত্যাদিৰ ওপৰত সমুচিত ভাবে প্ৰতিষ্ঠিত বস্তু। বিবাহ হৈছে এই ঐতিহ্যৰ সামাজিক স্বীকৃতি। এনেবোৰ সূক্ষ্ম অনুভূতিসিক্ত বস্তুৱে যৌন-আচৰণক মহিমামণ্ডিত কৰে।

কৃত্ৰিম প্ৰজননে এটা বস্তুৰ ওপৰত প্ৰাধান্য দিয়ে। সেইটো হৈছে শ্ৰেয় সন্তান উৎপাদন। এনে পদ্ধতিৰ প্ৰচলনৰ জৰিয়তে সন্তান-উৎপাদন কাৰ্য্যক আলু-কচুৰ খেতিৰ পৰ্য্যায়লৈ নিম্নগামী কৰা হৈছে। বিবাহ কেৱল দুটা দেহাৰ মিলনেই নহয়, দুটা আত্মাৰো। প্ৰণয়-প্ৰীতি হৈছে এনে সম্বন্ধৰ ৰেশমী বান্ধ। এহাতে এই অনুষ্ঠান যেনেকৈ ব্যক্তিগত, আনহাতে তেনেকৈ সামাজিকো। কৃত্ৰিমভাবে যোনি-ক্ষেত্ৰত নিক্ষেপিত—য'ত চেনেহৰ জোৱাৰ নাই—অপৰিচিত ব্যক্তি এজনৰ পুৰুষ-বীৰ্য্যৰ দ্বাৰা নাৰীৰ গৰ্ভত সু-সন্তানে থিত লব পাৰে। সেই বুলি বিবাহ-জীৱনৰ যি মাদকতাপূৰ্ণ সন্মোহন, সেই সন্মোহনৰ ওপৰত কৃত্ৰিম প্ৰজনন ব্যৱস্থাৰ জৰিয়তে আঘাত নপৰাকৈ জানো নেথাকে? গৰ্ভধাত্ৰী মাতৃগৰাকীৰ কাৰণে বীৰ্য্য-প্ৰদানকৰ্ত্তা পুৰুষজন অপৰিচিত হৈ থাকে। সেইদৰে সন্তানৰ কাৰণেও পিতৃ অপৰিচিত হৈ থাকে। এনে ব্যৱস্থাৰ জৰিয়তে জন্ম পোৱা সন্তানৰ প্ৰতি সমাজে অবিচাৰ কৰে বুলি কলেও সৰহ কব নেলাগে। কৃত্ৰিম প্ৰজনন ব্যৱস্থা হৈছে এনে এটা বস্তু, যাৰ অন্তৰালত ব্যক্তিগত আবেগ-অনুভূতি, সন্মোহনৰ সাঁচ নাই। এনে পদ্ধতিৰ জৰিয়তে বিবাহৰ যি স্বাভাৱিক মাদকতা, সেই মাদকতাক হ্ৰাস কৰা হয়।

বৰ্ত্তমানৰ কৃত্ৰিম প্ৰজনন-ব্যৱস্থা আৰু মহাভাৰতৰ 'নিয়োগ' প্ৰথাৰ জৰিয়তে আনৰ হতুৱাই নিজৰ পত্নীৰ ক্ষেত্ৰত সন্তান-উৎপাদন ব্যৱস্থা অৱলম্বন কৰা হৈছিল। এনেদৰে জন্ম পোৱা সন্তানক 'ক্ষেত্ৰজ' সন্তান বোলা হৈছিল। কৃত্ৰিম প্ৰজনন ব্যৱস্থাৰ উদ্দেশ্য হৈছে সু-সন্তানৰ জন্ম। মহাভাৰতৰ যুগত 'ক্ষেত্ৰজ' সন্তান সম্পত্তিৰ উত্তৰাধিকাৰী হোৱাত কোনো সামাজিক বাধা-নিষেধ নাছিল। সমাজে এনে ব্যৱস্থা সৰ্ব্বান্তকৰণে অনুমোদন কৰিছিল। ক্ষেত্ৰজ সন্তান-ব্যৱস্থা সমাজে অনুমোদন কৰিছিল বাবেই নাৰীৰ সাময়িক যৌন-বিচ্যুতিক ক্ষমা কৰা হৈছিল। মহাভাৰতৰ উতথ্য আৰু চান্দ্ৰেয়ীৰ কাহিনী ইয়াৰ প্ৰমাণ। উপৰুক্ত কথাখিনিৰ সমৰ্থনত কেইটামান সক্ৰিয় উদাহৰণ আগবঢ়ালে

সম্ভৱতঃ বস্তুটো স্পষ্ট হৈ পৰিব। মহাভাৰতত আছেঃ নিঃসন্তান বিচিত্ৰবীৰ্য্যৰ মৃত্যুৰ পিছত জননী সত্যৱতীয়ে ধৰ্ম্ম ৰক্ষাৰ অৰ্থে ভীষ্মদেৱক এনেদৰে গোহাৰি জনাইছেঃ "অকালতে পৰলোকগত নিঃসন্তান বিচিত্ৰবীৰ্য্যৰ ৰূপ-গুণ-সম্পন্না দুগৰাকী যুৱতী, পুত্ৰকামা পত্নী আছে। হে মহাবাহু, তুমি মোৰ নিয়োগ অনুসাৰে তেওঁলোকৰ গৰ্ভত সন্তান-উৎপাদন কৰি ধৰ্ম্মৰক্ষা কৰা"। কোৱা বাহুল্য, ভীষ্মদেৱ এই প্ৰস্তাৱত মান্তি হোৱা নাছিল।

পাণ্ডুৰ পুত্ৰ-সন্তান লাভ নিয়োগ প্ৰথাৰ আন এটা জ্বলন্ত উদাহৰণ। ঋষিৰ শাপত নিজে সন্তান-উৎপাদন, অৰ্থাৎ যৌন-কাৰ্য্য সম্পাদনাৰ বাবে পাণ্ডু অক্ষম হৈছিল। আনহাতে ৰাজ-পৰিয়ালৰ সম্পত্তি আৰু বংশ ৰক্ষাৰ কাৰণে সন্তানৰ প্ৰয়োজন হৈছিল। এই কাৰণেই দেশৰ প্ৰচলিত ৰীতি অনুসাৰে নিয়োগ প্ৰথা অৱলম্বন কৰিবলৈ পাণ্ডু বাধ্য হৈছিল। এই প্ৰথা অনুসাৰে পাণ্ডুৰ পত্নীদ্বয়, কুন্তী আৰু মাদ্ৰীৰ গৰ্ভত পঞ্চ পাণ্ডৱৰ জন্ম হৈছিল। এওঁলোকেই শেষত পাণ্ডুৰ ৰাজ্য-সম্পদ ৰক্ষাৰ্থে কৌৰৱৰ সৈতে ৰণ দিব লগা হৈছিল।

পাণ্ডুৱে আগবঢ়োৱা পৰপুৰুষ সঙ্গমৰ প্ৰস্তাৱত কুন্তী পোনতে অমান্তি হৈছিল। "হে ধৰ্ম্মজ্ঞ, আপোনাৰ একান্ত অনুৰক্তা এই ধৰ্ম্ম-পত্নীক এনে আদেশ নকৰিব। না মাৰ্মহস্মি ধৰ্ম্মব্ৰত বক্তুমেব কথনতেন।" (আদিঃ ১২১/২)। ইয়াৰ উত্তৰত পাণ্ডুৱে কুন্তীক এনেদৰে আশ্বাস প্ৰদান কৰিছিলঃ "শাস্ত্ৰকাৰসকলে কৈছে, ধৰ্ম্মই হওক বা অধৰ্ম্মই হওক, পতিৰ আদেশ পত্নীৰ পক্ষে সকলো সময়তে শিৰোধাৰ্য্য।" মুঠতে সম্পত্তিৰ উত্তৰাধিকাৰত্বৰ প্ৰশ্ন, পত্নীৰ অনিচ্ছা-স্বত্বেও, পতিৰ আদেশেৰে সমাধান কৰিবলৈ বিচৰা হৈছিল। যিমানেই অযুক্তিকৰ বা ঘৃণণীয় নহওক লাগিলে, কুন্তীৰ পক্ষে এই প্ৰস্তাৱৰ সক্ৰিয় বিৰোধিতা কৰাৰ কোনো প্ৰশ্ন উঠিব নোৱাৰে। ইয়াৰ কাৰণ হৈছে যুগৰ ৰীতি অনুসৰি পত্নী স্বামীৰ আদেশ-পালিকা; বিবাহ-অনুষ্ঠানৰ ক্ষেত্ৰত মহাভাৰতৰ যুগত কিবা এক শৃঙ্খলা আছিল বুলি কোৱাটো টান। পাণ্ডু নৃপতিয়ে নিজেই জানো বিবাহ-জীৱনৰ যৌনকাৰ্য্যক গৰু-ছাগলীৰ প্ৰণয়-আচৰণৰ সৈতে ৰিজোৱা নাই?

'ছান্দোগ্য উপনিষদ' পুথিৰ 'সত্যকাম জবা' বোলা আখ্যানটোৱে



প্ৰাচীন ঐতিহ্যৰ বিষয়ে সমুচিত সম্ভেদ দিয়ে। জবালীৰ পুতেকে বাৰে বাৰে মাকক পিতৃ-পুৰুষৰ বিষয়ে সুধিছে। মাকে বাৰে বাৰে বাধা দিছে। এই বাধা দিয়াৰ অৰ্থ কি? এনে বাধা-দানৰ জৰিয়তে প্ৰাচীন যুগত আমাৰ সমাজত কেনে ধৰণৰ যৌন-সম্বন্ধ প্ৰৱৰ্ত্তমান আছিল, সেই বিষয়ে স্পষ্টকৈ বুজিব পাৰি। মহাভাৰতত আছেঃ নিজৰ মাকৰ প্ৰতি অতিথি এজনৰ যৌন-আচৰণ দেখি শ্বেতকেতু খঙত একো নাই হৈছে। ইয়াকে দেখি পিতাকে শ্বেতকেতুক খং কৰিছে। কিয়? আৰ্য্য-সমাজত মুকলি যৌন-ব্যৱস্থাৰ প্ৰচলন থকা স্বত্বেও শ্বেতকেতুৱে কথাষাৰ নজনাৰ কাৰণে। অতিথিৰ অশোভনীয় আচৰণৰ কাৰণে পিতৃৰ খং উঠা নাই, খং উঠিছে লৰাৰ, অজ্ঞতাৰ কাৰণে। শাস্ত্ৰত দুইপ্ৰকাৰৰ ঔৰসজাত সন্তানৰ ব্যৱস্থা আছে। এনে সন্তান নিজা স্বামীৰ ঔৰসজাত নহলেও কোনো কথা নাই।

আজি যাক জাৰজ বোলা হয়, তেনেধৰণৰ সন্তানৰ উদাহৰণ আমাৰ প্ৰাচীন জীৱন বুৰঞ্জীৰ পৰা অলেখ দিব পাৰি। যেনেঃ মহাভাৰত কাব্যৰ ৰচক মহাকৱি ব্যাসৰ সত্যৱতী বোলা নাৰী এগৰাকীৰ গৰ্ভত মুক্ত-প্ৰণয়ৰ জৰিয়তে থিত লোৱা সন্তান হৈছে পৰাশৰ মুনি। আজিৰ ভাষাত এইজন অবৈধ সন্তান। সেইদৰে নীতিদাতা বিদুৰ হৈছে শূদ্ৰা যুৱতী এগৰাকীৰ গৰ্ভত থিত লোৱা ব্যাসমুনিৰ অবৈধ সন্তান। পঞ্চ-পাণ্ডৱৰ দৰে পাণ্ডু, ধৃতৰাষ্ট্ৰ, এইসকল বীৰ-পুৰুষো অবৈধ সন্তানহে। কালিদাসৰ অমৰ সৃষ্টি শকুন্তলা কাৰ জীয়ৰী? যুৱতী নৃত্য-পটিয়সী এগৰাকীৰ গৰ্ভত থিত লোৱা বিশ্বামিত্ৰ মুনিৰ অবৈধ যৌন সঙ্গমৰ পৰিণতি শকুন্তলা নহয় জানো?

আমাৰ ডাক পুৰুষৰ জন্মবৃত্তান্তয়ো প্ৰাচীন যুগত প্ৰচলিত যৌন-ঐতিহ্যৰ কথাকে কয়। আচল কথা কবলৈ গলে ডাক পুৰুষ 'ক্ষেত্ৰজ' সন্তান। বিচিত্ৰবীৰ্য্যৰ নিঃসন্তান পত্নীদ্বয়ক মাতৃ সত্যৱতীয়ে ভীষ্মদেৱৰ ওচৰত উছৰ্গা কৰাৰ দৰে নিঃসন্তান ডাক-মাতৃক 'সাসুৰীয়ে' নিশা ঘৰত আলহী থকা মিহিৰ মুনিৰ হাতত অৰ্পণ কৰিছিল। উদ্দেশ্য? সন্তান উৎপাদন।

"সাসুৰী বোলে সৰুজনী আই।
তোৰ লগত ছা-ছলি নাই॥

ঘৰৰ কামক পাছে কৰ।
অতিথি বাপাৰ আল ধৰ॥
বেটাৰ কপালে নাহিকে পো।
অতিথি পূজি ছলি লো॥
*　*　*
পুহাইল ৰজনী মিহিৰ গৈলা।
সুনা সবে যেন কি কথা ভৈলা॥
*　*　*
ডাক জন্ম শুনি মিহিৰ মুনি।
মোৰ পুত্ৰ জানি আসিলা আপুনি॥"

'ক্ষেত্ৰজ' সন্তানৰ ই এক জলন্ত উদাহৰণ। 'পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা'—এনে তথ্যৰ দ্বাৰাই অনুপ্ৰাণিত সমাজত অপুত্ৰকা নাৰীৰ স্থান অতি নিম্নস্তৰত আছিল। এনে ধাৰণা আনকি লোকগীততো ধ্বনিত হোৱা শুনা যায়। এই বিষয়ে 'এই গাঁও এই গীত' পুথিত উল্লেখ আছেঃ "বন্ধ্যাত্ব নাৰীৰ জীৱনৰ করুণ আৰ্ত্তনাদ"। প্ৰধান সমাজত প্ৰচলিত এটা গীত আছে। গীতটোৰ নায়িকা গৰাকী স্বাস্থ্যৱতী। কৰঙন দুটা তাইৰ 'একোটা গম্বুজ, কোঁচা হালধিৰ দৰে জিলিকি থাকে'। গীতটোৰ শেষৰ কেইটা শাৰী অতি অৰ্থব্যঞ্জক।

"চুলিত তোমাৰ যুঁতি ফুলৰ গোন্ধ,
দেহাৰ লংগুটি গোন্ধে পৃথিৱী ওপচায়,
ৰঙা ফুল পাহ তোমাৰ ফুলা নাই জানো?
এতিয়াও কিয় বাৰু গুটি লগা নাই?"

এইখিনিতে পিতৃপ্ৰধান সমাজত নাৰীৰ পৰাজয় কেনেকৈ হৈছিল, সেই বিষয়ে একেষাৰ কথা কব খুজিছোঁ। পিতৃপ্ৰধান সমাজত 'ক্ষেত্ৰজ' সন্তান উৎপাদনৰ বেলিকাও নাৰীয়ে নিজা ৰুচি অনুসৰি পুৰুষ নিয়োগৰ স্বাধীনতা পোৱা নাছিল। মহাভাৰতত আছেঃ সন্তান উৎপাদনৰ অৰ্থে 'উৎকৃষ্ট পুৰুষ' নিয়োগৰ অধিকাৰ স্বামীৰ হাতত ন্যস্ত আছিল। নিজৰ যৌন-দায়িত্ব পালন কৰা কাৰ্য্যত স্বামী অপাৰগ। অপাৰগ পতি-পুৰুষে নিজৰ অক্ষমতা আনৰ কৰ্ম্মদক্ষতাৰে ঢাকিবলৈ যত্ন কৰিছিল।



নিজে খেতি কৰি শস্য উৎপাদন কৰা কাৰ্য্যত যি অপাৰগ, তেওঁ আনৰ হতুৱাই খেতি কৰায়।

প্ৰাচীন শ্ৰেণী-সমাজত নাৰীৰ স্থান কেনেকৈ নিম্নগামী হৈছিল, তাৰ উদাহৰণ মহাভাৰত কাব্যৰ উপৰিও গ্ৰীক সাহিত্যতো উভৈনদী হৈ আছে। এই বিষয়ে আন এটা অধ্যায়ত উল্লেখ কৰা হৈছে। পত্নী স্বামীৰ সামগ্ৰী, ব্যৱহাৰৰ বস্তু। স্বামীৰ আদেশ অনুসৰি নাৰী যেই কোনো অৱস্থাৰ কাৰণে প্ৰস্তুত থাকিব লাগিব। বন্ধু অতিথিৰ পৰিতৃপ্তিৰ কাৰণে পত্নীদান ব্যৱস্থা এসময়ত গ্ৰীক সমাজত বহল-ভাবে প্ৰচলিত আছিল। এই ক্ষেত্ৰত পত্নীৰ ইচ্ছা অনিচ্ছাৰ প্ৰশ্ন নুঠিছিল। চক্ৰেটিছৰ নিচিনা এজন মহাপণ্ডিতেও বন্ধু এলকিবিয়াডিছৰ পৰিতোষণৰ অৰ্থে পত্নী জান্তিপক দান কৰিছিল। এই গ্ৰীক দেশতেই এসময়ত 'সতী কবচ'ৰ লেখীয়া ক্ৰুৰ ব্যৱস্থাৰো প্ৰচলন নোহোৱাকৈ নাছিল। এনে ব্যৱস্থা নাৰীৰ ঘৃণিত পৰাজয় বুৰঞ্জীৰ এক নিকৰুণ অধ্যায়।

নিজৰ অনিচ্ছা স্বত্বেও যযাতি-কন্যা মাধৱীয়ে ইজনৰ পিছত সিজনকৈ চাৰিজন পুৰুষৰ তৃপ্তি বিধান কৰিব লগা হৈছিল বুলি মহাভাৰত কাব্যৰ 'গালবোপাখ্যান'-ত আছে। মাধৱীৰ পিতৃবন্ধু মুনি-তনয় গালৱে ঋষি বিশ্বামিত্ৰৰ ওচৰত শিক্ষা লাভ কৰিছিল। গুৰু-ঋণ পৰিশোধৰ উপায় বিচাৰি তেওঁ যযাতি-কন্যা মাধৱীক এজনৰ অন্তত আনজনকৈ তিনি গৰাকী নৃপতিক গতাইছিল। প্ৰত্যেক জনে একোটাকৈ সন্তান উৎপাদন কৰাৰ শেহত মাধৱীক পিতাকৰ হাতত ঘূৰাই দিছিল। অৱশেষত এই নৃপতি তিনিজনৰ পৰা সংগ্ৰহ কৰা দুশ ঘোঁৰা আৰু কন্যা মাধৱীক গুৰু-দক্ষিণা স্বৰূপে ঋষি-তনয় গালৱে বিশ্বামিত্ৰক গতাইছিল। গৰ্ভত এটি সন্তান উৎপাদন কৰাৰ পিছত ঋষি বিশ্বামিত্ৰই মাধৱীক পিতৃ-গৃহলৈ ঘূৰাই পঠাইছিল।

ইয়াৰ পিছত পিতৃ-গৃহত মাধৱীৰ সয়ম্বৰ সভা আয়োজন কৰা হৈছিল। পৰিণয় উৎসুক ৰজা-মহাৰজা, কোঁৱৰ, ৰাজ-কোঁৱৰেৰে সয়ম্বৰ-সভা উপচি পৰিছিল। মাধৱীয়ে কাকো পুনৰ পতিবৰণ কৰিবলৈ সন্মত নহল। জীৱনৰ প্ৰতি ঘৃণাৰে, বিতৃষ্ণাৰে নাৰী-হৃদয় উপচি পৰিছিল। ৰভাথলী পৰিত্যাগ কৰি ধীৰ মন্থৰ গতিৰে মাধৱী ওলাই

গল বাণপ্ৰস্থী হবলৈ। নাৰীৰ গ্লানিময় জীৱনৰ ইও এক করুণ, কলুষিত অধ্যায়।

নাৰীক এনেকৈ নানাজনৰ ভোগৰ থলী কৰাৰ বিপক্ষে, কলুষিত কৰাৰ বিপক্ষে যে সেই যুগত যুক্তিশালী মতবাদ গঢ়ি উঠা নাছিল, এনেও নহয়। তিনিজন 'ক্ষেত্ৰজ' সন্তান জন্ম দিয়াৰ পিছত পাণ্ডুৱে যেতিয়া পৰপুৰুষৰ সহায়ত আৰু পুত্ৰ-সন্তান লাভৰ প্ৰস্তাৱ কুন্তীৰ আগত দাঙি ধৰিছিল, তাৰ উত্তৰত কুন্তীয়ে প্ৰচলিত নীতি-বাক্যৰ দোহাই দি কৈছিল: "কোনোকালে কেতিয়াও এনেদৰে তিনিতকৈ অধিক সন্তান কামনা কৰাৰ অনুমোদন শাস্ত্ৰত নাই। যি নাৰীৰ তিনিবাৰতকৈ অধিক পৰপুৰুষৰ লগত যৌন-সঙ্গম হয়, তেওঁ স্বৈৰিণী আৰু যাৰ এনেদৰে পাঁচজনৰ সৈতে যৌন-কাৰ্য্য হয়, তেওঁ বেশ্যা"। মাধৱীৰ ক্ষেত্ৰত এই সমাজ-সন্মত নীতিবচন উলঙ্ঘা কৰা হৈছিল। পিতৃ-আদেশ অনুসৰি চাৰিবাৰকৈ পৰপুৰুষৰ লগত যৌন-সম্বন্ধ স্থাপন হোৱাৰ উপৰিও পঞ্চমবাৰৰ কাৰণে সয়ম্বৰ সভা পাতি এনে কাৰ্য্যৰ বাবে দুনাই যোগাৰ কৰা হৈছিল। যুগ-ধৰ্ম্ম অনুসৰি বেশ্যাৰ পৰ্য্যায়লৈ অধোগামী হবলৈ মাধৱীৰ ইচ্ছা নাছিল। বৈবাহিক জীৱনৰ সকলো স্বপ্ন জলাঞ্জলি দি, সমাজ-বন্ধনক অস্বীকাৰ কৰি শেষত সন্ন্যাসধৰ্ম্ম গ্ৰহণ কৰিবলৈ মাধৱী বাধ্য হৈছিল। পুৰুষৰ অশোভনীয় নীতি-নিয়মৰ বিৰুদ্ধে এনেদৰেই নাৰীৰ মৌন বিপ্লৱ সংগঠিত হৈছিল।

পিতৃ-প্ৰধান যুগত যৌন বিশুদ্ধতাৰ ওপৰত গুৰুত্ব প্ৰদান কৰা হৈছিল যদিও নাৰীৰ ক্ষেত্ৰত যেনেদৰে প্ৰযুক্ত হৈছিল, পুৰুষৰ ক্ষেত্ৰত ই তেনেদৰে হোৱা নাছিল। পুৰুষৰ যৌন-জীৱন কেনেদৰে মুক্ত আৰু অবাধ আছিল, তাৰ প্ৰমাণ মহাভাৰত কাব্যৰ পাতে পাতে আছে। নাৰীৰ যৌন-জীৱন নানান ৰীতি-পদ্ধতিৰে নিয়ন্ত্ৰণ কৰা হৈছিল। কাৰণ? নাৰীৰ যৌন-জীৱনৰ লেশমানো স্খলনে সন্তানৰ ৰক্ত-স্ৰোত পঙ্কিল কৰাৰ আশঙ্কা। এনেবোৰ কাৰণৰ বাবেই নাৰীৰ ক্ষেত্ৰত কঠোৰ বাধা-নিষেধৰ প্ৰয়োগ হৈছিল। ইয়াৰ যৎসামান্য ব্যতিক্ৰমে সমাজ-জীৱনত কেনে গুৰুতৰ সমস্যাৰ সৃষ্টি কৰিছিল, তাৰ প্ৰমাণ পুৰণি পুথিত আছে। উদাহৰণ স্বৰূপে গৌতম-গৌতমী, জমদগ্নি-ৰেণুকাৰ আখ্যান ভাগৱতাৰ পাৰি। জমদগ্নিৰ পত্নী ৰেণুকাই এবাৰ চিত্ৰৰথ গন্ধৰ্ব্বৰ ফালে কোমলকৈ



চাইছিল। এই কথা চকুত পৰা মাত্ৰকে জমদগ্নিয়ে পুতেক পৰশুৰামক মাতৃ-মুণ্ড ছেদন কৰিবলৈ আদেশ দিছিল। পৰশুৰামে পিতৃ-আদেশ নিৰ্ব্বিবাদে পালন কৰিছিল। তেওঁৰ অন্তৰ আত্মাত বিৰাট এক দ্বন্দ্বৰ সৃষ্টি নোহোৱাকৈও নাছিল। এহাতে মাতৃহত্যা মহাপাপ, আনহাতে পিতৃ-আজ্ঞা উলঙ্ঘন। অৱশেষত সকলো অন্তৰ্দ্বন্দ্বৰ অৱসান ঘটাই পিতৃধৰ্ম্মৰ জয় আৰু মাতৃধৰ্ম্মৰ পৰাজয় সুদৃঢ় কৰা হৈছিল। পিতৃপ্ৰধান যুগত ইয়াৰ বিপৰীত সিদ্ধান্ত বা আচৰণ কল্পনা কৰাটো টান।

প্ৰাচীন গ্ৰীক ৰাষ্ট্ৰত পুৰুষৰ পক্ষে বহু-নাৰী উপভোগ কাৰ্য্য সামাজিক ভাৱে স্বীকৃত হৈছিল। মাতৃধৰ্ম্মৰ পৰাজয়ৰ ইও এক নিকৃষ্টতম উদাহৰণ। এই তথ্য অনুসাৰে নিজা পত্নীৰ লগত প্ৰকৃত প্ৰণয় হব নোৱাৰে। পুৰুষৰ সম্পত্তি ৰক্ষাৰ্থে পত্নী সন্তান উৎপাদনৰ ক্ষেত্ৰ মাথোন। প্ৰণয়ৰ স্বপ্ন তাঁৰবোৰ মুখৰ কৰি তুলিব পৰা উপকৰা নাৰীৰ প্ৰয়োজন। দাৰ্শনিকবো এনেধৰণৰ উপকৰা নাৰী আছিল। প্ৰাচীন চীনত উপকৰা নাৰীৰ এক অনুষ্ঠান গঢ়ি উঠিছিল।

যৌন-তত্ত্ববিদ্ কেনেথ ৱাকাৰে 'ডি ফিল'ছফি অৱ্ চেক্স' বোলা কিতাপত এনেদৰে লেখিছে: "The Greek and Roman matrons were guardians of the home and mothers of children rather than soul mates of their husbands. For love in the sense that we use it now the husbands went elsewhere, seeking in some more or less temporay relationship that was lacking in the house. Nor was any disgrace attached to his doing so, for the satisfaction of sexuality was neither a sin nor an offence against a state.'

প্ৰাচীন গ্ৰীক আৰু ৰোমান ৰাষ্ট্ৰত পত্নী আছিল ঘৰ আৰু সন্তানৰ দায়িত্বপ্ৰাপ্ত ব্যক্তি। প্ৰকৃত অৰ্থত এওঁলোক স্বামীৰ হৃদয়ৰ গৰাকীনী নাছিল। অন্তৰ বিনোদনৰ বাবে পুৰুষে অবাধে আন নাৰীৰ আশ্ৰয় লব পাৰিছিল। কামনাও চৰিতাৰ্থ কৰিব পাৰিছিল, কাৰণ সেই যুগত এনেদৰে কামনা চৰিতাৰ্থ কৰাটো দোষণীয় বুলি গণ্য কৰা হোৱা নাছিল।

পুৰুষ-প্ৰধান সমাজত এনে ব্যভিচাৰৰ চৰম পৰিণতি হৈছিল মধ্যযুগত। এই যুগত অভিজাত শ্ৰেণীৰ ৰাজহাড় স্বৰূপ অভিযানকামী

বীৰ-ব্যক্তি নাইটমণ্ডলীৰ প্ৰাদুৰ্ভাৱ যথেষ্ট আছিল। এওঁলোকৰ ৰোমাঞ্চৰ পাত্ৰী প্ৰায়েই পৰস্ত্ৰী আছিল। পৰপত্নীৰ শয়ন কক্ষত প্ৰণয় অভিযান সাৰ্থক কৰাৰ উদ্দেশ্যেৰে মাজ নিশাৰ আঁৰ লৈ প্ৰৱেশ কৰাটো বীৰত্বৰ নিদৰ্শন স্বৰূপে গ্ৰহণ কৰা হৈছিল। মধ্যযুগীয় সাহিত্য এনে তৰহৰ উদাহৰণৰে ভৰপূৰ। এনে পদ্ধতি বিশেষত বীৰত্বৰ মোহৰ আছে। একালে বীৰত্ব প্ৰদৰ্শন আৰু আনফালে যৌন-তৃপ্তি, এই দুয়োটা বস্তু একেটা মুদ্ৰাৰে দুটা ফাল স্বৰূপে গ্ৰহণ কৰা হৈছিল। আমাৰ বৈষ্ণৱ সাহিত্যৰ 'হৰণ' আৰু 'বধকাব্য' সমূহ এনে জাতীয় সৃষ্টি। সেইযুগত আজিৰ শিল্পযুগৰ ৰাষ্ট্ৰৰ দ্বাৰাই অনুমোদিত সংৰক্ষিত গণিকালয়ৰ লেখীয়া আছুতীয়া অনুষ্ঠান নাছিল। এই কাৰণেই এনে ধৰণৰ ব্যভিচাৰৰ বাহিৰে কামনা চৰিতাৰ্থ কৰিবৰ বাবে আন একো উপাদেয় উপায় নাছিল। এই খিনিতেই দাৰ্শনিক ল'কয়ে উদ্যোগ-যুগৰ গণিকালয়ৰ প্ৰয়োজনীয়তাৰ বিষয়ে কোৱা এষাৰ মনত পৰিছে ঃ গণিকালয় নোহোৱা হলে পতিব্ৰতা নাৰীৰ যৌন-পতিব্ৰতা ৰক্ষা কৰা টান হলহেঁতেন। মধ্যযুগত সম্ভৱতঃ এইটোৱেই হৈছিল। লগতে বীৰত্ব-ব্যঞ্জনাই ৰোমাঞ্চ গৌৰৱোজ্জ্বল কৰিছিল। এয়ে হৈছে সক্ৰিয় 'পৰকীয়া' প্ৰণয়ৰ বাস্তৱ ৰূপান্তৰ।

পিতৃ-প্ৰধান যুগতো নাৰীসমাজৰ যে কিছুদূৰ যৌন-স্বাতন্ত্ৰ্য আছিল, সেই কথালৈ কোনো কোনোৱে আঙুলিয়াব পাৰে। সঁচা কথা, সমাজত বহু-পত্নীৰ অনুমোদন থকাৰ দৰে ক্ষেত্ৰ বিশেষে বহু-পতিৰো যে প্ৰচলন আছিল, সেইবিষয়ে সন্দেহ নাই। এইষাৰ কথাৰ সমৰ্থনত তিব্বত আৰু তিব্বতৰ দাঁতিকাষৰীয়া অঞ্চলত একালত প্ৰচলিত বহু-পতি ব্যৱস্থাৰ বাহিৰে দ্ৰৌপদীৰ পঞ্চ স্বামীৰ কথাও উল্লেখ কৰিব পাৰি। তিব্বত আৰু দাঁতিকাষৰীয়া অঞ্চলৰ ক্ষেত্ৰত যৌন-আচাৰৰ বিৱৰ্ত্তন সোঁতৰ ইয়াক বিশেষ এক স্তৰ বুলিব পাৰি। সমাজ-বিৱৰ্ত্তন ক্ৰমবৰ্দ্ধমান গতি-সোঁতৰ বস্তু।

দ্ৰৌপদীৰ পঞ্চস্বামী লাভৰ বিষয়ে ইয়াকে কব পাৰি যে ই সমাজৰ স্বাভাৱিক নিয়মৰ অন্তৰ্ভুক্ত বস্তু নহয়। আচলতে ই সামাজিক ব্যতিক্ৰমহে। সমাজ-বুৰঞ্জী বিশ্লেষণ কৰি চালে এইটো কথা ওলাই পৰিব যে এটা স্তৰৰ পৰা আন এটা স্তৰলৈ ৰূপান্তৰৰ পথ এৰি



আগবাঢ়োঁতে সমাজ-ব্যৱস্থাৰ কোনো কোনো ৰীতি-পদ্ধতিৰ কিছুমানে মাজে সময়ে ভুমুকি মৰাৰ যথেষ্ট প্ৰমাণ আছে। বিৱৰ্ত্তনৰ বুৰঞ্জী পুলিয়ে পোখাই উঘাল খোৱা পৰিৱৰ্ত্তনৰ বুৰঞ্জী নহয়।

ওপৰত উল্লেখ কৰা তিব্বতীয় ৰীতি আৰু দ্ৰৌপদীৰ পঞ্চস্বামী লাভ প্ৰাচীন দলগত বিবাহ পদ্ধতিৰ এটা প্ৰাণহীন উক্তি। প্ৰয়োজন অনুসৰি ইয়াক কাৰ্য্যকৰী কৰিবলৈ সময় মতে প্ৰাচীন বিধি-পদ্ধতিৰ উল্লেখ প্ৰয়োজন হৈছিল। পঞ্চপাণ্ডৱৰ সৈতে একেলগে দ্ৰৌপদীৰ যুৰীয়া বিবাহৰ প্ৰস্তাৱত পোনতে দ্ৰুপদ ৰজা অসম্মত হৈছিল। প্ৰাচীন যৌন-স্বাতন্ত্ৰ্যৰ উদাহৰণ দাঙি ধৰি যুধিষ্ঠিৰে তেওঁক আশ্বস্ত কৰিব লগীয়া হৈছিল। 'মহাৰাজ, ধৰ্ম্মৰ গতি অতিশয় সূক্ষ্ম। ইয়াক আমি নিৰ্ণয় কৰিবলৈ অসমৰ্থ। পূৰ্ব্বকালৰ পথ হৈছে যৌন-স্বতন্ত্ৰতাৰ পথ।' মহৰ্ষি ব্যাসেও পূৰ্ব্বকালৰ উদ্ধৃতিৰে দ্ৰুপদ ৰাজক প্ৰবোধ দিব লগা হৈছিল। প্ৰমাণ স্বৰূপে তেওঁ পূৰ্ব্বকালৰ দুগৰাকী নাৰীৰ কথা উল্লেখ কৰিব লগা হৈছিল। এগৰাকী হৈছে জটিলা আৰু আন গৰাকী হৈছে বাৰ্ক্ষী। প্ৰথম গৰাকীয়ে একেলগে সাতজন ঋষিক আৰু দ্বিতীয় গৰাকীয়ে দহজন অন্য পুৰুষক স্বামী স্বৰূপে গ্ৰহণ কৰিছিল। এনেবোৰ উদাহৰণে সমাজ-বুৰঞ্জীৰ বিৱৰ্ত্তনৰ স্তৰবোৰ ফৰিংফুটাকৈ তোলে। আজিৰ পশ্চিমীয়া সমাজৰ কোনো কোনোৰ মাজত প্ৰচলিত Companionate marriage, পৰীক্ষামূলক বিবাহ-ব্যৱস্থা আদি এনে ৰীতিৰ ৰূপান্তৰ মাথোন। লগতে এষাৰ কথাও কব খোজোঁ, এনে বিধি-ব্যৱস্থাৰ জৰিয়তে ব্যক্তিৰ মনস্তত্বৰ ওপৰত কেনেদৰে আঘাত পৰাটো সম্ভৱ, সেইবিষয়ে সমাজ সজাগ নাছিল। আজিও সজগ নহয়।

এই দোমোজাৰ কালছোৱাত এহাতে পুৰণি ৰীতি-নীতিৰ অৱসান আৰু আনহাতে নতুন সমাজ-পদ্ধতিৰ উদ্ভৱ হৈছিল যদিও প্ৰাচীন সমাজৰ উদাহৰণ প্ৰয়োজন বুজি কাৰ্য্যত প্ৰয়োগ নোহোৱাকৈ নাছিল। ওপৰত উল্লেখ কৰা আখ্যান কেইটা ইয়াৰ প্ৰমাণ। থোৰতে কবলৈ গলে মহাভাৰতৰ যুগত প্ৰচলিত নিয়োগ-প্ৰথা প্ৰাচীনতম সমাজ-আদৰ্শৰ বিকৃত ৰূপান্তৰ বিশেষহে। ইয়াৰ প্ৰমাণ স্বৰূপে প্ৰাচীন কথাৰ দোহাই দি পাণ্ডুৱে কেনেকৈ 'ক্ষেত্ৰজ' সন্তান ওপজাবলৈ কুন্তীক মান্তি কৰাব লগীয়া হৈছিল, সেইষাৰ কথালৈ আঙুলিয়াব পাৰি।

ইয়াৰ উপৰিও প্ৰাচীন সংস্কাৰৰ দোহাই দিহে সূৰ্য্যদেৱে কুন্তীক যৌন-সঙ্গমৰ প্ৰস্তাৱত মান্তি কৰাব লগা হৈছিল। সূৰ্য্যদেৱৰ অদ্ভুত প্ৰস্তাৱৰ উত্তৰত কুমাৰী কুন্তীয়ে কৈছিলঃ "হে দেৱ! পিতা-মাতা প্ৰমুখ্যে গুৰুজনহে মোক পুৰুষৰ হাতত অৰ্পণ কৰাৰ অধিকাৰী। গতিকে কৃপা কৰি অধৰ্ম্মত লিপ্ত নকৰিব।" কুন্তী তেতিয়া সম্পূৰ্ণৰূপে নগ্নাৱস্থাত নৈত স্নানৰতা। নকলেও হব, কুন্তীৰ যুক্তিয়ে কামলিপ্সাত অস্থিৰ হোৱা সূৰ্য্যদেৱৰ অন্তৰ স্পৰ্শ কৰিব পৰা নাছিল। সূৰ্য্যদেৱেও অৱশ্যে পুৰণি সমাজ-ব্যৱস্থাৰ যৌন-মুক্তিৰ আহ্বানেৰে কুন্তীক আশ্বাস দিবলগীয়া হৈছিল। এনেবিধ যৌন-মিলন আকাঙ্খ্যাক 'মৈথুন' আখ্যা দিয়া হৈছে। ইয়াক প্ৰাচীনতম যৌন-মুক্তিৰ শেষ অধ্যায় বুলিব পাৰি।

এনেদৰে ক'ৰবাত কেনেবাকৈ দুটা এটা যৌন-মুক্তিৰ আবেদন উপস্থাপিত হৈছিল যদিও ক্ৰমাৎ সামাজিক ভাবে যে নাৰীৰ জীৱন আবেগৰুদ্ধ হৈ আহিছিল, তাৰ প্ৰমাণ বুৰঞ্জীত আছে। মহাভাৰতৰ যুগত নাৰীৰ জীৱনত যি স্বতন্ত্ৰতা আছিল, প্ৰাচীন ঐতিহাসিক যুগত সেই স্বতন্ত্ৰতাৰ ক্ৰমাৎ যে অৱসান ঘটিছিল, সেই বিষয়ে সন্দেহৰ অৱকাশ নাই। ইয়াৰ নিকৰুণ পৰিণতি স্বৰূপে সমাজে একালত নিৰ্ম্মমভাৱে বান্ধি দিয়া সহমৰণ ব্যৱস্থাৰ কথা উল্লেখ কৰিব পাৰি। এই কালছোৱাত সহমৰণ, 'সতী-যোৱা' প্ৰথা স্বাভাৱিক ব্যৱস্থালৈ পৰিণত হৈছিল। ব্ৰিটিশ আমোলত ইয়াৰ অৱসান ঘটা আজি প্ৰায় ডূশবছৰ মানহে হৈছে। প্ৰায় পঞ্চাছ বছৰ কাল সহমৰণ ব্যৱস্থাই ভাৰত-বুৰঞ্জী কলঙ্কিত কৰিছিল। এই বিষয়ে সেই সময়ৰ ব্ৰিটিছ বিষয়াৰ কিতাপত লোমহৰ্ষক বৰ্ণনা পঢ়িছোঁ। সেই বৰ্ণনাৰ পুনৰ উল্লেখ কৰিব খোজা নাই। পুৰুষ-প্ৰাধান্যৰ ইও এক গ্লানিময় যুৰঞ্জী।

ঘাত-প্ৰতিঘাত, নানা তৰহৰ সমাজ-বিৱৰ্ত্তনৰ স্তৰবিশেষৰ মাজেদি অতিবাহিত হোৱা এয়ে মানুহৰ যৌন-জীৱনৰ বুৰঞ্জী। ইয়াত আদিমতম দলগত জীৱন-ব্যৱস্থাৰ পৰা আৰম্ভ কৰি ভূ-মালিকী যুগলৈকে যৌন-জীৱনৰ গতিবিধিৰ লক্ষণ বিশ্লেষণ কৰা হৈছে। এতিয়া বৰ্ত্তমান পুজিবাদী শ্ৰেণী-সমাজত প্ৰৱৰ্ত্তমান নাৰীৰ স্থান আৰু যৌন-জীৱন সম্বন্ধীয় আলোচনাৰ প্ৰয়োজন হৈছে। এইখন সমাজত প্ৰচলিত যৌন-বিধিক 'দ্বন্দ' আখ্যা দিব পাৰি। পুজিবাদী সমাজত ৰাজনৈতিক,



অৰ্থনৈতিক, সামাজিক কোনো অৱস্থাতে ব্যক্তিৰ স্বাধীনতা নাই বুলিলেও সৰহ কব নেলাগে। এনে সমাজত বিশুদ্ধ যৌন-মুক্তিৰ প্ৰেৰণা কল্পনা কৰিব নোৱাৰি।

বৰ্ত্তমান যুগৰ শ্ৰেণী সমাজৰ ওপৰ মহলত যৌন-মুক্তি নাই যদিও ব্যভিচাৰ আছে। পুৰুষৰ পক্ষে অন্যান্য যৌন-ব্যভিচাৰৰ বাহিৰেও গণিকা গমনৰ সুবিধা আছে। আজিৰ তথাকথিত আধুনিক সমাজত নাৰীৰ পক্ষে ককটেল পাৰ্টি, নাইট ক্লাব, সহ-নৃত্য, এই বোৰৰ জৰিয়তে স্বতন্ত্ৰ যৌন-মিলনৰ দুৱাৰ মুকলি হৈছে। এইবোৰ কথাকে স্মৰণ কৰি অলডইছ হাক্সলীয়ে টেনিছ আৰু বিলিয়াৰ্ড খেলৰ দৰেই আমেৰিকাৰ যৌন-জীৱন স্বতন্ত্ৰ, সহজ আৰু স্পন্দনযুক্ত হৈছে বুলি 'ফেশ্যনছ্ ইন লাভ' বোলা ৰচনাখনত স্পষ্টভাৱে উল্লেখ কৰিছে। এইবোৰ উদ্যোগ-যুগৰ আভিজাত্যৰ চানেকী। শ্ৰেণী-সমাজৰ বস্তু উদ্যোগ-জীৱনে নানা-তৰহৰ দেহোপজীৱিনীৰ সৃষ্টি কৰিছে। কোনো তল খাপৰ, কোনো উচ্চ পৰ্য্যায়ৰ। এই দুয়োবিধৰ মাজত সহজাত এটা মিল আছে। সেইটো হৈছে, সম্ভীয়াই হওক বা দামীয়েই হওক, দেহোপজীৱিনীয়ে অৰ্থৰ লোভত দেহা অৰ্পণ কৰে। বৰ্ত্তমান যুগত এহাতে আইন-প্ৰণোদিত এক-বিবাহ নীতি আৰু আনহাতে গণিকাবৃত্তি, ইটোৱে সিটোৰ ভাৱসাম্য নষ্ট নকৰাকৈ থকা নাই। কেনেথ ৱাকাৰৰ মতেঃ "She (modern prostitute) is indeed the product of industrial age and he who would deal successfully with the problem she raises will also have to deal successfully the thousand and one propounded by the great god Mammon"

অৰ্থ-সম্পদক কেন্দ্ৰ কৰি উৎপত্তি লাভ কৰা কলুষিত সমস্যাসমূহৰ সমাধানৰ পথ মুকলি কৰিব নোৱাৰিলে শিল্প-উদ্যোগ যুগত অভ্যুদয় লাভ কৰা গণিকাবৃত্তিৰ অৱসান ঘটাব নোৱাৰি। সকলোবোৰ সমস্যাৰে ইটোৰ সৈতে সিটোৰ ওতঃপ্ৰোত ভাবে সম্বন্ধ। গতিকে মীমাংসাৰ পথ বিচাৰি ডুখৰীয়াকৈ ব্যৱস্থা গ্ৰহণ কৰিবলৈ গলে সকলো সমাধান প্ৰচেষ্টা অসাৰ্থক হোৱা সম্ভৱ। সমাজৰ আমূল পৰিবৰ্ত্তন নহলে ডুখৰীয়া বিৱৰ্ত্তনে শুদ্ধ যৌন-জীৱন ব্যৱস্থা সৃষ্টি কৰিব নোৱাৰে।

অৰ্থৰ লালসাত গণিকাবৃত্তি অৱলম্বন কৰোঁতাসকলৰ বাহিৰেও

বৰ্ত্তমান শিল্প-উদ্যোগ বিস্তাৰ যুগত সমগ্ৰ সমাজ বিয়পি যি অবাধ যৌন-আচাৰ পৰিব্যপ্ত হৈ পৰিছে, এনে যৌন-আচৰণৰ ক্ষেত্ৰত বিজ্ঞানে আৱিষ্কাৰ কৰা নানাবিধ জন্ম-নিৰোধৰ সহজ উপায়ে সক্ৰিয়ভাবে সহায় কৰিছে। ঔপন্যাসিক ছমাৰছেট ম'মে কবব দৰে এয়ে হৈছে বৰ্ত্তমান সমাজ-ব্যৱস্থাৰ ডাঙৰ এটা সমস্যা। এইষাৰ কথা আন এঠাইত উল্লেখ কৰি আহিছোঁ। বাস্তববাদী সাহিত্যিক ফ্ল'বাৰ্ট, মোপাঁছা আৰু একৃজিছটেনছিয়েলিষ্ট জঁ। প'ল ছাঁট্ৰেৰ গল্প-উপন্যাস এনেবোৰ উৎকট যৌন-আচৰণৰ বৰ্ণনাৰে পৰিপূৰ্ণ। এই ক্ষেত্ৰত মোৰাভিয়াৰ নামও উল্লেখ কৰিব পাৰি। তাহানি ছাঁট্ৰেৰ গল্প এটা পঢ়া মনত আছে। তাত যৌন বিষয়ক এনে বৰ্ণনা আছে যে সেই গল্পটো অনুবাদ কৰিলে আমাৰ মানুহে টঙনিয়াব। ইয়াত নাৰীয়ে দাৰিদ্ৰ্যৰ তাড়নাত দেহা অৰ্পণ কৰাৰ কথা নাই। যৌন ভোগ-লিপ্সাৰ তাড়নাত দেহা উছৰ্গা কৰাৰ কথাহে আছে। এনে ভোগ-লিপ্সাৰ অন্তৰালত অৰ্থকামনা যে একেবাৰেই নাই, সেইষাৰ কথাও সঁচা নহয়। ইয়াৰ প্ৰমাণ বিচাৰি পৃথিৱীৰ নৈশ ক্লাৱসমূহলৈ যাবই নালাগে, বৰ্ত্তমান যুগৰ মহানগৰী সমূহৰ হোটেলবোৰলৈ মাজনিশা গলেই হল। 'মেকং নৈ দেখিলোঁ' ভ্ৰমণকাহিনীত নৈশ ক্লাৱৰ আৰু 'ইজৰাইল' ভ্ৰমণ-কাহিনীত হোটেলৰ নৈশ-জীৱনৰ উল্লেখ আছে। পৃথিৱীৰ হোটেল সমূহৰ পৰা নিজে দেখা এনে উদাহৰণ অলেখ দিব পাৰোঁ। শিল্প-উদ্যোগ যুগৰ অতিপাত কৰ্ম্ম-ব্যস্ততাই মানুহৰ স্নায়ুৰ ওপৰত অতিৰিক্ত হেঁচা দিছে। এই হেঁচাৰ উপশম ঘটাবলৈকে যৌন-মুক্তিৰ পথ বিচাৰিবলৈ মানুহ বাধ্য হৈছে। আধুনিক যুগৰ যান-বাহনৰ সুযোগ-সুবিধা, বোল-ছবি, নৈশ-জীৱনৰ মাদকতা ইত্যাদিয়ে এহাতে যৌন-আকাঙ্খা তীব্ৰতৰ কৰি আনহাতে উপশম সাধনৰ ব্যৱস্থাও কৰিছে। এই বিষয়ে ছমাৰছেট ম'মে এনেদৰে মন্তব্য কৰিছেঃ "The real social revolution is the extraordinary relation between the sexes.......The whole relation between the sexes is completely changed by the invention of modern contraception. What used to be called chastity seems to have been a social code based on fear." উদাহৰণ স্বৰূপে কব পাৰি, ইয়াৰ পৰিণতি হৈছে আমেৰিকাৰ নিচিনা দেশত শতকৰা পঞ্চাছ



জনী ছোৱালীৰ বিবাহৰ পূৰ্ব্বেই যৌন-অভিজ্ঞতা অৰ্জ্জন। লৰাৰ ক্ষেত্ৰত আৰু বেছি। জাজ লিণ্ডছেৰ 'ৰিভল্ট অব্ মডাৰ্ণ ইউথ' কিতাপখন নাইবা কিন্‌ছেৰ 'ছেকছুৱেল বিহেভিয়াৰ অব্ ডি হিউমেন ফিমেল্' বোলা কিতাপখন পঢ়িলেই সকলো কথা স্পষ্ট হৈ পৰিব। এই দ্বিতীয়খন আমেৰিকালৈ যাওঁতে কিনিছিলোঁ, সেই সময়ত আমেৰিকাত কিতাপখন অতিপাত জনপ্ৰিয় হৈছিল।

বৰ্ত্তমান সমাজত বিজ্ঞান-প্ৰদত্ত যৌন-জীৱন ব্যৱস্থাৰ পৰিবৰ্ত্তনে সকলোতকৈ ডাঙৰ বিপ্লৱৰ ৰচনা কৰিছে। পুৰুষ-প্ৰকৃতিৰ যৌন সম্বন্ধগত আচৰণৰ বৈপ্লৱিক পৰিবৰ্ত্তন হৈছে। আধুনিক বিজ্ঞানে প্ৰদান কৰা জন্ম-নিৰোধৰ সুচলতাই নাৰীৰ যৌন-বিশুদ্ধতাৰ ওপৰত আঘাত কৰিছে। এফালে অনিয়মীয়া জন্মৰ বিপদ আঁতৰিছে, আনফালে মুক্ত যৌন-আচৰণৰ বাট মুকলি হৈছে।

এইটো অৱশ্যে সঁচা, দাৰিদ্ৰ্য আৰু অৰ্থলোভেই হৈছে বৰ্ত্তমান শিল্প-উদ্যোগ সমাজত প্ৰাদুৰ্ভাৱ লাভ কৰা গণিকাবৃত্তিৰ ঘাই কাৰণ। শ্ৰেণীসমাজ থাকে মানে দাৰিদ্ৰ্য আৰু অৰ্থলোভ থাকিব। লগতে দেহাৰ বজাৰো থাকিব। শ্ৰেণী-সম্ভূত সমাজৰ চক্ৰবেহু ভেদি যৌন-ব্যভিচাৰ নিৰ্ম্মূল কৰিবলৈ যোৱাটো অসম্ভৱ কথা। সমাজবাদী সমাজত এনেবোৰ অবাঞ্ছিত জঞ্জাল থাকিব নোৱাৰে। এনেবোৰ ব্যৱস্থা সমাজবাদী সমাজৰ স্বভাৱ-বিৰোধী। স্বভাৱতে নাৰীৰ প্ৰকৃতিয়ে একোখন ঘৰ বিচাৰে, সংসাৰ বিচাৰে, এজনৰ গৃহিণী স্বৰূপে সামাজিক মৰ্য্যাদা বিচাৰে, মাতৃত্বৰ বিধিসন্মত গৌৰৱ বিচাৰে। পুৰুষৰ মন স্বভাৱতে চনকা। পুৰুষ চৰণীয়া। উদঙীয়া। নাৰী গৃহমুখী। সন্তানধৰ্ম্মী, নিশ্চিত যৌন-জীৱনৰ সাধিকা।

পুৰুষৰ মন কেনেদৰে চনকা, সেইবিষয়ে এইখিনিতে এটা কথা উদ্ধৃত কৰিব খুজিছোঁ। এদিন এগৰাকী মহিলাই কৈছিল, এগৰাকী বান্ধৱীয়ে হেনো তেওঁক সুধিছিল ; তেওঁৰ স্বামীয়ে প্ৰায়েই হেনো স্কুল-কলেজলৈ যোৱা ছোৱালীবোৰ লুকাই লুকাই চাই তন্ময় হৈ থাকে। কেইবাদিনো তেওঁ ধৰা পেলাইছে। তথাপি উপায় নাই। তেওঁ হেনো মহিলাগৰাকীক সুধিলেঃ "এনে অৱস্থাত মই কি কৰা উচিত?" তাৰ উত্তৰত মহিলাগৰাকীয়ে হেনো কলেঃ "তই জাধলীজনী হৈ

নেথাকিবি। ভালকৈ কাপোৰ-কানি পিন্ধি থাকিবি। পাৰিলে খোপাত একোপাহ ফুল গুজি লবি। তইঁতৰ বাৰীত যুতিফুল আছেই নহয়? তোক ভাল দেখিলে তেওঁ আৰু আনলৈ চকু নিদিয়া হব।” মহিলা গৰাকীৰ কথা কেইষাৰ শুনি মোৰ হাঁহি উঠিছিল। উপদেশষাৰ কিছুদূৰ কাৰ্য্যকৰী হোৱা সম্ভৱ যদিও ই মন-আকৰ্ষণ অভিযানৰ শেষ মাইলৰ খুটি হব নোৱাৰে। স্বভাৱতে পুৰুষৰ এটা মনস্তাত্বিক বেমাৰ আছে: বেমাৰটোৰ লেটিন নামটো পাহৰিছোঁ। কোনোবা মাইকী মানুহ দেখিলেই সাধাৰণতে পুৰুষৰ মনত এটা ভাব হয়: “এওঁ যদি মোৰ পত্নী হলহেঁতেন।” এইকাৰণেই পুৰুষৰ মন চনকা বুলি কৈছোঁ, এই দুৰ্ব্বলতা নাৰীৰ ক্ষেত্ৰতো নোহোৱা নহয়। বল-বীৰ্য্য সম্পন্ন পঞ্চস্বামী থকা স্বত্বেও দ্ৰৌপদীয়ে কৰ্ণকো স্বামী স্বৰূপে পাবলৈ মনতে জানো ভবা নাছিল? সম্ভৱতঃ কৰ্ণৰ বীৰত্ব আৰু ব্যক্তিত্বই দ্ৰৌপদীৰ অন্তৰ স্পৰ্শ কৰিছিল। পুৰুষ তন্ময় হয় নাৰীৰ সন্মোহিনী আকৰ্ষণত। নাৰী তন্ময় হয় পুৰুষৰ ব্যক্তিত্বত। ইংৰাজ সাহিত্যিক জি. কে. চেষ্টাৰ-টনৰ জীৱনৰ কাহিনী এটা মনত পৰিছে। এখন বিৰাট ৰাজহুৱা সভা। ওপৰৰ মঞ্চলৈ ৰাইজে আদৰি চেষ্টাৰটনক আগবঢ়াই নিছে। এনেতে এগৰাকী মহিলাই আন এগৰাকীৰ কাণে কাণে কৈছে: “এইজনৰ পত্নী স্বৰূপে লগে লগে গৈ ওচৰতে বহিব পৰা হলে কেনে সুন্দৰ কথা হলহেঁতেন”। এইয়া ব্যক্তিত্বৰ সন্মোহন নহয় জানো?

এতিয়া প্ৰশ্ন হৈছে, আগন্তুক সমাজবাদী সমাজত নাৰীৰ স্থান কেনে হোৱা সম্ভৱ? প্ৰকৃত সমাজবাদী সমাজ-ব্যৱস্থাৰ হৃৎপিণ্ড হৈছে ব্যক্তিৰ গণতান্ত্ৰিক মুক্তি। এই মুক্তি একনায়কত্ববাদী সমাজত যি দৰে স্বীকৃত হোৱা নাই, সেইদৰে পুজিবাদী ৰাষ্ট্ৰতো হোৱা নাই। গণতান্ত্ৰিক সমাজবাদী ৰাষ্ট্ৰত সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক, সকলো ক্ষেত্ৰতে ব্যক্তি-স্বাধীনতা স্বীকৃত হোৱাটো সৰ্ব্বজন বিদিত কথা। বাহ্যিক ক্ষেত্ৰত বহুদূৰ মিল থকা যেন লাগে যদিও এনে এখন সমাজৰ প্ৰতিকৃতি প্ৰাচীন দলগত জীৱন-ব্যৱস্থাত বিচাৰিবলৈ যোৱাটো যুক্তিসঙ্গত নহব। আগন্তুক সমাজবাদী ৰাষ্ট্ৰৰ ভেটি হব জীৱন-প্ৰাচুৰ্য্য, দাৰিদ্ৰ্য নহয়। শ্ৰমৰ অনুপাতে ব্যক্তিৰ বাবে জিৰণিৰ সুয়োগ-সুবিধা থাকিব। স্নায়ুৰ ওপৰত অতিৰিক্ত হেঁচাৰ প্ৰশ্ন নেথাকিব। ইয়াৰ



উপৰিও এনে এখন সমাজত বৰ্ত্তমান পুজিবাদী সমাজ-ব্যৱস্থাত প্ৰচলিত অস্বাভাৱিক ভাৱে যৌন-ব্যভিচাৰৰ জৰিয়তে স্নায়বিক হেঁচাৰ উপশম ঘটোৱাৰ যি ব্যৱস্থা, সেই ব্যৱস্থাও নেথাকিব। ব্যক্তিগত সম্পত্তিৰ জৰিয়তে সৃষ্টি হোৱা শোষণৰ কথা সমাজবাদী সমাজত থাকিব নোৱাৰে। মাটিগিৰি সমাজ-ব্যৱস্থাত সম্পত্তিৰ স্বত্বলৈ নিম্নগামী কৰি নাৰীৰ যিদৰে মৰ্য্যাদা হানি কৰা হৈছে, নতুন সমাজ-ব্যৱস্থাত এনেধৰণৰ কোনো সমস্যাৰ উদ্ভৱ হোৱাৰ আশঙ্কা নাই। নিম্নশ্ৰেণীৰ সমাজত ব্যক্তিৰ শ্ৰমেই হৈছে সামাজিক মৰ্য্যাদাৰ জোখকাঠি। শ্ৰমৰ ভেটিত নাৰী-পুৰুষৰ সহজাত মিলন সম্ভৱ হব; শ্ৰমৰ সৌষ্ঠৱ আৰু সৌন্দৰ্য্যৰ পৰশত জীৱনে নতুন বোল সলাব। নতুন যুগৰ যৌন-মুক্তিত থাকিব সম-অধিকাৰ, স্বাভাৱিক স্পন্দন আৰু ব্যক্তি-স্বাতন্ত্ৰ্য। এঙ্গল্‌ছে কবৰ দৰে: “The society which organises anew on the basis of free and equal association of the producers will put the whole state machinery, where it will then belong, into the museum of antiquities next to the spinning wheel and the bronze axe.”

আগন্তুক সমাজৰ অৰ্থনৈতিক সংগঠনৰ ওপৰত নতুন যৌন-বিচাৰৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। ন্যায় আৰু যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত ভৱিষ্যতৰ সম্বন্ধ হব মুক্তিৰ, স্বেচ্ছাচাৰিতা বা ব্যভিচাৰৰ নহয়।

বৈবাহিক জীৱনত নাৰীক স্বতন্ত্ৰতা প্ৰদান কৰাৰ উদ্দেশ্যে আজি প্ৰায়বোৰ প্ৰগতিশীল ৰাষ্ট্ৰতে, ঘাইকৈ প্ৰাচ্যৰ কিছুমান দেশত আইন-সম্মত সা-সুবিধাৰ যোগান ধৰা হৈছে। এইষাৰ কথা নতুন চীন দেশত যেনেদৰে সত্য, তেনেদৰে আমাৰ দেশতো সত্য। এইবোৰৰ উদ্দেশ্যে হৈছে বৈবাহিক জীৱনৰ পুৰণি ৰীতি-পদ্ধতিৰ আমুল পৰিবৰ্ত্তন সাধন কৰা। উদাহৰণ স্বৰূপে, (১) নাৰীক পিতৃ-সম্পত্তিৰ উত্তৰাধিকাৰত্বৰ সুবিধা দিয়া হৈছে; (২) নাৰী পুৰুষ, উভয়ৰে সন্মতি প্ৰদানৰ জৰিয়তে বিবাহ-সম্পন্ন হব পৰাটো স্বভাৱসিদ্ধ বুলি পৰিগণিত হৈছে; (৩) বিবাহ বাণিজ্য হব নোৱাৰে; (৪) ৰাষ্ট্ৰই নিৰ্দ্ধাৰিত কৰি দিয়া বয়সৰ পূৰ্ব্বে লৰা-ছোৱালীৰ বিবাহ সম্পন্ন হব নোৱাৰে অৰ্থাৎ উভয়েই প্ৰাপ্তবয়স্ক হব লাগিব; (৫) বহু-বিবাহ আইন-বিৰোধী; (৭) উভয়েই

ইচ্ছা অনুযায়ী বিবাহ-বিচ্ছেদৰ দাবী কৰিব পাৰিব। এনেবোৰ ব্যৱস্থাৰ জৰিয়তে যুগে যুগে বন্দিনী হৈ থকা নাৰীক মুক্তি প্ৰদান কৰাৰ অৰ্থে সুবিধাৰ ব্যৱস্থা কৰা হৈছে।

অৱশ্যে এইবোৰ সা-সুবিধা কিমান দূৰ কাৰ্য্যত পৰিণত হৈছে, সেই বিষয়ে ভাবি চাবলগীয়া। চীনদেশত এনেধৰণৰ আইন কুমিণ্টাং আমোলত ১৯৩১ চনতে প্ৰণয়ন কৰা হৈছিল। দুখৰ কথা, আইন আইন হৈয়েই থাকিল। এই আইন প্ৰণয়ন হোৱাৰ ছবছৰৰ পিছত ১৯৩৭ চনত দেখা গ'ল,.চীন দেশত কুৰি লাখ যুৱতী ছোৱালী তেতিয়াও আনৰ ঘৰত বেটী হৈ আছে। ১৯৫০ চনত নতুন চীনত যি নতুন আইন প্ৰণয়ন হ'ল, তাৰ জৰিয়তে ল'ৰা-ছোৱালী উভয়ৰে বাবে বিয়াত সন্মতিসূচক চহীৰ নিয়ম কৰা হ'ল। স্বামীৰ বিশেষ সুবিধাৰ অন্ত পেলোৱা হল। বিচ্ছেদ হলে, পিতৃ বা মাতৃ, যি জনৰ লগত থাকিলে ল'ৰা-ছোৱালীৰ অধিক কল্যাণ হোৱা সম্ভৱ, সেইজনৰ সৈতে থকাৰ সুবিধা কৰা হ'ল।

চীনদেশত একালত নিজা পত্নীৰ বাহিৰেও প্ৰত্যেকজন পুৰুষে একোগৰাকী বা তাতোকৈ অধিক ৰক্ষিতা ৰখাৰ সুবিধা পাইছিল। নতুন আইন অনুসৰি ৰক্ষিতা সকলক উচ্ছেদ কৰা হয়। ইয়াৰ পৰিণতি স্বৰূপে ভালেমান ৰক্ষিতাই আত্মহত্যা কৰিবলৈ বাধ্য হয়। কোনো স্বামীয়ে পত্নীৰ ক্ষেত্ৰত কেতিয়াও অসৎ আচৰণ কৰিব নোৱাৰিব। এনেদৰে অসৎ আচৰণ কৰা স্বামীক ৰাষ্ট্ৰই কঠোৰ শাস্তি দিয়ে। ইয়াৰ পৰিণতি অৱশ্যে বিপৰীতধৰ্মী নোহোৱাকৈও নেথাকিল। ৰাষ্ট্ৰৰ দ্বাৰাই সংৰক্ষিত স্বাৰ্থৰ হেতুকে বহুক্ষেত্ৰত স্বামীক পত্নীয়ে কঠোৰ-ভাৱে শাসন নকৰাকৈও নেথাকিল। সকলো নাৰীতো বেজবৰুৱাৰ ভদৰী নহয়। এই ক্ষেত্ৰত স্বামীৰ কোনো প্ৰতিবাদ হব নোৱাৰে। বীয়ভয়ৰ নামৰ লেখক এজনৰ 'ডি লং মাৰ্চ' বোলা কিতাপখনত পঢ়া মনত আছেঃ এনেদৰে মুক্তি পোৱা চীনা পত্নী এগৰাকীয়ে এবাৰ নিজৰ স্বামী আৰু শহুৰেকক এনেদৰে টঙনিয়ালে যে দুয়োৰো মৰোঁ মৰোঁ অৱস্থা হ'ল। ৰাষ্ট্ৰৰ ভয়ত টাঙোনৰ কোব খায়ো তেওঁলোকে একো প্ৰতিবাদ নকৰিলে। প্ৰতিবাদ কৰা হলে ৰাষ্ট্ৰই তেওঁলোকক 'ভূ-মালিকী অত্যাচাৰ'ৰ দোষত দোষী সাব্যস্ত কৰি দণ্ড বিহিলেহেঁতেন। বহুদিন



পুৰুষৰ শাসনত অত্যাচাৰিত হোৱা নাৰীৰ মুক্তিৰ পৰিণাম এনে হোৱাটো স্বাভাৱিক। য'তেই চিৰাচৰিত বন্ধন খণ্ডন হৈছে, প্ৰাথমিক কালছোৱাত ত'তেই এনে ধৰণৰ ৰূপ লোৱাৰ উদাহৰণ আছে।

ওপৰত কৈ অহা হৈছে ১৯৫১ চনৰ বিবাহ আইনৰ জৰিয়তে চীন দেশত নাৰীক ভালেমান সা-সুবিধা দিয়া হৈছিল বুলি। ১৯৫২ চনত চীনদেশত সৰ্ব্বমুঠ চাৰি লাখ বিবাহ-বিচ্ছেদ হয়। আঢ়ৈ হেজাৰ বছৰ প্ৰচলিত পুৰুষ-প্ৰাধান্য চীনদেশত দহ বছৰৰ ভিতৰত এনেদৰেই অন্ত পেলোৱা হৈছে। কম কথা নহয়। এই কালছোৱাৰ চীনদেশীয় সাহিত্যত, ঘাইকৈ নাটক আৰু গল্পত, এই বিপ্লৱৰ যথেষ্ট প্ৰতিফলন হোৱা দেখা যায়। মেবেল ৱালন স্মিথ বোলা এগৰাকী লেখিকাৰ 'স্প্ৰীং টাইম ইন চাংহাই' বোলা কিতাপখনত আছেঃ নতুন চীনত মাটিগিৰিৰ মাটিৰ ওপৰত স্বত্ব ধ্বংস কৰাৰ দৰেই পৰিয়ালৰ ওপৰত পুৰুষ-প্ৰাধান্য ধ্বংস কৰা হৈছে। ইয়াৰ উদ্দেশ্য হৈছে ৰাষ্ট্ৰক এক বিৰাট পৰিয়াললৈ পৰিৱৰ্ত্তন কৰা। নাৰীৰ অৰ্থনৈতিক মুক্তি নহলে প্ৰকৃত মুক্তি হব নোৱাৰে। এইযাৰ কথা এঙ্গেল্‌ছে উপলব্ধি কৰিছিল। সেইকাৰণেই তেওঁ এনেদৰে কৈছিলঃ "The primary condition for the liberation of women is their full participation in economic production." ৰান্ধনী ঘৰত বন্দিনী নাৰী পুৰুষৰ সমানে স্বতন্ত্ৰ হব নোৱাৰে। এইযাৰ কথা লেনিনেও উপলব্ধি কৰিছিল আৰু আওপকীয়া ভাবে কৈছিলঃ "জন-সংখ্যাৰ অৰ্দ্ধেকক ৰান্ধনী ঘৰত বন্দী কৰি থৈ কোনো দেশ কেতিয়াও আগবাঢ়িব নোৱাৰে।"

একেধৰণৰে নেহৰুৱেও ভাবিছিল। এইখিনিতে 'আঁচুফুল' কিতাপৰ পৰা একেযাৰ কথা উদ্ধৃত কৰিব খুজিছোঁ। "নেহৰুৱে ভাৰতীয় নাৰী সমাজক সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক, সকলো প্ৰকাৰৰ মুক্তি দিলে। হিন্দু বিবাহবিধি কাৰ্য্যকৰী কৰিবৰ কাৰণে প্ৰতিক্ৰিয়াশীল শক্তিসমূহৰ বিপক্ষে তেওঁ কম যুঁজিব লগা নহৈছিল। টায়াজীনকীনৰ কিতাপত আছে, এই গৰাকী মহিলাই যেতিয়া নেহৰুক সুধিছিলঃ "জাতীয় জীৱনলৈ আপোনাৰ সৰ্ব্বশ্ৰেষ্ঠ বৰঙণি কি?" তাৰ উত্তৰত নেহৰুৱে বাৰে বাৰে কৈছিলঃ 'নাৰী জাতিৰ মুক্তি।" "আমাৰ দেশত

স্ত্ৰী-শিক্ষা বাঢ়িছে"—এইযাৰ কথা কৈ গৌৰৱ কৰা নেহৰুক বহুবাৰ দেখিছোঁ। স্ত্ৰী-শিক্ষা বিস্তাৰে নাৰীৰ স্বতন্ত্ৰতাৰ পথ সুগম কৰে।

এইখিনিতে আৰু এষাৰ কথা কোৱাটো উচিত হব: শিক্ষাই কোনো জাতি বা সমাজ বিশেষৰ চিন্তাশক্তিৰ বা ব্যৱহাৰৰ মানদণ্ড উন্নত কৰিব পাৰে, সেইবুলি ই যে প্ৰতিভাৰ উন্মেষ সাধন কৰাটো স্বভাৱসিদ্ধ, সেইযাৰ কথা কব নোৱাৰি। মগজুলৈ হাতুৰীৰে কোবাই চিন্তাস্ৰোত প্ৰবাহিত কৰি প্ৰতিভাৰ জন্ম দিব নোৱাৰি। এইখিনিতে স্বামী বিবেকানন্দৰ সৈতে একমত হবলৈ টান পাইছোঁ। স্বামী বিবেকানন্দই সমসাময়িক কালৰ নেতৃত্বৰ অভাৱৰ কথাৰ উল্লেখ কৰি দোষাৰোপ কৰিছে সেইসময়ৰ প্ৰচলিত নিৰক্ষৰতাক। নিৰক্ষতাৰ সৈতে প্ৰতিভা উন্মেষনৰ কি সম্বন্ধ আছে, সেই বিষয়ে নাজানোঁ। আমাৰ দেশৰ নিৰক্ষৰতাৰ যুগত যিমানবোৰ প্ৰথম শ্ৰেণীৰ প্ৰতিভাৰ উন্মেষ হৈছিল, সিমান জানো আখৰী যুগত হৈছে? প্ৰতিভা বিকাশৰ ক্ষেত্ৰত নিৰক্ষৰতা প্ৰতিবন্ধক হব নোৱাৰে। এইযাৰ বুৰঞ্জীসম্মত সত্য। বুৰঞ্জীয়ে কয়: পৃথিৱীৰ প্ৰায়বোৰ প্ৰতিভাশালী কৰ্ম্মপ্ৰাণ ব্যক্তি, কম বেছি পৰিমাণে, নিৰক্ষৰ আছিল। শিৱাজী, আকবৰ, হায়দৰ আলি, ৰঞ্জিত সিং, এইসকল বীৰপুৰুষ জানো অনাখৰী নাছিল? ৰঞ্জিত সিং এনেধৰণৰ নিৰক্ষৰ আছিল যে আনকি ৰাজ-ভড়ালৰ ধনৰ হিচাপ হাতত লৈ ফুৰা লাখুটি ডালত তেওঁ ডাগ কাটিহে ৰাখিবলগা হৈছিল। তথাপি সামৰিক জ্ঞান আৰু কৌশল, প্ৰশাসনীয় দক্ষতা আৰু কৰ্ম্মপ্ৰৱণতা, এইবোৰৰ পিনৰ পৰা তেওঁৰ মেধা যে অতুলনীয় আছিল, সেই বিষয়ে সন্দেহৰ থল নাই।

কেৱল আমাৰ দেশতে নহয়, পৃথিৱীৰ আন দেশৰ বুৰঞ্জীতো নিৰক্ষৰতা আৰু প্ৰতিভা উন্মেষণৰ মাজত যে বিশেষ সম্বন্ধ নাই, সেইযাৰ কথাৰ উদাহৰণ বহুত আছে। চাৰ্লমেন অনাখৰী আছিল। যীশুখ্ৰীষ্ট আখৰী আছিল নে অনাখৰী আছিল, সেইযাৰ কথা অনিশ্চয়তাৰ গৰ্ভত। যীশুখ্ৰীষ্টই কোনো কথা লেখি থৈ যোৱা নাই। এদিন সংসদৰ অতি মেধাবী, বিদ্বান সদস্য বন্ধু এজনে মোক কৈছিল: "প্ৰকৃত জ্ঞানীজনে কোনো কিতাপ নেলেখে। চক্ৰেটিছতো কোনো কিতাপ লেখি থৈ যোৱা নাই। মূৰ্খইহে কিতাপ লেখে।" সঁচা কথা,



চক্ৰেটিছে কোনো কিতাপ লেখা নাই। চক্ৰেটিছ আখৰী আছিল নে অনাখৰী আছিল, সেই বিষয়ে মই অজ্ঞ। মহম্মদ যে অনাখৰী আছিল, সেই বিষয়ে জানো। তথাপি এইজন মহান ব্যক্তিয়ে পৃথিৱীক যি জ্ঞান দি গ'ল, সি জানো অতুলনীয় নহয়?

নতুন মানৱগোষ্ঠী সৃষ্টি কৰাৰ উদ্দেশ্যৰে নীৎসেই আগবঢ়োৱা 'অতিমানৱ' তথ্যৰ উল্লেখ আন এঠাইত কৰিছোঁ। সেই বিষয়ে দোহাৰিব খোজা নাই। ভাৰতৰ প্ৰতিভা সৃষ্টিৰ সমস্যা সমাধান কেৱল শিক্ষা বিস্তাৰৰ জৰিয়তে সম্ভৱপৰ কৰি তুলিব নোৱাৰি। আমাৰ দেশত প্ৰচলিত বিবাহ-অনুষ্ঠানৰ ক্ষেত্ৰত যি হেঁচামৰা ৰীতি-নীতি, তাৰ বিষয়ে একেষাৰ কথা কব পাৰি। এনে বদ্ধ পৰিৱেশক যি পৰিয়ালে অস্বীকাৰ কৰিব পাৰিছে, প্ৰতিভাৰ উন্মেষ সাধন সেই পৰিয়ালৰ ক্ষেত্ৰতহে সম্ভৱ। প্ৰতিভা বিকাশৰ কাৰণেও মুক্ত পৰিবেশৰ প্ৰয়োজন। এজন সমাজ-বুৰঞ্জীৰ পণ্ডিতৰ মতে: "অবৈধ সন্তানহে প্ৰতিভাৰ অধিকাৰী হোৱাটো সম্ভৱ।" সঁচা কথা, মহাযোদ্ধা কৰ্ণ, ব্যাসমুনি, বিদুৰ, পঞ্চ-পাণ্ডৱ, এইসকল প্ৰতিভাশালী ব্যক্তি অবৈধ সন্তান আছিল। আমাৰ ডাকপুৰুষো অবৈধ সন্তান আছিল। তথাপি অবৈধ জন্ম আৰু প্ৰতিভাৰ উন্মেষ, এই দুয়োটা বস্তুৰ মাজত স্বতঃসিদ্ধ সম্বন্ধ স্থাপন কৰিবলৈ চেষ্টা কৰাটো ভুল কথা। ব্যতিক্ৰম নিয়ম হব নোৱাৰে। বিশ্ব-বুৰঞ্জীত বৈধ সন্তান প্ৰতিভাৰ অধিকাৰী হোৱা উদাহৰণ বহুতো আছে। এদিন এজন অতি উচ্চশিক্ষিত বন্ধুৱে দিল্লীত মোক কৈছিল: "মই কাৰ সন্তান কব নোৱাৰোঁ। কোন কাৰ সন্তান, কাৰ পিতৃ-পুৰুষ কোন, সেই বিষয়ে কোনেও কেতিয়াও সাহসেৰে কব নোৱাৰে।" ওপৰে-ওপৰে চাবলৈ গলে মানুহজনৰ কথাত খং উঠাটো স্বাভাৱিক, কিন্তু দকৈ ভাবি চাবলৈ গলে কথাষাৰ উৰুৱাই দিব নোৱাৰি। মাতৃৰ ক্ষেত্ৰত সন্তানৰ জন্ম চাক্ষুষ বস্তু; গতিকে মাতৃত্বৰ ক্ষেত্ৰত সঠিক হব পাৰি। পিতৃত্বৰ কথা চকুৰে নেদেখা বস্তু। সেই কাৰণে সঠিক হব নোৱাৰি। যিবোৰ সমাজত দুই ভাতৃৰ সন্তানৰ মাজত, দদায়েক বা ৰবদেউতাকৰ লবাৰ মাজত পত্নী সলাই যৌনকাৰ্য্য সমাধা কৰা নিয়ম আছে, সেইবোৰ সমাজত সন্তানৰ পিতৃত্বৰ দায়িত্ব কোনে গ্ৰহণ কৰে? মেলিনোস্কীয়ে কবৰ দৰে আচলতে যিজনৰ পত্নী, তেওঁ গ্ৰহণ কৰে; প্ৰকৃততে সেই

সন্তানৰ পিতৃ তেওঁ নহবও পাৰে। ওপৰত উল্লেখ কৰা কথাষাৰ যদি সঁচা হয়, তেন্তে কোনো সন্তানেই বৈধ নহয়। তেতিয়া হলে প্ৰতিভাৰ অধিকাৰী প্ৰত্যেক সন্তানেই অবৈধ, এইবাৰ কথা সাব্যস্ত কৰিবলৈ সহজ।

অবৈধ সন্তানৰ কথা এইখিনিতে সামৰি বৰ্ত্তমান পৰিবৰ্ত্তিত সমাজ-ব্যৱস্থাত বিৱাহ-জীৱনৰ ৰূপ কেনেকৈ পৰিবৰ্ত্তিত হৈছে, সেই বিষয়ে সামান্য ভাৱে হলেও কোৱাটো উচিত হব। বৰ্ত্তমান যুগত নাৰী-পুৰুষৰ সম্বন্ধৰ পৰিবৰ্ত্তন হৈছে। কিয়? কাৰণ বৰ্ত্তমান যুগৰ সমাজৰ স্বৰূপ পৰিবৰ্ত্তন হৈছে। এই পৰিবৰ্ত্তন কেনেকৈ সাধিত হৈছে? (১) শিল্প-উদ্যোগৰ বিস্তাৰৰ লগে লগে চহৰ-সভ্যতাৰ বৃদ্ধি; (২) জন-সমাজৰ শাৰীৰিক আৰু মানসিক গতি-চঞ্চলতা; (৩) অৰ্থনৈতিক কাৰণত নাৰীৰ মুক্তি। এনেবোৰ পৰিবৰ্ত্তনে ব্যক্তিৰ চিন্তাধাৰাৰ পৰিবৰ্ত্তন সাধন নকৰাকৈয়ো থকা নাই। পূৰ্ব্বে ব্যক্তিৰ প্ৰতি শ্ৰদ্ধা ধৰ্ম্মাশ্ৰিত বস্তু আছিল। আজি স্বভাৱসিদ্ধ বস্তুলৈ ই ৰূপান্তৰিত হৈছে।

বৰ্ত্তমান পুৰণি পদ্ধতিগত পৰিয়াল-জীৱনৰ ক্ৰমাৎ অবসান ঘটিছে, ঘাইকৈ প্ৰাচ্যৰ জাপানৰ লেখীয়া দেশত। নাকাওৱা নামৰ এজন অধ্যাপকে কবৰ দৰেঃ এসময়ত একোটা পৰিয়ালক কেন্দ্ৰ কৰি একোটা অৰ্থনৈতিক গোটৰ যদিও সৃষ্টি হৈছিল আজি ব্যক্তিৰ উৎপাদন-শক্তি পৰিয়াল-জীৱনৰ বাহিৰে বিস্তৃত হোৱাৰ হেতুকে পৰিয়াল-জীৱনৰ বান্ধ ক্ৰমাৎ সোলোক-ঢোলোক হৈছে। এতিয়াও জাপানৰ কোনো গাঁও-অঞ্চলত প্ৰাচীন পদ্ধতিৰ পৰিয়াল-জীৱন প্ৰৱৰ্ত্তি থকাৰ প্ৰমাণ আছে। তথাপি কব লাগিব, সেই পৰিয়াল-জীৱনৰ প্ৰাচীন সামাজিক আৰু অৰ্থনৈতিক ভেটি আজিৰ পৰিপ্ৰেক্ষিতত কিছুদুৰ কুমলিছে।

প্ৰচ্যত পুৰণি ৰীতি-পদ্ধতিৰ পৰিবৰ্ত্তে নতুন ৰীতি-পদ্ধতিয়ে ঘাইকৈ তিনিটা সামাজিক গোঠীত প্ৰসাৰতা লাভ কৰিছে। (১) চহৰবাসীৰ, ঘাইকৈ গাঁও এৰি চহৰলৈ অহা মানুহৰ দ্বিতীয় পুৰুষত এনে পৰিবৰ্ত্তন জ্বলজ্বল পট্পটকৈ প্ৰতিফলিত হোৱা পৰিলক্ষিত হয়। চহৰলৈ আহিলেও প্ৰথম চাম মানুহে পুৰণি ৰীতি-নীতি সহজে পৰিত্যাগ নকৰে। (২) উচ্চ শিক্ষাপ্ৰাপ্ত ব্যক্তিৰ মাজত নতুনৰ প্ৰাধান্য অধিক। (৩) খ্ৰীষ্টান মতাবলম্বী সমাজতো এই প্ৰাধান্য অধিক। দক্ষিণ-প্ৰাচ্যৰ জনসংখ্যাৰ শতকৰা তিনিজন খ্ৰীষ্টান।



গাঁৱৰ জীৱনক সম্পূৰ্ণৰূপে শূন্য বুলি কব নোৱাৰিলেও চহৰ-জীৱনৰ মুক্ত পৰিৱেশত ৰোমাণ্টিক প্ৰণয় পোখা মেলি উঠাটো স্বাভাৱিক। ইয়াৰে কিমানবোৰ প্ৰকৃততে বিবাহলৈ ৰূপান্তৰিত হৈছে, সেই বিষয়ে সঠিককৈ কোৱাটো টান। তথাপি এইষাৰ কথা কব লাগিবঃ ডেকা-গাভৰুৱে যিমানেই মুক্ত পৰিবেশৰ সুবিধা পাইছে, সিমানেই বিবাহ যে ৰোমাণ্টিক হৈছে, সেইবিষয়ে সন্দেহ নাই। স্বাধীনতাই ৰোমাঞ্চৰ বাট মুকলি কৰে। পেৰিছ মহানগৰীৰ আলিৰ দাঁতিৰ ৰেস্টোৰাঁ এখনত বহি বাটেদি অহা-যোৱা কৰা মানুহলৈ চালেই কথা একেষাৰ স্পষ্ট হৈ পৰিবঃ কোনো লৰা বা ছোৱালীয়েই অকলশৰীয়া নহয়। একেলগে দুটা লৰা বা দুজনী ছোৱালী দেখাটো টান। লৰাৰ লগত ছোৱালী, ছোৱালীৰ লগত লৰা থাকিবই। একালত আমাৰ দেশত লৰা-ছোৱালীৰ এই সহযোগৰ বিপক্ষে যি বাধা আছিল, সেই বাধা আজি ক্ৰমাৎ উঁৱলি আহিছে। সেই কাৰণেই আজিকালি আমাৰ বিয়াবোৰ প্ৰায়েই ৰোমাণ্টিক হবলৈ ধৰিছে। এনে সুযোগ সুবিধাৰ জৰিয়তে আমাৰ সমাজক পঙ্গুকৰা বৰ্ণ-বিভাগৰ বান্ধো বহুদূৰ কুমলিছে। সম্ভৱত আজি পৃথিৱীৰ সকলো দেশৰ ভিতৰত আমেৰিকাতেই ৰোমাণ্টিক প্ৰণয় আৰু বিবাহৰ প্ৰাদুৰ্ভাৱ অধিক। ইয়াৰ কাৰণ কি? ল'ৰা-ছোৱালী ডেকা কালত প্ৰণয়কাৰ্য্যত ৰত হোৱাৰ পথত কোনো বাধা নাই। লৰা-ছোৱালীৰ পিতৃ-মাতৃয়েও আনকি বাধা নিদিয়ে। তাহানি বিশ্ববিদ্যালয়ত এম. এ. পঢ়ি থাকোঁতে এজন অধ্যাপকে আমাক কৈছিলঃ "হেজাৰে চিটা নিদিয়া লাগিলে, লৰা-ছোৱালীৰ গাত সৰু আয়ে দেখা নিদিয়াকৈ কেতিয়াও নেথাকে। সেই একেদৰে যৌৱনকালত প্ৰণয় নোহোৱাকৈ কাৰো নেথাকে।" ডেকা-গাভৰুৰ প্ৰণয়ক সৰু আইৰ সৈতে ৰিজোৱাৰ কাৰণে তেতিয়া বেয়া পাইছিলোঁ। কথাষাৰ কিমান সত্য, সেই বিষয়ে আজি বুজিছোঁ। বৰ্ত্তমান চহৰীয়া সভ্যতাই ইয়াৰ পথ প্ৰশস্ত কৰিছে। আৰ্নেষ্ট বাৰগেছ আৰু হাৰভে ল'কৰ 'ডি ফেমেলিঃ ফ্ৰম ইনষ্টিটিউচন টু কম্পেনিয়নশ্বিপ' কিতাপখন পঢ়িলে কথাষাৰ বুজিবলৈ সহজ হৈ পৰিব।

ৰাল্ফ লিনটন্ বোলা আমেৰিকাৰ লেখক এজনৰ 'ডি ষ্টাডি

অব্ মেন' বোলা কিতাপখনত একেষাৰ কথা আছেঃ ডেকা-গাভৰুৰ পাৰস্পৰিক প্ৰণয়ৰ আকৰ্ষণ স্বীকৃত বস্তু। সকলো সময়তে আমেৰিকাত প্ৰণয় আকৰ্ষণৰ ওপৰত এনে ধৰণৰে গুৰুত্ব দিয়া হয় যে ইয়াক বিবাহৰ আদিপাঠ বুলি গণনা কৰা হয়। এইষাৰ কথাৰ ওপৰতে ভিত্তি কৰি উপৰুক্ত লেখক গৰাকীয়ে এনেদৰে মন্তব্য কৰিছেঃ "Their rarity in most societies suggests that they are psychological abnormalities to which our own culture has attached an extraordinary value just as other cultures have attached extreme values to other abnormalities."

প্ৰণয়ৰ জৰিয়তে সম্ভৱপৰ হৈ উঠা বিবাহে ব্যক্তিৰ ব্যক্তিবাদী মনোভাবৰ কথা সাব্যস্ত কৰে। ৰূপ, যৌৱন ইত্যাদি কিছুমান কাৰণৰ বাবে ব্যক্তিৰ পাৰস্পৰিক আকৰ্ষণ হয়। জেছী ৱাৰণাৰ্ড বোলা মহিলা গৰাকীয়ে 'এ ষ্টাডি অব্ মেৰেজ' বোলা কিতাপত কৰৱ দৰেঃ "আমি প্ৰেমত পৰিছোঁ। গতিকে আমাৰ বিয়া হবই লাগিব।" ডেকা গাভৰুৰ জীৱনত পাৰস্পৰিক প্ৰণয়েই যেন একমাত্ৰ সত্য—ইয়াৰ বাহিৰে আন একো চিন্তাৰ বিষয় থাকিব নোৱাৰে—এনেবোৰ ৰোমাণ্টিক মিথে আজি ব্যক্তিৰ বিবাহ-জীৱন নিয়ন্ত্ৰিত কৰিছে। "আমাৰ এই প্ৰণয়ৰ পৰিণাম যদি বিয়া নহয়, তেন্তে আমি চিৰকাল অসুখী হৈ ৰম", এনেবোৰ যুক্তিহীন ধাৰণাৰ কাৰণেই প্ৰণয়-প্ৰণোদিত বিবাহক ব্যক্তিবাদী বস্তু বুলিছোঁ। যি সকলে কেৱল নাৰীৰ বাহ্যিক সৌন্দৰ্য্য আৰু যৌৱনৰ কাৰণেই বিবাহ-সম্বন্ধত আৱদ্ধ হয়, অৰ্থাৎ অত্যন্ত ব্যক্তিগত কাৰণত বিবাহ-বন্ধনত আৱদ্ধ হয়, যেতিয়া নাৰীৰ এইবোৰ বস্তু উঁৰলি যায়, তেতিয়া সেইসকলৰ অৱস্থা কি হয়? যৌৱন আৰু সৌন্দৰ্য্য, দুয়োটা বস্তুৰ সম্বন্ধ ওতঃপ্ৰোত। এইখিনিতে যোৱা নিৰ্ব্বাচনৰ সময়ৰ অভিজ্ঞতা এটা উল্লেখ কৰিব খুজিছোঁ। ভিতৰ গাঁৱৰ মানুহ এজনৰ ঘৰৰ বাৰান্দাত বহি বহু মানুহৰ সৈতে কথা পাতি আছোঁ। বুঢ়া মানুহ কেইজন মানো আছে। এনেতে বঢ়িয়া কাপোৰকানি পিন্ধা দেখনিয়াৰ ডেকা লৰা এজন আহি 'চাৰ' বুলি মাত দিলে। ডেকাজনৰ ফালে ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰি কলোঁঃ "চাওক, এওঁ কেনে ধুনীয়া। আমাৰ অসমীয়া ডেকাবোৰ এনে হোৱা উচিত।" এনেতে সেই সমাজৰে



বুঢ়া এজনে তপবাই মাত দিলেঃ "হেৰি বৰুৱা, আপুনি কি কথা কৈছে? যৌৱনকালত কুকুৰো ধুনীয়া হয়।" উৎসাহ মোৰ একেবাৰে চেঁচা পৰি গ'ল। ডেকাজনো আঁতৰি গ'ল। সঁচা কথা, 'যৌৱন কালত কুকুৰো ধুনীয়া হয়।' সেই কাৰণে কেৱল সৌন্দৰ্য্যৰ বাবে বিবাহ-বন্ধনত আৱদ্ধ হোৱাটো বৰ সুবিধাৰ কথা নহয়। এনেয়েনো আমাৰ কয় নে?—'ৰূপে কি কাম সাধিব, গুণে সংসাৰ তৰিব।' আজি অৱশ্যে বিশ্ব-সুন্দৰী প্ৰতিযোগিতাৰ কালত এইষাৰ কথা কিমান দূৰ সঁচা, ভাবি চাবলগীয়া।

মই ভাবোঁ, আত্মকেন্দ্ৰী আৰু স্বাৰ্থান্বেষী ব্যক্তিৰ মাজত পাৰ্থক্য বৰ বেছি নাই। আত্মকেন্দ্ৰী জনেই হওক বা স্বাৰ্থান্বেষী জনেই হওক, কোনোজনেই আদৰ্শ পুৰুষ হব নোৱাৰে। এনে ব্যক্তিয়ে মহত্বৰ দাবী কেতিয়াও কৰিব নোৱাৰে। বিশ্ব-বুৰঞ্জীৰ পাত লুটিয়াই চাই দেখিছোঁ, যেতিয়াই কোনোবা এখন দেশ বা কোনোবা এটা জাতি আত্মকেন্দ্ৰী হৈছে, তেতিয়াই তাৰ পতন হৈছে। সেইদৰে একোটা সভ্যতা বা সংস্কৃতিৰ বিষয়েও এইষাৰ কথা প্ৰয়োগ কৰিব পাৰি। এই বিষয়ে বিশ্ববিখ্যাত দাৰ্শনিক স্পেঙ্গলাৰে যুক্তি সহকাৰে লেখিছেঃ যিষাৰ কথা একোটা জাতি বা একোটা সভ্যতাৰ ক্ষেত্ৰত সঁচা, সেইষাৰ কথা একোজন ব্যক্তিৰ ক্ষেত্ৰতো সঁচা। মানুহে বিয়া নিজৰ কাৰণে কৰে যদিও সমাজ বা পৰিয়ালক অস্বীকাৰ কৰি এনে কামত প্ৰৱিষ্ট হোৱাটো কল্যাণকৰ কথা নহয়। সেই কাৰণেই ভাবোঁ, ব্যক্তিগত বস্তু যদিও বিয়া সামাজিক অনুষ্ঠান। জেইমছ্ ব'চাৰ্ড আৰু ইলিয়েনৰ ব'ল্ নামৰ গ্ৰন্থকাৰদ্বয়ে লেখা 'হোৱাই মেৰেজ গো ৰং' বোলা কিতাপখনত একেষাৰ অৰ্থব্যঞ্জক কথা আছেঃ "The desire for personal happiness degenerates into social lassitude and the desire for self-expression carries within itself seeds of self-destruction." এই ক্ষেত্ৰত সৰ্ব্বসাধাৰণ মানুহ আত্মকেন্দ্ৰী। ইংলণ্ডৰ মানুহ অতি আত্মকেন্দ্ৰী—নিজৰ লৰা-ছোৱালী, তিৰোতাক লৈ এওঁলোক ব্যস্ত। এইষাৰ কথাৰ উল্লেখ অণু বৰুৱাৰ 'সাগৰ দেখিলোঁ' ভ্ৰমণ-কাহিনীত আছে।

পছিমীয়া সমাজৰ লৰা-ছোৱালী, ঘাইকৈ ছোৱালীৰ কথা ভাবিলে কেতিয়াবা মোৰ পুতৌ ওপজে। আমাৰ সমাজত সাধাৰণতে ছোৱালীৰ

বিয়াৰ দিহা কৰে মাক দেউতাকে, নাইবা অভিভাৱকে। পছিমীয়া সমাজত এই দায়িত্ব ছোৱালীৰ নিজা। নিজে খেদিকুৰি বিয়া কৰাবলৈ লৰা যোগাৰ কৰি লোৱাটো কেনে কষ্টকৰ কথা, ভুক্তভোগীয়েহে জানে। তাহানি আমেৰিকাৰ ছোৱালীৰ কাৰণে লেখা এখন কিতাপ পঢ়িছিলোঁ। কিতাপখনৰ নাম 'হাও টু বি পপুলাৰ'। অৰ্থাৎ লৰাৰ মাজত ছোৱালী কেনেকৈ জনপ্ৰিয় হব পাৰে, কিতাপখনৰ এইটোৱেই হৈছে বিষয়বস্তু। পশ্চিমত সৰুৰে পৰা ছোৱালীৰ এইটোৱেই সমস্যা। দৰা যোগাৰ নোহোৱালৈকে এইটো সমস্যাই তেওঁলোকক ব্যস্ত কৰি ৰাখে। ইয়াৰ বাবে আন ছোৱালীৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিব লগাও হয়। এই প্ৰতিদ্বন্দ্বিতা কম কষ্টকৰ বস্তু নহয়। আৰু এই প্ৰতিদ্বন্দ্বিতাত পৰাভূত হোৱা ছোৱালীৰ অৱস্থা হয় কি? নিজৰ অন্ন-সংস্থানৰ কাৰণে সেই ছোৱালীয়ে চাকৰিও যোগাৰ কৰি লব লগা হয়। তাতো জানো শান্তি আছে? গতিকেই এনেবোৰ ছোৱালীৰ ক্ষেত্ৰত যৌন-বিচ্যুতি এটা অতি সাধাৰণ কথা হৈ পৰে। এনেদৰে বিয়াৰ আশাত হাত বাগৰি ফুৰা চাকৰিজীৱী ছোৱালীৰ উদাহৰণ ভালেমান জানোঁ। ই আমাৰ ভাৰতীয় সমাজকো কিছুদূৰ স্পৰ্শ নকৰাকৈ থকা নাই। অৱশ্যে ই বৰ্ত্তমান মহানগৰী সমূহৰ মাজতে কেন্দ্ৰীভূত হৈ আছে।

জীৱনসঙ্গী নিৰ্ব্বাচনৰ ক্ষেত্ৰত মুক্তি-প্ৰদান কাৰ্য্যই সমাজত ৰোমান্টিক প্ৰণয়ৰ প্ৰাদুৰ্ভাৱ বঢ়াইছে। ৰোমান্টিক প্ৰণয় যে সম্পূৰ্ণৰূপে আজিৰ বস্তু, সেইযাৰ কথা নহয়। এনে প্ৰথা পুৰণি কালতো আছিল ঃ

"তোৰো মন গলে মোৰো মন গলে
কি কৰিব কলিতা কুলে।"

ৰোমান্টিক প্ৰণয় নিবিড় আদান-প্ৰদানৰ বস্তু। আকাশত প্ৰণয় হব নোৱাৰে। এই বিষয়ে ইংৰাজ কবি টেনিছনৰ মনোৰম এটা কবিতা আছে ঃ

"Come down O' Maud,
For, love is of the valley."

প্ৰণয়ৰ মাধ্যম হৈছে দুটা দেহা, এই দেহাই দুটা মনৰ যোৰা পাতে। 'কি কৰিব কলিতা কুলে'—এইটো স্তৰলৈ যাব পৰা অৱস্থাৰ বাট চমু নহয়। ই অতি নিবিড়। বহুতৰ মাজত এজনীক বাছিবলৈকো ৰিজনিৰ প্ৰয়োজন,



নহলে নিৰ্ব্বাচন হব নোৱাৰে। ৰিজনিৰ বাবে সুযোগ-সুবিধাৰ প্ৰয়োজন। ৰিজনিৰ জৰিয়তে নিৰ্ব্বাচন পূৰ্ণ কৰিবলৈ হলে কেইবাজনীৰো অভিজ্ঞতাৰ প্ৰয়োজন। এইষাৰ কথা লৰাৰ ক্ষেত্ৰত যেনেদৰে সঁচা, ছোৱালীৰ ক্ষেত্ৰতো তেনেদৰে সঁচা। পছিমীয়া সমাজত এইষাৰ কথা বাস্তৱত পৰিণত হৈছে। উপৰুৱা চিনাকিয়ে নিৰ্ব্বাচন সঠিক কৰিব নোৱাৰে। গতিকেই পছিমীয়া সমাজত চিনাকি কিছু গভীৰ হোৱাটো স্বাভাৱিক কথা। আচলতে কাৰোবাক জীৱনসঙ্গী স্বৰূপে গ্ৰহণ কৰিবলৈ হলে যথেষ্ট পৰীক্ষাৰ প্ৰয়োজন, কেতিয়াবা এই পৰীক্ষাই সাময়িকভাৱে সহবাসৰ ৰূপ নোলোৱাকৈও নেথাকে। ইয়াকেই সম্ভৱতঃ আধুনিক পৰিভাষাত Companionate marriage, পৰীক্ষামূলক বিবাহ বোলে। প্ৰণয়ৰো বহুত ৰূপ আছে ঃ প্ৰথমতে 'প্ৰেমত পৰা যেন লাগে'। অৱশেষত 'সেয়া সন্মোহন, আচল প্ৰেম নহয়'—এনে ধাৰণাও নোহোৱাকৈ নেথাকে। এইদৰে পছিমীয়া সমাজত নানা স্তৰ অতিবাহিত হোৱাৰ পিছতহে বিবাহৰ সিদ্ধান্ত হয়। প্ৰেম মানেই যে বিয়া হব লাগিব, সেইটো কথা পছিমত ক্ৰমাৎ অচল হৈ আহিছে। কোনো কোনো ছোৱালীয়ে ঠিকেই কয়, "প্ৰেম মানেই বিয়া নহয়।" উদাহৰণ স্বৰূপে কব পাৰি যিবোৰ সমাজত মদ খোৱাটো জাতীয় অভ্যাস নহয়, সেইবোৰ সমাজত কোনোবাই যেতিয়া মদ খাবলৈ ধৰে, সি সকলো সংযম হেৰুৱাই পেলায়। কিন্তু যিবোৰ সমাজত মদ খোৱাটো এটা জাতীয় অভ্যাস, সেইবোৰ সমাজৰ প্ৰকৃতি সুকীয়া। আমাৰ সমাজলৈ আজিৰ পছিমীয়া আৰ্হিৰ প্ৰণয়-বিবাহ বোলা বস্তুটো নতুনকৈ আহিছে। গতিকে এই ক্ষেত্ৰত ত্ৰুটি-বিচ্যুতি ঘটাটো স্বাভাৱিক। যিবোৰ সমাজত—যেনে পছিমীয়া সমাজত—ই পূৰ্ব্বৰে পৰা চলি আহিছে, সেইবোৰ সমাজত ইয়াৰ স্বৰূপ সংযত আৰু চিন্তাপ্ৰসূত হোৱাটো স্বাভাৱিক। বিবাহ হৈ যোৱাৰ পিছত যদি কিবা কাৰণত আমুৱায়, তেতিয়া ভয় কিহৰ? বিবাহ-বিচ্ছেদৰ সুবিধা জানো নাই? পছিমীয়া চিত্ৰ-তাৰকা সমাজত কেনে ক্ষীপ্ৰতাৰে স্তন-দেশৰ আঁৰ-কাপোৰ অৰ্থাৎ ব্ৰা সলোৱাৰ দৰে স্বামী সলোৱা হয়, তাৰ উদাহৰণ বিচাৰি সৰহদূৰ যাব নেলাগে। এলিজাবেথ টেলৰৰ জীৱন-কাহিনী ইয়াৰ সম্যক প্ৰমাণ। এনেবোৰ সমাজত বিবাহ-বিচ্ছেদ অতি সাধাৰণ কথা।

প্ৰণয়ৰ পথ সুগম কৰাৰ উদ্দেশ্যৰে আধুনিক সমাজত, ঘাইকৈ

আমেৰিকাৰ যুক্তৰাষ্ট্ৰত dating, লগ পোৱা বা তাৰিখ ৰখা পদ্ধতি এটা নতুনকৈ ওলাইছে। 'ইজৰাইল' বোলা কিতাপখনত নাৰৰ বুকুত দেখা দোযোৱা লৰা-ছোৱালীৰ কথা লেখিছোঁ, তাৰিখ ৰাখিবলৈ ওলাই যোৱা। বৰ্ত্তমান এই বস্তুটো আমাৰ দেশলৈকো আহিছে। এদিন নৱম মান শ্ৰেণীৰ অসমীয়া ছোৱালী এজনীয়ে তাইৰ দেউতাকক কোৱা শুনিছিলোঁ: "দেউতা, মোৰ এটা বয় ফ্ৰেণ্ড আছে। আমাৰ স্কুলৰ সব ছোৱালীৰে বয় ফ্ৰেণ্ড আছে।" ছোৱালীজনী অৱশ্যে আভিজাত্যপূৰ্ণ, চহকী মানুহৰ ঘৰৰ। মনতে ভাবিছিলোঁ: "বয়ফ্ৰেণ্ড আছে যেতিয়া, এতিয়া ডেটিং কৰিলেই হ'ল।"

এই ডেটিং অৰ্থাৎ তাৰিখ ৰখা প্ৰথাৰ আৱিৰ্ভাৱ হয় কেতিয়া? ই পোনতে আৱিৰ্ভাৱ হয় আমেৰিকাত ১৯২০ চনত, 'মুক্তপ্ৰণয়' জীৱনত বিশ্বাস কৰা কিছুমান ডেকা-গাভৰুৰ জৰিয়তে। এই লৰা-ছোৱালীহঁতে পিতৃ-মাতৃ, অভিভাৱকৰ শাসনৰ বিপক্ষে বিপ্লৱ কৰিছিল। তাহানি ইংৰাজ কৱি শ্বেলীয়েও এনে বিপ্লৱ কৰি ছোৱালী পলুৱাই নি স্কটলেণ্ডৰ হোটেল এটাত আশ্ৰয় লৈছিল। 'মুক্তপ্ৰণয়' বোলা বস্তুটোত শ্বেলীয়ে বিশ্বাস কৰিছিল যদিও ডেটিং প্ৰথাৰ অভ্যুদয় সাধন কৰা নাছিল। তাৰিখ ৰখা প্ৰথা আমেৰিকাৰ যুৱক-যুৱতীৰ জৰিয়তে উদ্ভৱ হোৱা বস্তু। প্ৰথমতে ১৯২০ চনত ডেকা-গাভৰুৰ বিপ্লৱৰ জৰিয়তে যিটো বস্তু উদ্ভৱ হৈছিল, সেইটো বস্তু ক্ৰমাৎ আধুনিক সমাজ-জীৱনৰ ৰীতি বিশেষলৈ ৰূপান্তৰিত হয়। আজি ইয়াৰ যৌন ফালটোত সিমান গুৰুত্ব দিয়া নহয়, সামাজিক আদান-প্ৰদানৰ ফালটোতহে গুৰুত্ব প্ৰদান কৰা হয়। ই আজি সম্মতিসূচক বস্তুলৈ ৰূপান্তৰিত হৈছে। ই আজি সমাজৰ হাড়ে-হিমজুৰে এনেকৈ সোমাই পৰিছে যে কোনোবাই ইয়াক নতুন বস্তু বুলি কলেও মানুহে বিশ্বাস কৰিবলৈ টান পায়। আজি যান-বাহনৰ ইমান সুচল হৈছে যে আমেৰিকাৰ জনসংখ্যাৰ প্ৰত্যেক চাৰিজনৰ মাজত এখন মটৰগাড়ী। এনেবোৰ সুযোগ সুবিধাৰ জৰিয়তে যৌন খেমালিৰ কাৰণে বাট অতি প্ৰশস্ত হৈছে। এই বিষয়ে ওপৰত উল্লেখ কৰা 'হোৱাই মেৰেজ গো ৰং' বোলা কিতাপখনৰ পৰা একেষাৰ কথা উদ্ধৃত কৰিব খুজিছোঁ: "The girls exploited the boys financially, the boys exploited



the girls sexually." লৰাৰ পৰা এইদৰে পইছা বা আন বিলাসৰ সামগ্ৰী 'সৰকোৱা' ৰীতি আমাৰ সমাজতো সোমাইছে। কোনো কোনো ক্ষেত্ৰত এই বিষয়ে ছোৱালীহঁতক মাকসকলেও উদগণি দিয়ে। এবাৰ এজন ডেকাই আমাৰ ঘৰৰ মানুহজনীক একেষাৰ কথা কোৱা জানোঁ। "বাইদেউ, কালি অমুকজনী ছোৱালী ফুৰাবলৈ লৈ গলোঁ, বজাৰৰ ফালে। তাইক কলোঁ, 'যি লাগে লোৱা'। মই ভাবিছিলোঁ তাই চল্লিশটামান টকাৰ বস্তু কিনিব। তাই একেবাৰে আঠৈশ টকাৰ বস্তু কিনিলে।" ওপৰত উল্লেখ কৰা ঘটনাটো ছোৱালীয়ে লৰাক আৰ্থিক শোষণ কৰাৰ উদাহৰণ। আঠৈশ টকাৰ বিলাসৰ সামগ্ৰীৰ বিনিময়ত লৰাই ছোৱালীক কেনেদৰে শোষণ কৰিলে, সেই বিষয়ে নেজানোঁ।

এই তাৰিখ ৰখা, ডেটিং প্ৰথাৰ বিষয়ে আৰু একেষাৰ কথা লক্ষ্য কৰিবলগীয়া। আমেৰিকাত পোনতে এই প্ৰথা পূৰ্ণ বয়সৰ ডেকা-গাভৰুৰ মাজত আৱদ্ধ আছিল। বৰ্ত্তমান ই চেঙেলীয়া লৰা-ছোৱালীৰ মাজতো বিয়পি পৰিছে। আনকি কোনো লৰা-ছোৱালীৰ ক্ষেত্ৰত আচলতে যৌৱনপ্ৰাপ্ত নোহোৱাকৈয়ো এই প্ৰথা বিয়পি পৰাৰ প্ৰমাণ আছে। সামাজিক দৃষ্টিকোণৰ পৰা এই ক্ষেত্ৰত এটা কথা বেয়া হৈছে: অন্তৰৰ আবেগ-অনুৰাগ, অনুভূতি প্ৰকৃততে সজাগ বা পূৰ্ঠ নোহোৱাকৈ তুপতীয়াৰ পৰা যৌন-কাৰ্য্যত লিপ্ত হোৱাটো শাৰীৰিক, মানসিক, সংস্কৃতিগত, সকলো দৃষ্টিকোণৰ পৰাই দোষণীয়। মৰমৰ বান্ধ নহলে কোনো যৌনকাৰ্য্যই কেতিয়াও তৃপ্তিদায়ক অভিজ্ঞতা হব নোৱাৰে। সমুদ্ৰবাহী জাহাজৰ কোনো কোনো নাবিকৰ 'ৰবৰৰ কইনা' আছে। ৰবৰৰ কইনাই—য'ত জীৱন্ত চেনেহৰ পৰিচয় নাই—আচল যৌন-তৃপ্তি জানো দিব পাৰে?

আমেৰিকাৰ যুক্তৰাষ্ট্ৰত আজি প্ৰণয়মুক্ত হোৱাৰ কাৰণেই হওক বা আন কিবা কাৰণেই হওক, বিবাহৰ বয়স ক্ৰমাৎ তললৈ নামি আহিছে। আমেৰিকাৰ নাৰীৰ শতকৰা পঞ্চাছ গৰাকীৰ আজি উনৈশ বছৰ পূৰ নৌ হওঁতেই বিয়া হয়। এই বিষয়ে 'সাগৰ দেখিছা' ভ্ৰমণ-কাহিনীত উল্লেখ আছে। আজি মাথোন কেইদিন মান আগতে ইংলণ্ডৰ নাৰী-পুৰুষৰ ক্ষেত্ৰতো বিবাহৰ বয়স ওঠৰ বছৰলৈ নিম্নগামী

কৰা হৈছে। এতিয়া আৰু কোনো লৰা-ছোৱালীয়ে বৈবাহিক সম্বন্ধ স্থাপন কৰাৰ অৰ্থে একৈশ বছৰ বয়সলৈকে বোন্দাপৰ দি থাকিব নেলাগে। স্বাস্থ্য-বৈজ্ঞানিক সকলৰ মতে বৈবাহিক জীৱন প্ৰকৃততে সাৰ্থক হবলৈ হলে ছোৱালীৰ কুৰি আৰু বাইশ বছৰৰ ভিতৰত, লৰাৰ ছাব্বিশ আৰু আঠাইশ বছৰৰ ভিতৰত বিয়া হোৱাটো উচিত। এয়া হৈছে পছিমীয়া আদৰ্শ। এওঁলোকৰ মতে ছোৱালী কুৰি বছৰৰ পিছত আৰু লৰা ছাব্বিশ বছৰৰ পিছতহে পূৰ্ণ হয়। মুক্তপ্ৰণয়ৰ প্ৰচলনৰ জৰিয়তে আমেৰিকাত এই আদৰ্শৰ উলঙ্ঘন কৰা হৈছে। এনেধৰণৰে জীৱনৰ বিষয়ে অনভিজ্ঞ লৰা-ছোৱালীৰ কম বয়সৰ বিবাহকাৰ্য্যই আমেৰিকাৰ পৰিয়াল-জীৱনৰ স্থিৰতাৰ ওপৰত আঘাত কৰিছে। এই কাৰণেই এইখন দেশত বিবাহ-বিচ্ছেদ অধিক পৰিমাণে হয়। এইখিনিতে বছৱেলৰ 'লাইফ অৱ জনসন্' বোলা কিতাপখনৰ পৰা ডক্টৰ চেমুৱেল জনসনে কোৱা কথা এবাৰ উদ্ধৃত কৰিব খুজিছোঁ: "I believe that marriage would in general be as happy and often more so if they were all made by the lord Chancellor upon a due consideration of the characters and circumstances, without the partners having any choice in the matter."

বিবাহ-জীৱন কেনেকৈ সুখী কৰিব পাৰি, এইবিষয়ে পৰামৰ্শৰ অন্ত নাই। টাৰনাৰ বোলা লেখক এজনৰ 'এ হিষ্ট্ৰি অৱ্ কোৰ্টিং' নামৰ কিতাপ খনত আছে: আমেৰিকাত বিজ্ঞান-অনুমোদিত উপায়-পদ্ধতি দিবৰ কাৰণে 'চাইন্টিফিক্ ইনট্ৰ'ডাকচন্ চাৰ্ভিছ' নামৰ নানাধৰণৰ অনুষ্ঠান আছে। যোৱা মহাসমৰৰ অন্তত ইংলণ্ড আৰু ইউৰোপৰ নানা দেশত এনে অনুষ্ঠানৰ উদ্ভৱ উভৈনদী ভাবে হোৱাৰ প্ৰমাণ আছে। কেৱল ইংলণ্ডতেই এনেধৰণৰ পঞ্চাছটা অনুষ্ঠান আছে। বহুতেই ধাৰণা কৰে, নাৰীক তৃপ্তি দিব পৰাকৈ যৌনকাৰ্য্য সমাধা কৰিব পাৰিলেই বৈবাহিক জীৱন সুখৰ হবলৈ বাধ্য। যৌনকাৰ্য্য কেনেকৈ তৃপ্তিদায়ক কৰিব পাৰি, এই বিষয়ে বাৎসায়নৰ 'কাম-শাস্ত্ৰ' বোলা পুথিখনৰ পৰা আৰম্ভ কৰি আজি পৰিমিত ভালেমান কিতাপ ওলাইছে। কোনটো পদ্ধতিৰে যৌন-কাৰ্য্যত ৰত হলে নাৰীয়ে পৰম তৃপ্তি পায় আৰু কোনটো পদ্ধতিত পুৰুষে পৰম তৃপ্তি পায়, এনেবোৰ কথাৰ আলোচনাৰে



উভৈনদী হৈ থকা তৰহে তৰহে কিতাপ আছে। ইয়াৰে ভালেমান পঢ়িছোঁ। সেইবোৰৰ বৰ্ণনা দি এই কিতাপখন লেতেৰা কৰিব খোজা নাই। কিন্তু একেষাৰ কথা কব খোজোঁ: কেৱল যৌনকাৰ্য্যৰ চৰম সাৰ্থকতাই যে বৈবাহিক জীৱন সুখী কৰে, সেইষাৰ কথা বৰ শুদ্ধ নহয়। বৈবাহিক জীৱন কেৱল যৌনকাৰ্য্যৰ জীৱনেই নহয়। ইয়াৰ পৰিসৰ বহল। বৈবাহিক জীৱন সুখৰ কৰিবলৈ হলে বহু দিশৰ পিনে লক্ষ্য ৰখাটো উচিত। এই বিষয়ে ইবছেনে সুস্পষ্ট অভিমত দি গৈছে।

বৈবাহিক জীৱন সুখৰ কৰা মানসেৰে কোনো কোনোৱে এনেদৰে পৰামৰ্শ আগবঢ়ায়: (১) বিবাহ-সম্বন্ধ নিৰূপণ পিতৃ-মাতৃৰ দ্বাৰা হোৱা উচিত—এই ক্ষেত্ৰত লৰা-ছোৱালীৰ মত বা অমতৰ কথা উঠিব নোৱাৰে। এইবিষয়ে লৰা-ছোৱালীৰ সৈতে কোনো আলোচনাৰ প্ৰয়োজন নাই বুলিও কোনো কোনোৱে কয়। (২) বিবাহৰ সম্বন্ধ নিৰূপণ পিতৃ-মাতৃৰ দায়িত্ব, সঁচা কথা। পাত্ৰ বা পাত্ৰীৰ নিৰ্ব্বাচন পিতৃ-মাতৃয়েই কৰিব। নিৰ্ব্বাচন হৈ যোৱাৰ পিছত, পাত্ৰই হওক বা পাত্ৰীয়েই হওক, তেওঁলোকৰ সমৰ্থন লব। এই সমৰ্থন গ্ৰহণ নকৰাকৈ বিবাহ সমাপণ হব নোৱাৰে। আন কোনো কোনোৱে কয়: (৩) পাত্ৰই হওক বা পাত্ৰীয়েই হওক, নিৰ্ব্বাচন কৰিব ডেকা-গাভৰুৱে নিজে। নিৰ্ব্বাচনৰ অন্তত প্ৰয়োজন অনুসৰি তেওঁলোকে অনুমোদন বিচাৰিব পিতৃ-মাতৃৰ। মই ভাবোঁ, এনে নিয়মৰ জৰিয়তে দুটা ঘটনাৰ যেই সেই এটা ঘটিব পাৰে। পিতৃ-মাতৃৰ অনুমোদন নেপালে, সেইখিনিতে লৰা-ছোৱালীৰ প্ৰণয়ৰ অন্ত পৰিব নাইবা পিতৃ-মাতৃৰ অবাধ্য হৈ প্ৰণয়ৰ জয়গান গাই সিহঁত নিৰুদ্দেশ হব। এই দুটা উপায়ৰ বাহিৰে আন উপায় নাই। পিতৃ-মাতৃৰ অনুমোদন নোহোৱাকৈয়ো ডেকা-গাভৰুৱে নিজৰ জীৱনৰ সিদ্ধান্ত নিজে কৰিব পাৰে।

এতিয়া প্ৰশ্ন হৈছে, এই উপদেশ সমূহৰ ভিতৰত কোনটো সবাতোকৈ উত্তম? মই ভবাত, পিতৃ-মাতৃ সকলোৱে সহযোগৰ মাজেদি পাত্ৰ-পাত্ৰী নিৰ্ব্বাচন কৰাটোৱেই হৈছে সবাতোকৈ উত্তম ব্যৱস্থা। যৌৱন-কালত মানুহৰ ধাৰণাই তীব্ৰতৰ ৰূপ লয়। বয়সৰ অভিজ্ঞতাই সেই তীব্ৰতা বহুখিনি হীনপ্ৰভ কৰে। দুয়োটাৰ মাজত ভাৱসাম্য স্থাপন কৰিব পৰাটোৱেই হৈছে নিটোল উপায়। এনেদৰে সম্পাদিত হোৱা

বিবাহ মধুৰ হবলৈ বাধ্য। ইয়াৰ জৰিয়তে বৈবাহিক জীৱন সুশৃঙ্খল হোৱাটো স্বভাৱসিদ্ধ। বিবাহ-জীৱনক ৰণৰ প্ৰস্তুতিৰ সৈতে ৰিজাব পাৰি। ৰণলৈ যাবলৈ হলে সৈনিকৰ বাবে প্ৰশিক্ষণৰ প্ৰয়োজন। সেইদৰে বৈবাহিক জীবন নিৰাপদ কৰাৰ উদ্দেশ্যেৰেও প্ৰশিক্ষণৰ প্ৰয়োজন। এই বিষয়ে পশ্চিমৰ কিছুমান দেশত শিক্ষা দিয়া হয়। উদাহৰণ স্বৰূপে ছভিয়েৎ ৰুছিয়াত এনে শিক্ষা প্ৰদান কৰাটো এক স্বভাৱসিদ্ধ বস্তু বুলি আজিও পৰিগণিত।

বৈবাহিক জীৱনৰ পৰা কি আশা কৰা যায়, তাৰ ওপৰতে যুৰীয়া জীৱনত সাঙোৰ খোৱা ব্যক্তিৰ সুখ দুখৰ কথা নিৰ্ভৰ কৰে। এজন ডেকাই বিবাহৰ পূৰ্ব্বে ফিল্ম আলোচনী সমূহত মনোনিৱেশ কৰি তেওঁৰ ভাবী-পত্নী দেখাত চিত্ৰ-তাৰকাৰ নিচিনা হব লাগিব, এনেদৰে ধাৰণা কৰিছিল। তেওঁৰ বিয়া যেতিয়া হৈ গ'ল, তেতিয়া দেখা গ'ল, পত্নী তেওঁৰ নাৰ্গিছো নহয়, মীনাকুমাৰীও নহয়। এতিয়া উপায় কি? চিত্ৰ-তাৰকাৰ সন্মোহন যদি তেওঁৰ যুৰীয়া জীৱনৰ আদৰ্শ হয়, তেতিয়া তেনেজন মানুহ অসুখী নহৈ উপায় নাই। সুখী হবলৈ হলে সেই সন্মোহন পৰিত্যাগ কৰিব লাগিব। সেই একেদৰে এগৰাকী যুৱতী ভাৰ্য্যাৰ পৰা এবাৰ শুনিছিলোঁ: "কুমাৰী কালত মই চুট-পেট পিন্ধা ডেকাৰ সপোন দেখিছিলোঁ। মনতে ভাবিছিলোঁ চাহাবী সাজ পিন্ধা দৰা পাম। পালোঁ, ধুতি-পাঞ্জাৰী পিন্ধা দৰা।" এই আক্ষেপ যদি তেওঁৰ ওৰেটো জীৱনত থাকি যায়, তেন্তে তেনে এজনী মানুহ অসুখী নহৈ উপায় নাই। গতিকে এনেবোৰ পূৰ্ব্ব-পৰিকল্পিত আদৰ্শ বৰ্জ্জন কৰাই কল্যাণজনক। অৱস্থাক গ্ৰহণ কৰি লব পৰাটো ডাঙৰ কথা।

যুৰীয়া জীৱনৰ জৰিয়তে নাৰী পুৰুষ উভয়েই বহুত বস্তু বিচাৰে। এনে ধৰণেৰে বহুত বস্তু বিচৰাৰ কাৰণেই পশ্চিমৰ দেশ সমূহত আজি বিবাহ-জীৱন প্ৰায়েই অসুখী হবলৈ বাধ্য হৈছে। আমাৰ প্ৰাচ্যৰ সমাজতো বহু বস্তু বিচৰা আদৰ্শ প্ৰৱেশ কৰিছে যদিও প্ৰাচ্যৰ স্বামী-স্ত্ৰী সাধাৰণতে অলপ বস্তুতে সন্তুষ্ট হয়। কাৰণ পুৰুষে বিচাৰে পত্নীৰ পৰা যৌন-সম্ভোগৰ সুবিধা আৰু সন্তান-সন্ততি; নাৰীয়ে বিচাৰে অৰ্থনৈতিক নিৰাপত্তা আৰু সামাজিক মৰ্য্যাদা। পশ্চিমৰ দেশসমূহত বৈবাহিক জীৱনৰ জৰিয়তে স্ত্ৰী-পুৰুষে ইমানবোৰ বস্তু বিচাৰে যে



আকাৰত বিস্তৃত হোৱাৰ উপৰিও সেইবোৰে জটিল আশা-আকাঙ্খাৰ ৰূপ নোলোৱাকৈও থকা নাই। বিবাহ জীৱনৰ জৰিয়তে পূৰ্ব্বৰাগৰ ৰোমাণ্টিক অনুৰাগ সঞ্জীৱিত কৰি ৰাখিব পৰাৰ ওপৰত বৈবাহিক জীৱনৰ শৃঙ্খলা আৰু সন্তুষ্টি যথেষ্ট পৰিমাণে নিৰ্ভৰ কৰে বুলি এওঁলোকে ধাৰণা কৰে। এনেধৰণৰ ধাৰণাৰ বিষয়ে লিন্ উটাঙৰ কোনোবা এখন কিতাপত পঢ়া মনত আছে: পূৰ্ব্বৰাগৰ সময়ত নাৰীৰ সৈতে যেনে ব্যৱহাৰ কৰা হয়, ঠিক তেনে ধৰণৰ ব্যৱহাৰ বৈবাহিক জীৱনতো কৰা উচিত। অৰ্থাৎ পূৰ্ব্বৰাগৰ সময়ত ছোৱালীজনী লৰাটোৰ কাষলৈ আহিলে, সি সাধাৰণতে তাইৰ হাতখনত ধৰে, চুলিত হাত বুলাই দিয়ে, সুবিধা পালে লাহেকৈ ওঁঠত ওঁঠ লগায়; এনেধৰণৰ কাৰ্য্য-সূচী বিবাহ-জীৱনতো সজীৱ কৰি ৰখা উচিত। তেতিয়াহে বৈবাহিক জীৱন সুখী হোৱাটো সম্ভৱ। এনেবোৰ কাৰ্য্যসূচী কেৱল নিশাৰ এন্ধাৰলৈ নথৈ দিনৰ পোহৰতো পালন কৰিব পাৰি। এয়ে হৈছে বৈবাহিক জীৱন সুখী কৰাৰ ক্ষেত্ৰত লিন্ উটাঙৰ লেখীয়া পণ্ডিতৰ অভিমত। এনে ব্যৱস্থাই কিমান দূৰ সুফল দিয়াটো সম্ভৱ, সেই বিষয়ে নেজানোঁ। বিবাহ-জীৱন সজীৱ কৰি ৰখাৰ ক্ষেত্ৰত ই যে এক প্ৰয়োজনীয় ব্যৱস্থা, সেই বিষয়ে সন্দেহ নাই। বিবাহ-জীৱন সুখী কৰি ৰখাৰ মানসেৰে এই ৰোমাণ্টিক আদৰ্শ আজি পছিমীয়া সমাজত প্ৰয়োগ কৰা হৈছে। সেই বুলি এই পদ্ধতি কিমানদূৰ কাৰ্য্যকৰী হোৱাটো সম্ভৱ, সেই বিষয়ে সন্দেহ। আমেৰিকাত দেখিছোঁ, স্বামীক মটৰ গাড়ী চলাই পত্নীয়ে অফিছত থবলৈ আহিছে, অফিছৰ দুৱাৰ মুখত নামি চুমা এটাৰে স্বামীয়ে পত্নীক বিদায় দিছে। সেই স্বামীয়েই আকৌ অফিছৰ ভিতৰ সোমায়েই অফিছত কাম কৰা তেওঁৰ চেক্ৰেটৰী ছোৱালীজনীক দীঘলীয়াকৈ এটা চুমা খাইছে। এই দ্বিতীয়টো চুমাত উষ্মা আছে, প্ৰথমটোত সিমান নাই। প্ৰথমটোত আছে এক নিৰ্জ্জীৱ কৰ্ত্তব্যবোধ। পত্নীয়েও সেইদৰে স্বামীক অফিছত নমাই থৈ বাটত কোনোবা পুৰুষ-বন্ধুক গাড়ীত তুলি লৈ কোনোবা ৰাজহুৱা উদ্যানৰ গছৰ তলৰ সেউজীয়া ঘাঁহনি ডৰাত বহি জীৱন-আৰাধনা কৰা কাৰ্য্যত ব্যস্ত হৈ পৰিছে। ছাত্ৰাৱস্থাত মোপাচাঁৰ গল্প এটাত পঢ়া একেষাৰ কথা মনত পৰিছে—লুকাই চুৰকৈ কাৰোবাক এটা চুমা খোৱাটো বৈবাহিক জীৱনৰ জৰিয়তে

স্বামীয়ে পত্নীক খোৱা এশটা চুমাতকৈ অধিক তৃপ্তিদায়ক, মাদকতাপূৰ্ণ। পছিমীয়া সকলৰ মতে বিবাহৰ ৰোমাণ্টিক ভিত্তি সজীৱ কৰি ৰাখিব পৰাটোতকৈ কৰ্ম্মব্যস্ত পৃথিবীত শ্ৰান্ত পুৰুষ-মহিলাৰ কাৰণে উপাদেয় একো বস্তু নাই। প্ৰকৃততে বৈবাহিক জীৱনতহে শ্ৰান্ত মানুহৰ কাৰণে শান্তি আছে। বৈবাহিক জীৱন শান্তিৰ মৌকোহ। ইয়াৰ ভিত্তি ৰোমাণ্টিক প্ৰণয়। পছিমীয়া সমাজে বিবাহৰ বিষয়ে এনে ধৰণৰে ধাৰণা কৰে।

প্ৰাচ্যৰ ঐতিহ্য হৈছে পুৰুষধৰ্ম্মী। সমসাময়িক পছিমীয়া সমাজৰ ঐতিহ্য হৈছে ঘাইকৈ নাৰীধৰ্ম্মী। পুৰুষ-প্ৰধান সমাজত পৰিয়ালৰ সকলো কৰ্তৃত্ব পুৰুষৰ হাতত ন্যস্ত আছিল; পুৰুষ হৈছে কৰ্তৃত্বৰ প্ৰতীক আৰু প্ৰতিনিধি। নতুন গণতান্ত্ৰিক আদৰ্শ বিস্তৃতি লাভ কৰাৰ লগে লগে পুৰুষ-কৰ্তৃত্ব বিকেন্দ্ৰীকৃত হৈ পৰিয়ালৰ সকলোৰে মাজত এনে পদ্ধতিৰ দ্বাৰা উদ্ভৱ হোৱা সুযোগ-সুবিধা বিতৰণ কৰা হৈছে। পছিমীয়া সমাজত এই বিকেন্দ্ৰীকৃত সুযোগ-সুবিধাৰ পৰিয়ালৰ নাৰী-পুৰুষ উভয়ৰে মাজত সমভাবে বিতৰণ হোৱাৰ প্ৰমাণ আছে। এই বিষয়ে মোৰ ধাৰণা আদৰ্শ হিচাপে সৎ আৰু সুন্দৰ, কিন্তু কাৰ্য্যত এই ব্যৱস্থা বহুখিনি আহুকলীয়া। ব্যৱহাৰিক ক্ষেত্ৰত স্বামী-স্ত্ৰী স্বতন্ত্ৰীয়া হব পাৰে, কিন্তু এই আদৰ্শ যেতিয়া পৰিয়াল-জীৱনৰ আভ্যন্তৰীণ বিষয়বস্তুৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হয়, তেতিয়াই আহুকালৰ উৎপত্তি হয়। ক্ষমতা বিকেন্দ্ৰীকৰণৰ নামত সকৰে পৰা লৰা-ছোৱালী স্বতন্ত্ৰীয়া হবলৈ হলে বিপদ। নাৰীৰ কিছুমান নাৰীসুলভ গুণ আছে, সেইদৰে পুৰুষৰো কিছুমান পুৰুষসুলভ গুণ আছে। এই গুণসমূহ মথিমূৰ কৰি নাৰীক যদি পুৰুষ কৰা হয় আৰু পুৰুষক নাৰী কৰা হয়, তেতিয়াই আহুকাল। নাৰী ভীম হব নোৱাৰে; এনে হবলৈ যোৱাটো বিপজ্জনক। সেইদৰে পুৰুষ দ্ৰৌপদী হব নোৱাৰে। প্ৰত্যেকৰে একোখন সুকীয়া পথাৰ আছে। এইযাৰ কথা বিস্মৃত হলেই বিপদ। পুৰুষৰ কৰ্তৃত্বৰ অভাৱ হলে পৰিয়াল-জীৱন কেতিয়াও নিয়াৰিকৈ পৰিচালিত হব নোৱাৰে। পৰিয়াল অৰাজক হব, এইটো জানো মাৰাত্মক কথা নহয়?

ওপৰত লৰা-ছোৱালীৰ কথা উল্লেখ কৰিছোঁ। যিখন ঘৰত শৃঙ্খলা নাই, সেইখন ঘৰৰ সতি-সন্ততি উচ্ছৃঙ্খল হোৱাটো তেনেই স্বাভাৱিক।



পুৰুষেই হওক বা স্ত্ৰীয়েই হওক, সৰু কালছোৱা নিয়ম শৃঙ্খলাৰ জৰিয়তে যাপন কৰা জনহে প্ৰাপ্ত বয়সত শৃঙ্খলাজ্ঞান সম্পন্ন হোৱাটো সম্ভৱ। নাগৰিকৰ শৃঙ্খলাজ্ঞান অব্যাহত ৰখাৰ উদ্দেশ্যৰে ৰাষ্ট্ৰই আইন প্ৰণয়ন কৰে। কেৱল ৰাষ্ট্ৰীয় আইনেই সমাজ সুশৃঙ্খল কৰিব নোৱাৰে। সমাজ সুশৃঙ্খল কৰিবলৈ হলে ব্যক্তিৰ মনৰ আইন এখনো প্ৰয়োজন। এই আইন সমাজৰ সংস্কৃতি-ঐতিহ্যই নিৰূপণ কৰা বস্তু।

আইন কৰ্তৃত্বৰ পৰিচায়ক। লৰা-ছোৱালীৰ ওপৰত পৰিয়ালৰ কৰ্তৃত্ব থকা উচিত। এই কৰ্তৃত্ব বিনাশ কৰিবলৈ যত্ন কৰাৰ উদ্দেশ্য হৈছে ভৱিষ্যতৰ বাবে উশৃঙ্খল জীৱনক আদৰণি জনোৱা। সাম্প্ৰতিক দৃষ্টিকোণৰ পিনৰ পৰা এনে অৰিহনা মাৰাত্মক বস্তু। ওপৰত উল্লেখ কৰা কথাখিনিৰ জৰিয়তে বৰ্ত্তমানৰ সমাজ যে পিতৃপ্ৰধান সমাজ-ব্যৱস্থাৰ আদৰ্শলৈ প্ৰত্যাৱৰ্ত্তন কৰাটো উচিত, সেইযাৰ কথা কব খোজা নাই। পুৰুষ-প্ৰধান সমাজৰ যি কঠোৰতা বা নৃশংসতা, সেই নৃশংসতা বা কঠোৰতাৰ পুনৰাবৃত্তি নকৰাকৈয়ো স্বামীয়ে পত্নীৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিব পাৰে। সেইদৰে পিতৃ-পুৰুষেও সন্তানৰ ওপৰত, পৰিয়ালৰ লৰা-ছোৱালীৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰাটো সম্ভৱ। কৰ্তৃত্বশীলতা কেতিয়াও কঠোৰতাৰ ৰূপান্তৰ হব নোৱাৰে। পশ্চিমৰ সমাজত পুৰুষৰ ক্ষমতা বহুদূৰ খৰ্ব্ব হৈছে। ক্ষমতাই মানুহক কেতিয়াও কৰ্তৃত্ব প্ৰদান নকৰে। এই ক্ষমতা কেনেকৈ প্ৰয়োগ কৰা হয়, তাৰ ওপৰতহে কৰ্তৃত্বৰ স্বৰূপ বহুখিনি নিৰ্ভৰ কৰে। যি উদ্দেশ্য কেৱল কঠোৰতা প্ৰয়োগ কৰি সাধিব নোৱাৰি, সেই উদ্দেশ্য স্নেহৰ জৰিয়তে সাধন কৰাৰ উদাহৰণ সমাজত বহুতো আছে।

আচলতে বিবাহ বস্তুটো কিহৰ ওপৰত নিৰ্ভৰ কৰে? সম্পূৰ্ণৰূপে ই দুটা আত্মাৰ মানবীয় সম্বন্ধৰ ওপৰত নিৰ্ভৰ কৰে বুলি ভাবোঁ। দুটা ব্যক্তি, দৈহিক গঠনৰ পিনৰ পৰা সুকীয়া, দৃষ্টিভঙ্গী আৰু অন্তৰ-বস্তুৰ পিনৰ পৰাও সুকীয়া, এনে এক বিভিন্নতাৰ মাজত সমন্বয় স্থাপন, সমলয়ী ঐক্যতান সাধন, এয়ে জানো বৈবাহিক জীৱনৰ ঘাই স্পন্দন নহয়? ইটোৱে সিটোক নিৰাপত্তা দিয়াৰ উপৰিও দুজনৰ যুৱীয়া জীৱনৰ জৰিয়তে যি নতুন জীৱনৰ সৃষ্টি হয়, সেই নতুন জীৱনক নিৰাপত্তা দিয়া উদ্দেশ্য হৈ পৰে এই দুজন ব্যক্তিৰ, অৰ্থাৎ পিতৃ-মাতৃৰ

যুৱীয়া জীৱনৰ সুৰ স্পন্দন। সৎ আদৰ্শৰে সকতে পিতৃ-মাতৃয়ে লৰা-ছোৱালীৰ জীৱন যেনেকৈ উদ্ভাসিত কৰা উচিত—প্ৰয়োজন হলে নিয়মীয়া কৰ্ত্তব্য পালনৰ জৰিয়তে—সেইদৰে স্নেহৰ জৰিয়তে লৰা-ছোৱালীক সংযত কৰা উচিত। পিতৃমাতৃৰ স্নেহ পালে লৰা-ছোৱালী মেধাসম্পন্ন হয় বুলি ডেকাকালত কোনোবা এখন কিতাপত পঢ়া মনত পৰে। লৰা-ছোৱালীয়ে পিতৃ-মাতৃৰ জীৱনৰ জৰিয়তে ভৱিষ্যত জীৱনৰ আদৰ্শৰ সঁহাৰি পায়।··· ···পুৰুষৰ মনত এটা নীৰৱ আকাঙ্খা থকাৰ কথা বহু মনস্তত্ববিদে উল্লেখ কৰিছে। এই আকাঙ্খা হৈছে আনৰ স্নেহৰ পৰা বঞ্চিত নোহোৱাটো। অৰ্থৎ পুৰুষে সদায় মৰম স্নেহ বিচাৰে। সৰুতে মৰম বিচাৰে মাকৰ পৰা, ডাঙৰ হৈ বিচাৰে পত্নীৰ পৰা। এইষাৰ কথা নাৰীৰ ক্ষেত্ৰতো প্ৰযোজ্য। পুৰুষ চিৰশিশু। তাহানি 'ৰ'মেন' বোলা কিতাপ এখন পঢ়িছিলোঁ। এই কিতাপখনৰ উল্লেখ 'এই গাঁও এই গীত' বোলা পুথিত কৰিছোঁ। 'ৰমেন' বোলা কিতাপখনত উল্লেখ আছে: বিশেষজ্ঞ এজনে কেইবাগৰাকী নাৰীৰ যৌন-জীৱনৰ অভিজ্ঞতাৰ তথ্য গ্ৰহণ কৰিছিল। এই নাৰীসকলৰ ভিতৰৰ এগৰাকীয়ে বিশেষজ্ঞজনক এইবুলি কৈছিল: "মোৰ স্বামী যেতিয়া যৌন-কাৰ্য্যত ৰত হয়, তেতিয়া তেওঁলৈ কেঁচুৱা এটালৈ মৰম লগা দি মোৰ মৰম লাগে।" এই কথাষাৰ বিশেষজ্ঞজনে আৰু কেইবা-গৰাকী নাৰীক সুধি চাইছিল। এনে অনুভূতিৰ উদয় হয় বুলি তেওঁলোকেও স্বীকাৰ কৰিছে। পুৰুষে বিচাৰে নাৰীৰ মৰম, নাৰীয়েও বিচাৰে পুৰুষৰ মৰম। বিবাহ-জীৱন হৈছে ব্যক্তিৰ, লৰা-ছোৱালীয়েই হওক বা পুৰুষ-মহিলায়েই হওক, আশ্ৰয়থলী। স্থায়ী জিৰণি ঘৰ। আজিৰ মানুহে এইষাৰ কথাৰ বিষয়ে বিস্মৃত হৈছে, প্ৰাচীন ঐতিহ্যৰ কথা পাহৰি গৈছে, সেইখিনিতেই আহুকাল। এইবিষয়ে বৰ্চাৰ্ড আৰু বল্ নামৰ দুজন লেখকে একেষাৰ সুন্দৰ কথা কৈছে: "The chief trouble with modern man's thinking is that he has not read the minutes of the last meeting.'

বহুতেই বিবাহৰ একমাত্ৰ উদ্দেশ্য য়ৌন-তৃপ্তি বুলি ধাৰণা কৰে। এই যৌন-উগ্ৰা থাকে কেইদিন? সেইষাৰ কথা আমি পাহৰি যাওঁ। গান্ধীজী অসামান্য ব্যক্তি আছিল। তথাপি এই ক্ষেত্ৰত গান্ধীজীৰ



একেষাৰ কথা উল্লেখ কৰিব খুজিছোঁ। গান্ধীজীয়ে কৈছিল: "It is not proved to my satisfaction that sexual union in marriage is in itself good and beneficial." এইষাৰ কথা যেতিয়া ডেকাকালত পঢ়োঁ, তেতিয়া ভাবিছিলোঁ, বেচেৰা বুঢ়াই মানুহৰ স্বাভাৱিক যৌন-আকাঙ্খাৰ কথা উপলব্ধি কৰিব পৰা নাই। এতিয়া বুজিছোঁ, যৌন-সন্মোহনেই বৈবাহিক জীৱনৰ একমাত্ৰ সন্মোহন নহয়। দুটা ভগবান প্ৰদত্ত বিভিন্ন প্ৰকৃতিৰ মানুহৰ যুৱীয়া জীৱন প্ৰকৃততে আকৰ্ষণীয় কৰি তুলিবলৈ হলে যৌন-সন্মোহনৰ বাহিৰেও আৰু বহুত বস্তুৰ প্ৰয়োজন। গান্ধীজীয়ে যৌন-জীৱনক অস্বীকাৰ কৰিব খুজিছিল; এনে চেষ্টা মানৱ-প্ৰকৃতি বিৰোধী; গান্ধীজীয়ে এনেদৰে মন্তব্য কৰাৰ নিশ্চয় কিবা গুৰুত্বপূৰ্ণ অৰ্থ আছে। কিছুমানৰ কাৰণে যৌন-তৃপ্তিয়েই একমাত্ৰ তৃপ্তি। এইষাৰ কথা আমাৰ দেশৰ মানুহৰ ক্ষেত্ৰত অধিক ভাবে সঁচা। এই কাৰণেই আমাৰ সমাজত জন-সংখ্যা বৃদ্ধিৰ সমস্যা ইমান উৎকট ভাবে প্ৰকাশ পাইছে। বাৰট্ৰাণ্ড ৰাছেলৰ মতে যিবোৰ সমাজত ক্লাৱ, খেল-ধেমালি, এনেবোৰ উপভোগ-জীৱনৰ বস্তু আছে, সেইবোৰত জন্মৰ হাৰ কম। যিবোৰত নাই, সেইবোৰত বেছি। কাৰণ, এনেবোৰ উপভোগৰ সুযোগ-সুবিধাৰ পৰা বঞ্চিত পুৰুষৰ কাৰণে নিজৰ পত্নীয়েই হৈছে একমাত্ৰ উপভোগৰ থলী। এইকাৰণেই সম্ভৱতঃ আমাৰ শিক্ষক শ্ৰেণীৰ মাজত লৰা-ছোৱালীৰ জন্মৰ হাৰ অধিক। সাধাৰণতে মানুহে কোৱা শুনিছোঁ: 'শিক্ষকৰ লৰা-ছোৱালী সৰহকৈ হয়। ইয়াৰ কাৰণ বিচাৰি বেছি দূৰ যাব নেলাগে। ইয়াৰ উপৰিও আৰু এটা কাৰণ আছে। প্ৰত্যেক ভাৰতীয়ৰ জীৱন হৈছে অভাৱগ্ৰস্ততাৰ কাৰণে পৰাভূত। গতিকেই তেওঁৰ মনস্তত্বই বিচাৰে কাৰোবাৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিবলৈ। নিজৰ পত্নীৰ বাহিৰে এই প্ৰাধান্য বিস্তাৰ কৰিবলৈ পৰাভূত মানুহৰ কাৰণে আন উপায় নাই। এওঁলোকৰ মনস্তত্বই কাম কৰে কেনেকৈ? নাৰীৰ ওপৰত যৌন-অত্যাচাৰ কৰাৰ জৰিয়তে নিজৰ প্ৰাধান্য সাব্যস্ত কৰাৰ মনোভাবৰ যোগেদি। আমাৰ সমাজত আছে শ্ৰম; সেই শ্ৰমৰ বিনিময়ত পাবলৈ একোৱেই নাই। আমাৰ সমাজত আছে দাৰিদ্ৰ্য, দুৰ্ভিক্ষ, কষ্ট, পৰাজয়। এনে অৱস্থাত ভাৰতীয় মানুহৰ মনস্তত্ব বেদনাক্লিষ্ট হোৱাটো তেনেই স্বাভাৱিক।

এইখিনিতে আৰু এবেষাৰ কথা লক্ষ্য কৰা উচিত হব। কৃষিজীৱী সমাজত মানুহৰ বিয়া কম বয়সতে হয়। ইয়াৰ কাৰণ কি? পৰিয়ালত আৰু এগৰাকী গাভৰু ছোৱালী যোগ হোৱা মানে পথাৰত শ্ৰম কৰিবলৈ আৰু এগৰাকী মানুহ যোগ হ'ল। আনহাতে আজিৰ শিল্পজাত অৰ্থ-নীতিৰ প্ৰাদুৰ্ভাৱে সমাজত বিবাহৰ সংখ্যা যেনেকৈ হ্ৰাস কৰিছে, তেনেকৈ বিবাহৰ বয়সো বৃদ্ধি কৰিছে, কেৱল লৰাৰ ক্ষেত্ৰতে নহয়, ছোৱালীৰ ক্ষেত্ৰতো। এনে পৰিৱৰ্ত্তনৰ ঘাই কাৰণ হৈছে নাৰীৰ বৃদ্ধিপ্ৰাপ্ত অৰ্থনৈতিক মুক্তি। অৱশ্যে এনে ধৰণৰ পোনপটীয়া কাৰণৰ বাহিৰেও বিবাহ-জীৱনৰ প্ৰতি মানুহৰ অভিলাস ক্ৰমাৎ হ্ৰাস পাই অহাৰ আন কাৰণো আছে। এইখিনিতে এজন সমাজ-বুৰঞ্জীৰ পণ্ডিতৰ একেষাৰ কথা উদ্ধৃত কৰিব খুজিছোঁ: "By the general diffusion of education and culture, by the increase of commerce and wealth, the tastes of men and women have become widened, their desires multiplied, new gratifications and pleasures are supplied to them. By the increase of the gratification of existence the relative share of them which married life affords has become just so much less."

বৰ্ত্তমান যুগত বাহিৰৰ পৃথিৱীখনে যিমান সা-সুবিধাৰ যোগান ধৰিবলৈ সমৰ্থবান হৈছে, ইয়াৰ বিজনিত বিবাহ-জীৱনৰ সীমাবদ্ধ জগতখনে সিমান সুযোগ-সুবিধা সাব্যস্ত কৰিবলৈ অপাৰগ। আনহাতে সভ্যতাই থুনুকা নাৰী-সৌন্দৰ্য্যক নতুন জীবন দিছে। ফুল একোপাহ জাতিকাৰ হোৱাৰ দৰে যৌবন-কালত নাৰী-সৌন্দৰ্য্য যদিও অপৰিসীম-ভাবে মনোমোহা হৈ উঠে, তথাপিও যি ক্ষীপ্ৰতাৰে নাৰীৰ সৌন্দৰ্য্য মৰহে, তেনেদৰে পুৰুষৰ সৌন্দৰ্য্য ম্লান নহয়। নাৰীৰ যৌৱন, সৌন্দৰ্য্য খন্তেকীয়া, স্থায়িত্বৰ পিনৰ পৰা পুৰুষৰ সৌন্দৰ্য্য কিছুদূৰ দীঘলীয়া। অৱশ্যে কোনো কোনো নাৰীয়েও যে যৌবন আৰু সৌন্দৰ্য্য একেবাৰে উঁৱলি যাবলৈ নিদিয়াকৈ ধৰি ৰাখিবলৈ আজি সমৰ্থবান হৈছে, তাৰ গুৰিতে বৰ্ত্তমানৰ সভ্যতাৰ বৰঙণিৰ কথা অস্বীকাৰ কৰাটো বৰ শুদ্ধ কথা নহয়। স্ত্ৰী পুৰুষৰ যৌন-জীৱনৰ ওপৰত বিবাহ জীৱনে সমাজ সমৰ্থনৰ মোহৰ মাৰে যদিও উদ্দেশ্য স্বৰূপে এনেধৰণৰ লক্ষ্য গৌণ নহয়।



সঁচা কথা, আংশিক ভাৱে হলেও বিবাহৰ লক্ষ্য হৈছে সন্তান জন্ম দিয়া আৰু সেই সন্তানক লালন পালন কৰি বয়সপ্ৰাপ্ত কৰা। কেৱল যৌন-আচৰণ সুনিশ্চিত আৰু সুশৃঙ্খল কৰাৰ বাবেই বিবাহৰ আয়োজন, এনে কথা হব পাৰে কেনেকৈ? বিবাহ-বন্ধন নহলেও নাৰী-পুৰুষৰ যৌন-আচৰণ সম্ভৱ হব পাৰে। এনে কিছুমান সমাজ আছে, য'ত অবিবাহিত স্ত্ৰী পুৰুষৰ যৌনকাৰ্য্যক দোষণীয় বুলি পৰিগণিত কৰা নহয়; এনে মুক্ত যৌন-আচৰণৰ জৰিয়তে নাৰীৰ যদি গৰ্ভধাৰণ হয়, তেতিয়াহে সেই যৌনকাৰ্য্য নিন্দনীয় হয়।

নাৰী পুৰুষৰ বিবাহ-পূৰ্ব্বৰ যৌন-আচৰণক বহুতেই বিবাহৰ পৰিৱৰ্ত্তিত ব্যৱস্থা বুলি ধাৰণা নকৰে। এনেদৰে ধাৰণা নকৰাটো স্বাভাৱিক কথা। বিবাহৰ এক আনুষ্ঠানিক মূল্য আছে। ইয়াৰ ভিত্তি স্বভাৱসিদ্ধ। এই মূল্য, মৰ্য্যাদা বা স্বীকৃতি জানো সাময়িক অবিবাহিত জীৱনৰ যৌন-সম্বন্ধৰ জৰিয়তে প্ৰতিফলিত হোৱাটো সম্ভৱ? এনে সমাজো আছে, যিবোৰত বিবাহৰ পূৰ্ব্বৰ যৌন-অভিজ্ঞতাৰ জৰিয়তে আচল বিবাহ-জীৱনৰ যৌন-অভিজ্ঞতাৰ পাতনি মেলা হয়। এই সকলৰ মতে এনেধৰণৰ বিবাহ-পূৰ্ব্বৰ অভিজ্ঞতা বিবাহ-জীৱনৰ নতুন অভিজ্ঞতাৰ প্ৰস্তুতি আৰু আগজাননী। এওঁলোকৰ ধাৰণা, বিবাহ-পূৰ্ব্বৰ যৌন-অভিজ্ঞতাই বিবাহ-জীৱনৰ যি স্বাভাৱিক যৌন-অভিজ্ঞতা, সেই অভিজ্ঞতাক মাৰ্জ্জিত আৰু শানিত কৰে; ইয়াৰ খহটা অনুলিপি আঁতৰাই নিমজ কৰে। এনেধৰণৰ আগতীয়া অভিজ্ঞতা থকা মানুহেহে বিবাহৰ বাবে পাত্ৰ-পাত্ৰীৰ নিৰ্ব্বাচন স্থিৰ মগজুৰে কৰিবৰ কাৰণে সক্ষম। এনে অভিজ্ঞতাসম্পন্ন মানুহে পাত্ৰ-পাত্ৰীৰ পৰম্পৰ ব্যক্তিত্বৰ বিচাৰ কেনেদৰে কৰিব লাগে, সেই বিষয়ে জানে। এনে নিৰ্ব্বাচনৰ বাবে যৌনবস্তুক যে একমাত্ৰ মানদণ্ড স্বৰূপে গ্ৰহণ কৰিব লাগিব, সেইষাৰ কথা বৰ বেচি শুদ্ধ নহয়। বিবাহ-পূৰ্ব্বৰ যৌন-অভিজ্ঞতাৰ কথা স্মৰণ কৰি মেলিনোস্কীয়ে এনেদৰে মন্তব্য কৰিছে: "It often leads youths and girls to exercise a marital choice based on attraction of personality rather than on sexual appeal."

বিবাহ-জীৱনৰ অৰ্থ বিবাহ-পূৰ্ব্বৰ পাৰস্পৰিক ৰোমাণ্টিক প্ৰণয়-আসক্তিৰ অৱসান নহয়। যৌবনকালত দেখা দিয়াৰ দৰে উগ্ৰৰূপত

বিবাহ-জীৱনৰ জৰিয়তে যৌন-উন্মাদনা প্ৰতিফলিত হোৱাটো স্বাভাৱিক নহলেও ই যে একেবাৰে নিশ্চিহ্ন হৈ যায়, সেইষাৰ কথা সঁচা নহয়। বিবাহ-পূৰ্ব্বৰ প্ৰণয়-আসক্তি সন্ধ্যা, ললিতা, কান্তা—এই তিনিখন জীয়ৰী জলপ্ৰপাতৰ লেখীয়া চেলেপু, উচ্ছৃঙ্খল, অসংযত; যেতিয়া বিবাহ-বন্ধনলৈ ৰূপান্তৰিত হয়, তেতিয়া ইয়াৰ স্বৰূপো সলনি হয়। বিবাহ-জীৱনৰ আচল উদ্দেশ্য হৈছে যৌৱন-কালৰ উচ্ছৃঙ্খল, অসংযত প্ৰণয়-জীৱনৰ সমাধি ৰচনা। বিবাহ-জীৱনৰ প্ৰাণ-স্পন্দন হৈছে নাৰী-পুৰুষৰ পাৰস্পৰিক কৰ্ত্তব্যবোধ। বিবাহক কেন্দ্ৰ কৰি যিবোৰ নীতি-নিয়মৰ উদয় হৈছে, সেইবোৰৰ উদ্দেশ্যও হৈছে পাৰস্পৰিক কৰ্ত্তব্য-বোধৰ উদয়-সাধন। এই বিষয়ে ৱেষ্টাৰমাৰ্কে এনেদৰে কৈছে, বিবাহ কৃত্ৰিম বস্তু নহয়। ই হৈছে এটা অনুষ্ঠান। ইয়াৰ ভিত্তি হৈছে নাৰী-পুৰুষৰ মাজত অৱস্থিত গভীৰ প্ৰণয়-আসক্তি। সেইদৰে সন্তান-সন্ততিৰ প্ৰতি স্নেহ। এই অনুভূতিসমূহ যিমান দিন সতেজ আৰু সজীৱ হৈ থাকিব, সিমান দিনলৈকে বিবাহ-জীৱন নিকপকপীয়া হৈ থাকিব। আৰু যেতিয়াই এনেধৰণৰ পাৰস্পৰিক আবেগ-অনুভূতিৰ অন্ত পৰিব, তেতিয়াই বিবাহ-জীৱনৰো অন্ত পৰিব। ......এইখিনিতে প্ৰশ্ন হয়, তেন্তে উপায় কি? উপায় মাথোন এটাই; মৰ্য্যাদা হানিকৰ জীৱন এটা নিৰৱে বেদনা-গধুৰ অন্তৰেৰে সহি থকাতকৈ বিবাহ-বিচ্ছেদৰ আশ্ৰয় লোৱাটোৱেই কল্যাণকৰ। আজি তেনেই সাধাৰণ কথাতেই বিবাহ-বিচ্ছেদ হবলৈ ধৰিছে। সামাজিক দৃষ্টিকোণৰ পৰা ই সুবিধাজনক কথা নহয়। কোনো কোনো সমাজত কেনেকৈ অতি সামান্য কথাতে বিবাহ-বিচ্ছেদ হয়, সেই বিষয়ে 'সাগৰ দেখিছা' ভ্ৰমণ-কাহিনীত লেখিছোঁ।

সেইবুলি কাৰোবাৰ যেতিয়া বিবাহ-বিচ্ছেদ হয়, সেই বিবাহ-বিচ্ছেদ হবলৈ পালে কিয়, সেই বিষয়ে যুক্তিৰ পম খেদি উত্তৰ হোৱাটো শুদ্ধ কথা নহয়। এনিশা দিল্লীৰ এঠাইত কেইজনমান ৰাষ্ট্ৰদূত আৰু তেওঁলোকৰ পৰিবাৰ সকলৰ সৈতে একেলগে আহাৰ কৰিছিলোঁ। মোৰ ওচৰত ৰাষ্ট্ৰদূত এজনৰ ৰচকী পৰিবাৰ এগৰাকী বহিছিল। নানাকথাৰ মাজত এজনে—এওঁ অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ পৰা এম. এ. পাছ কৰা—এযোৰা স্বামী স্ত্ৰীৰ বিবাহ-বিচ্ছেদৰ কথা উল্লেখ কৰি



আক্ষেপ কৰিবলৈ ধৰিলে, "ছোৱালীজনী বৰ ধুনীয়া আছিল। মানুহজনো ভাল। সিহঁতৰ বিবাহ-বিচ্ছেদ হবলৈ পালে কেনেকৈ, ভাবি উৱাদিহ নেপাওঁ।" কথাষাৰ শুনি মোৰ ওচৰত বহা ৰচকী মহিলাগৰাকীয়ে এষাৰ অতি ধুনীয়া কথা কলে: "স্বামী-স্ত্ৰী দুজনৰ যেতিয়া বিবাহ-বিচ্ছেদ হয়, সেই বিবাহ-বিচ্ছেদ হবলৈ পালে কেনেকৈ বা কিয়, সেই বিষয়ে তেওঁলোকেহে কব পাৰে। আনে এই বিষয়ে সঠিকভাবে কেতিয়াও একো কব নোৱাৰে।" কথাষাৰে অন্তৰ মোৰ চুই গ'ল। অতি সঁচা কথা। কিন্তু এইষাৰ কথাও সঁচা, যিবোৰ বস্তুৱে বিবাহ-জীৱনক মাধুৰ্য্য প্ৰদান কৰে, সেইবোৰ বস্তুৰ যেতিয়া অভাৱ হয়, তেতিয়াই বিবাহ-বিচ্ছেদ সম্ভৱপৰ হয়।

সমাজ বিৱৰ্ত্তনৰ বুৰঞ্জী আদিমতম যুগ আগুৰি ক্ৰমাৎ আগবাঢ়ে। এই অগ্ৰগতিৰ পৰিণতি স্বৰূপে পিতৃপ্ৰধান সমাজৰ উদ্ভৱ হয়। পুৰুষৰ পৰিয়াল-জীৱনত আধিপত্য বৃদ্ধি ইয়াৰ ঘাই অনুপ্ৰেৰণা। পুৰুষ-প্ৰধান সমাজত এজন পুৰুষৰ পৰিয়ালৰ সমূহ নাৰী-সমাজৰ ওপৰত যে প্ৰাধান্য বিস্তাৰৰ কথা কোৱা হয়, সেইষাৰ কথা বৰ সঁচা নহয়; পুৰুষ একোজনৰ পৰিয়ালৰ আন পুৰুষ-সমাজৰ ওপৰতো আধিপত্য নবঢ়াকৈ নেথাকে। পৰিয়াল-জীৱনত বয়সস্থ কৰ্ত্তৃত্বশীল পুৰুষৰ স্থান অদ্বিতীয়, আমাৰ পৰিয়াল জীৱনত এইষাৰ কথা সুন্দৰকৈ প্ৰকাশ পোৱা দেখা যায়। পত্নীৰ ওপৰত স্বামীৰ স্বাভাৱিক আধিপত্য আৰু সেই স্বামীৰ ওপৰত পিতৃ বা পিতৃস্থানীয় আন কোনো পুৰুষৰ আধিপত্য, এনেকৈয়ে আমাৰ পৰিয়াল-জীৱন সংগঠিত হয়। পাশ্চাত্য সমাজ, য'ত যুটীয়া পৰিয়াল-ব্যৱস্থাৰ প্ৰচলন নাই, গাইগুটীয়া পৰিয়াল-ব্যৱস্থাহে প্ৰচলন আছে, তেনে সমাজত ইজন পুৰুষৰ সিজন পুৰুষৰ ওপৰত প্ৰাধান্যৰ কথা উঠিব নোৱাৰে। এইখিনিতে নাৰীৰ স্বাভাৱিক মনস্তত্বৰ কথা আহি পৰে। সাধাৰণতে একোগৰাকী নাৰী একোখন ঘৰৰ ৰাণী হব খোজে; শাহু, পেহীশাহু ইত্যাদিৰে ভৰপূৰ হৈ থকা পৰিয়াল-জীৱনত এনে এটা কথা সম্ভৱপৰ নহয়। পছিমীয়া সমাজত এই কাৰণেই যুটীয়া পৰিয়াল-ব্যৱস্থা নাই। আমাৰ সমাজত কিছুদূৰ আছে যদিও বৰ্ত্তমান বহুখিনি ইয়াৰ বান্ধ ঢুকলিছে।

এইখিনিতে আমি আৰু একেষাৰ কথা লক্ষ্য কৰা উচিত। পিতৃ-

প্ৰধান ব্যৱস্থা কেৱল যে আমাৰ দেশৰেই হৃৎপিণ্ড, এনে নহয়। ইয়াৰ প্ৰাধান্য প্ৰায় সমগ্ৰ এছিয়া অঞ্চলত পৰিব্যাপ্ত। মধ্যপ্ৰাচ্যৰ দাঁতি-কাষৰীয়া অঞ্চলসমূহ আগুৰি প্ৰশান্ত মহাসাগৰ পৰিবেষ্টিত ভূমিখণ্ড, জাপান পৰিমিত প্ৰশান্ত মহাসাগৰৰ দ্বীপপুঞ্জ, প্ৰায় হেজাৰ হেজাৰ বছৰ জুৰি এইছোৱা অঞ্চলত পিতৃ-প্ৰধান ব্যৱস্থাৰ প্ৰচলন হৈ আহিছে। নাৰীৰ ওপৰত পুৰুষৰ প্ৰাধান্য, ই পিতৃ-প্ৰধান সমাজ-ব্যৱস্থাৰ লক্ষণ।

আৰু এটা কথা লক্ষ্য কৰা উচিত; ওপৰত উল্লেখ কৰা ভূমিখণ্ডত পৃথিৱীৰ মুঠ জনসংখ্যাৰ প্ৰায় অৰ্দ্ধেকে বসবাস কৰে। বুৰঞ্জীৰ পম খেদি বিচাৰ কৰি চালে দেখা যায়, এই অঞ্চলত পিতৃ-প্ৰধান সমাজ-ব্যৱস্থা প্ৰায় চাৰি হেজাৰ বছৰ জুৰি প্ৰৱৰ্ত্তমান। অৱশ্যে এই অঞ্চলৰ দুইচাৰি পৰ্ব্বতীয়া জনজাতিৰ মাজত প্ৰাচীন মাতৃ-প্ৰধান সমাজ-ব্যৱস্থাৰ অৰ্থাৎ বহু-স্বামী প্ৰথাৰ যে কিছুদূৰ প্ৰচলন নাই, সেইষাৰ কথাও সঁচা নহয়। আনহাতে ভাবি চাবলৈ গলে, মানৱ-জীৱন আৰু সভ্যতা বিস্তাৰৰ যি বিস্তৃত স্ৰোতধাৰা, সেই স্ৰোতধাৰাৰ বুকুত প্ৰাচীন মাতৃ-প্ৰধান সমাজৰ ঢেঁউণি যে এক নগণ্য ঊৰ্ম্মি, সেইবিষয়ে সন্দেহ নাই। চমুকৈ কবলৈ গলে, সমগ্ৰ বিশ্বজুৰি মানৱ-সভ্যতাৰ যাই স্পন্দন হৈছে পিতৃমুখী। এইষাৰ কথা প্ৰাচ্যৰ ক্ষেত্ৰত অধিক সঁচা। পাশ্চাত্যৰ ক্ষেত্ৰতো যে ই কিছুদূৰ সঁচা, সেই বিষয়ে দ্বিমত হব নোৱাৰি। মানৱ-বুৰঞ্জীয়ে পিতৃ-প্ৰাধান্যক অতীজৰে পৰা গঢ় দি আহিছে। ই সভ্যতাৰ হাঁওফাঁও। এইষাৰ কথা উপলব্ধি নকৰিলে মানৱ-সভ্যতাৰ বুৰঞ্জী নিয়াৰিকৈ উপলব্ধি কৰিবলৈ টান। সভ্যতা আকাশত বিচৰণ কৰা গড়ুণ্ড পখী নহয়।

পিতৃ-প্ৰধান সমাজত পুৰুষব্যক্তি সকলো শক্তি আৰু সামৰ্থ্যৰ কেন্দ্ৰথলী। পৰিয়াল একোটাৰ তেৱেঁই হৰ্ত্তা-কৰ্ত্তা বিধাতা। সকলো নিয়ন্ত্ৰণ-দায়িত্ব এইজনা পুৰুষৰ হাতত ন্যস্ত। এনে সমাজ-ব্যৱস্থাত নাৰীৰ স্থান গৌণ, মুখ্য নহয়। এনে হোৱাটো স্বাভাৱিক কথা। এনে সমাজ-ব্যৱস্থাত নাৰীৰ অধোমুখী অৱস্থিতি। পিতৃ-প্ৰধান সমাজত সন্তান পিতৃৰ উপাধিৰে জনাজাত হয়। পিতৃৰ পৰিচয়ৰে একোজন ব্যক্তি জনাজাত হয়। ইয়াৰ উপৰিও পুত্ৰ-সন্তানে নৱ-পৰিণীতা পত্নীক নিজৰ পিতৃ-গৃহলৈ আনে। সেইখন ঘৰেই সেই গৰাকী নাৰীৰ নিজা ঘৰ হয়।



মাতৃ-প্ৰধান সমাজৰ স্বৰূপ ইয়াৰ বিপৰীত। ল'ৰা ছোৱালীৰ ঘৰলৈ যায়। সেইখন ঘৰ লৰাৰ হয়। আনহাতে পিতৃ-প্ৰধান সমাজ-ব্যৱস্থা অনুযায়ী এনে ৰীতি ঘৃণনীয় বস্তু। এনে ৰীতিত লিপ্ত হোৱা ডেকাক 'চপনীয়া' আখ্যা দিয়া হয়।

এইখিনিতে এটা সাধাৰণ প্ৰশ্নৰ উদয় হব পাৰেঃ পুৰুষ-প্ৰাধান্যৰ কাৰণ কি? সমাজে সদায়েই ধাৰণা কৰি আহিছে, পুৰুষ অধিক কৰ্ম্মঠ, অধিক মেধাসম্পন্ন, অধিক শক্তিশালী। নাৰী সাধাৰণতে লেহুকা; এই কাৰণেই নাৰীক সম্ভৱতঃ 'কোমলাঙ্গী' বোলা হয়। পুৰুষ সম্বন্ধে ওপৰত উল্লেখ কৰা কাৰণসমূহ বাস্তৱ যদিও ইয়াৰ আচল কাৰণ যৌন-তাত্ত্বিক। পুৰুষৰ যৌন আধিপত্যই এনেধৰণেৰে নাৰী-পুৰুষৰ সম্বন্ধ নিৰ্ণয় কৰিছিল যদিও বৰ্ত্তমান বৈজ্ঞানিক গৱেষণাই পুৰুষৰ যৌনতাত্ত্বিক প্ৰাধান্যৰ ওপৰত সন্দেহৰ ছাঁ পেলাইছে। এই বিষয়ৰ প্ৰাচীন মতবাদ যে বৰ সঁচা নহয়, সেইষাৰ কথাও ই প্ৰতিপন্ন কৰিছে। আনহাতে এইষাৰ কথাও কব লাগিবঃ প্ৰাচীন সমাজে পুৰুষৰ যৌন-তাত্ত্বিক প্ৰাধান্যৰ ওপৰত গুৰুত্ব প্ৰদান কৰিছিল আৰু সেই অনুপাতে জীৱনো নিয়ন্ত্ৰণ কৰিছিল। সমাজৰ ৰীতি-নীতি, চিন্তা-প্ৰবাহো এনে চিন্তাধাৰাৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল আৰু সেই অনুপাতে গঢ়ো লৈছিল।

পিতৃ-প্ৰধান সমাজৰ মতে পুৰুষ চিৰকাল অপৰাজেয়, নাৰী চিৰকাল পৰাজিতা। পিতৃত্বৰ দায়িত্ব পুৰুষৰ হাতত ন্যস্ত। জীৱ-সৃষ্টিৰ অনিৰ্ব্বাণ জুইশিখাৰ তেওঁ অধিপতি। পুৰুষৰ সক্ৰিয় সহযোগ নহলে সৃষ্টিৰ জুইশিখা ফুটছাইলৈ ৰূপান্তৰিত হোৱাৰ আৰু জীৱন-প্ৰবাহ ৰুদ্ধ হৈ যোৱাৰ আশঙ্কা; বিশ্ব-সৃষ্টি মৃত্যুমুখী হোৱাৰ আশঙ্কা। পুৰুষৰ সহযোগত সম্ভৱপৰ হোৱা সৃষ্টিৰ গুৰু দায়িত্ব পালনৰ অৰ্থে প্ৰয়োজন নাৰীৰ গৰ্ভথলী। নাৰীৰ গৰ্ভথলী নহলে সৃষ্টিকাৰ্য্য বাস্তৱলৈ ৰূপান্তৰিত হব নোৱাৰে। এই কাৰণেই সৃষ্টিকাৰ্য্য সম্পূৰ্ণ কৰাৰ উদ্দেশ্যেৰে নাৰীৰ প্ৰয়োজন। এয়ে হৈছে আদিম ধাৰণা। গৰ্ভথলী হৈছে পুৰুষৰ সৃষ্টিকাৰ্য্যৰ মাধ্যম। এনে ধাৰণাৰ বশৱৰ্ত্তী হৈ আদিম মানুহে সমাজত নাৰীৰ স্থান নিৰ্দ্ধাৰণ কৰিছিল। সৃষ্টিৰ কাৰণে নাৰীৰ প্ৰয়োজন, এয়ে হৈছে বিবাহ-অনুষ্ঠানৰ জীৱন-স্পন্দন।

প্ৰকৃততে পিতৃ-প্ৰধান সমাজৰ নিগূঢ় সম্বন্ধ হৈছে মাটিৰ লগত। ভূমি-ব্যৱস্থাৰ সৈতে এই সম্বন্ধ গভীৰ ভাৱে জড়িত। মাটিয়ে জীৱনক জীপ্ দিয়ে। বুকুৰ অমৃত উবুৰিয়াই দি মাতৃয়ে সন্তানক জীয়াই ৰখাৰ দৰে পথাৰ ওপচা শস্যই মানুহক জীয়াই ৰাখে। যুগে যুগে মাটিয়ে পৰিয়াল একোটাক, সমাজ একোখনক নিৰাপত্তা দি আহিছে। জীৱনৰ যেতিয়া সামৰণি পৰে, এই মাটিয়েই কৰুণাময়ী মাতৃৰ দৰে মানুহক বুকুত সাৱটি লয়।

পাৰ্ল বাকৰ 'গুড আৰ্থ' বোলা অমৰ উপন্যাসত এখন চিত্ৰ আছে। সেই চিত্ৰখনৰ লগত পৰিচয় ঘটা আজি প্ৰায় পচিশ বছৰ হ'ল যদিও সেইখন ছবি এতিয়াও মোৰ মনৰ মজিয়াত সজীৱ হৈ আছে। ছবিখন হৈছে উপন্যাসৰ নায়ক ৱাং লাঙৰ।

"ৱাং লাং এনেদৰেই বহে। দিনৰ পিছত দিন, বছৰৰ পিছত বছৰ বাগৰাৰ দৰেই তেওঁৰ বয়স বাগৰে। তাহানি দেউতাকৰ দৰে তেৰোঁ কেতিয়াবা বাহিৰত ৰ'দত শোৱে।......এটা বস্তু তেওঁৰ মনৰ মাজুলিত চিৰঞ্জীৱী হৈ আছিল। সেইটো হৈছে নিজৰ মাটি আৰু সেই মাটিৰ প্ৰতি অনুৰাগ।......প্ৰত্যেক বছৰে বসন্তকালত মাটি ডোখৰ চাবলৈ তেওঁ ওলাই যায়। বয়সৰ কাৰণে তেওঁ এতিয়া পথাৰত হাল বাব নোৱাৰে নাইবা আন কামো কৰিব নোৱাৰে। আনে হাল বোৱা চাবলৈ পথাৰলৈ তেওঁ যায়। নোযোৱাকৈ থাকিব নোৱাৰে।......... সেইদিনা পুৱাতে ৱাং লাং ওলাই গ'ল। থৰক-বৰক কৰা হাত দুখনৰে উইল' গছজোপাৰ ডাল এটা আৰু লগতে 'পিচ্ছ' ফুল এপাহ তেওঁ ছিঙিলে। গোটেই দিনটোৱে তেওঁ সেই বস্তু দুটাকে হাতত লৈ থাকিল।.........ইয়াৰ পিছত চাপৰ টিলা এটাৰ ওপৰত অৱস্থিত, কেউপিনে জেওৰা দি থোৱা পৰিয়ালৰ মৰিশালি থকা ঠাইডোখৰলৈ গ'ল। তাত থকা মৰিশালি কেইটালৈ লাখুটিত ভৰ দি তেওঁ একেথৰে চাই থাকিল। মৰিশালিত শুই থকা পৰিয়ালৰ প্ৰত্যেক জনলৈকে তেওঁৰ এজন এজনকৈ মনত পৰিল। ঘৰত থকা লৰা কেইটাতকৈ মৰিশালিত শুই থকা মানুহখিনি তেওঁৰ মনত অধিক স্পষ্ট হৈ পৰিল।.........তেওঁ বঢ়িয়াকৈ মন দি চালে। দেউতাক আৰু খুড়াকৰ দাঁতিৰ টিঙৰ অলপ ওপৰ ভাগলৈ, অ'লানৰ পৰা অধিক দূৰ নহয়,



এই ঠাইডোখৰলৈকে তেওঁ এদিন আহিব লাগিব। সেই ঠাইডোখৰলৈ তেওঁ একেবাৰে চাই ৰ'ল। চিৰকালৰ কাৰণে নিজৰ মাটিৰ বুকুলৈ উলটি অহা স্বপ্ন তেওঁৰ স্পষ্ট হৈ পৰিল।"

মাটিয়ে একোটা পৰিয়ালক জীৱন দিয়ে। মাটিৰ অনুগ্ৰহতে একোটা পৰিয়াল যে জীয়াই থাকে, সেইষাৰ কথাই পৰিয়ালৰ স্বৰ্গগত আত্মাকো শান্তি দিয়ে। কাৰণ এইসকলে সদায়েই অমৰ্ত্ত্য লোকৰ পৰা পৰিয়ালটোক আশীৰ্ব্বাদ দি থাকে। পৰিয়ালৰ বংশবৃদ্ধি, ঐশ্বৰ্য্য বৃদ্ধি ইত্যাদি অন্তৰীক্ষৰ পৰা তেওঁলোকে কামনা কৰি থাকে। এয়ে আছিল আদিম মানুহৰ মনত প্ৰতিভাত হোৱা ধাৰণা।

পৰিয়াল একোটাই পথাৰৰ বুকুত জীৱনৰ অৱলম্বন বিচাৰি পোৱা অৰ্থনৈতিক কাৰণসমূহে পৰিয়ালবৰ্গৰ মাজত সম্ভাৱ-সম্প্ৰীতিৰ উদয় সাধন কৰিছিল। পথাৰৰ শস্য উৎপাদন কৰিবৰ কাৰণে পৰিয়াল একোটাৰ প্ৰত্যেকৰে সহযোগ বাঞ্ছনীয়। এনেকৈয়ে একোখন পথাৰে একোটা পৰিয়াল আগুৰি ৰাখে। কেতিয়াবা পাৰম্পৰিক সংঘাতৰ উদয় হয় যদিও সেই সংঘাত ব্যতিক্ৰমহে। সচৰাচৰ ৰীতিৰ ক্ষেত্ৰত ই নপৰে। এই খিনিতে পূৰ্ব্বপুৰুষ সকলৰ বিষয়ে সমাজ-মনত বদ্ধপৰিকৰ হৈ থকা ধাৰণাই অজানিতে প্ৰভাৱ বিস্তাৰ কৰে। পূৰ্ব্বপুৰুষসকলক অসন্তুষ্ট কৰাৰ কথা সমাজে ভাবিবকে নোৱাৰে। প্ৰাচীন সমাজ যে সম্প্ৰীতিকৰ আছিল, তাৰ সম্ভৱতঃ ইও এটা কাৰণ।

মাটিৰ পৰা নাইবা মাটিক কেন্দ্ৰ কৰি উদয় হোৱা ঐতিহ্য-চেতনাৰ পৰা কেনেবাকৈ যদি উঘাল খাই পৰে, তেন্তে সেই সমাজৰ পক্ষে আত্মৰক্ষা কৰাটো সহজ কথা নহয়। আমাৰ দেশত উদ্যোগজীৱী সমাজ-জীৱনতো এই চেতনাই কাম কৰি আহিছে। ই হৈছে এক ঐতিহ্যৰ কথা। সঁচা কথা, সকলো খেতিয়কৰ নিজা মাটি থকাটো সম্ভৱপৰ নহয়। তথাপি এই চেতনাই সমাজ-মন কেনেদৰে গঢ় দিছে, সেই বিষয়ে বিস্মৃত হব নোৱাৰি।

আমাৰ সমাজত পুৰুষনামাৰ যে প্ৰাদুৰ্ভাৱ অধিক, তাৰো এটা কাৰণ আছে। পুৰুষনামাৰ প্ৰতি আগ্ৰহ ঐতিহাসিক প্ৰবৃত্তিৰ কাৰণে নহয়। ইয়াৰ কাৰণ হৈছে প্ৰাচ্যৰ মনে মৃতজনক সদায় পৰিয়ালৰ জীৱিত সত্বাৰ মাজত ঠাই দি অহাটোহে। মৃত্যুৰ প্ৰাচীৰে পৰিয়ালক

দুটা স্তুকীয়া গোটত, জীৱিত আৰু মৃত, ভাগ কৰিব পৰা নাই। হিন্দুৰ শ্ৰাদ্ধ-তৰ্পণ আদি এনেধৰণৰ স্বীকৃতিৰ স্বাক্ষৰ। পুৰুষনামাত উপৰিপুৰুষৰ নাম জীয়াই থাকে। মানুহৰ মনৰ মাজুলিত জীয়াই থাকে সেইসকলৰ স্মৃতি।

হিন্দু সমাজত শ্ৰাদ্ধ-তৰ্পণৰ ব্যৱস্থা থকাৰ দৰে কোনো কোনো সমাজত উপৰিপুৰুষ উপাসনাৰ ব্যৱস্থা আছে। জাপানৰ শ্বিণ্টোধৰ্ম্ম মতাৱলম্বী সকলৰ প্ৰত্যেক পৰিয়ালৰে পাৰিবাৰিক একোটা মন্দিৰ আছে। এই মন্দিৰসমূহত সংৰক্ষিত কৰা কাঠৰ ফলিত সেই পৰিয়ালৰ মৃতাত্মাসকলৰ নাম আৰু মৃত্যুৰ তাৰিখ লিপিবদ্ধ কৰি থোৱা হয়। পৰিয়ালবৰ্গই মৃতাত্মাসকলৰ নামৰ ফলিৰ বেদীত সেৱা জনায়। যেতিয়াই কিবা এক ধৰ্ম্ম-উৎসৱ অনুষ্ঠিত হয়, তেতিয়াই মৃত পূৰ্ব্বপুৰুষসকলৰ তৃপ্তি-বিধানৰ অৰ্থে ভক্তি সহকাৰে চাহ-ভাত উছৰ্গা কৰা হয়। এই একেদৰেই পূৰ্ব্বপুৰুষ সকলৰ মৃত্যুৰ তিথিত উৎসৱ আদি পালন কৰা হয়। পৰিয়ালৰ যেতিয়াই কিবা বিপদ হয়, তেতিয়া কেৱল দেৱতা-সকলৰেই যে পূজা-অৰ্চ্চনা হয়, এনে নহয়। উপৰিপুৰুষ সকলৰ প্ৰতিও পূজা-তৰ্পণ আগবঢ়োৱা হয়। বিপদ-বিঘিনিৰ পৰা পৰিয়ালক ৰক্ষা কৰাৰ দায়িত্ব উভয়ৰে।

জীৱনৰ বন্ধন ত্যাগৰ অন্তত মৃতাত্মাসকলে পৰিয়ালৰ চকুত দেৱতাৰ ৰূপ লয়। পূৰ্ব্বপুৰুষ-উপাসনাৰ ৰীতি চীনদেশ আৰু জাপান, উভয় দেশতে এতিয়াও প্ৰবৰ্ত্তমান। থোৰতে কবলৈ গলে হিন্দু-সমাজৰ শ্ৰাদ্ধ-তৰ্পণ প্ৰথা প্ৰাচীন উপৰিপুৰুষ অৰ্চ্চনা-প্ৰথাৰ ৰূপ বিশেষহে মাথোন।

বিবাহ মানৱ-সমাজৰ স্বাভাৱিক অনুষ্ঠান বুলি স্বীকাৰ কৰা হয় যদিও বিবাহৰ বিপক্ষে আৰু চিৰ-কৌমাৰ্য্যৰ সপক্ষে যে এক মতবাদ নাই, সেইযাৰ কথা সঁচা নহয়। ইহুদী আৰু খ্ৰীষ্টানসকলৰ কোনো কোনোৰ মাজত এসময়ত এনে এটা মতবাদ থকাৰ প্ৰমাণ পোৱা যায়। চেণ্ট প'লৰ একেষাৰ কথা আছেঃ "He that giveth her (his virgin) in marriage doeth well; but he that giveth her not in marriage doeth better." বিবাহ-বৰ্জ্জনৰ বিষয়ে এনেদৰে কিয় মতবাদ গঢ়ি উঠিছিল, সেই বিষয়ে কোৱা টান। কেৱল



এয়ে নহয়। বহু-বিবাহৰ বিপক্ষে বাইবেল শাস্ত্ৰত এনেদৰে আছেঃ "It is good for a man not to touch a woman. Nevertheless, to avoid fornification, let each man have his own wife, and let each woman have her own husband."

শাস্ত্ৰৰ বাণীয়ে বহু মানুহৰে, ঘাইকৈ সমাজৰ গতিস্ৰোত নিৰ্দ্ধাৰণ কৰে। শাস্ত্ৰৰ নিৰ্দ্দেশ অনুসৰি কিছুমান গাভৰু ছোৱালীৰ মাজত অন্ততঃ কুমাৰী-ব্ৰতৰ সপক্ষে একালত তীব্ৰ এক মতবাদ যে গঢ়ি উঠিছিল, সেই বিষয়ে বুৰঞ্জীয়ে কয়। ম'জেছৰ ভগ্নী মেৰীয়ে কুমাৰী-ব্ৰতৰ বলত হেনো সাগৰৰ ওপৰেদি খোজকাঢ়ি যাব পাৰিছিল। সেই দৰে টিকলা নামৰ এগৰাকী কুমাৰীক অৰণ্যৰ সিংহয়ো হেনো বাট এৰি দিছিল। এনেধৰণৰ সতী নাৰীৰ কাহিনী আমাৰ দেশতো আছে। একালত এনেদৰে কুমাৰী নাৰীক কেন্দ্ৰ কৰি নানা তৰহৰ অলৌকিক কাহিনীৰ উৎপত্তি হৈছিল। এজন শাস্ত্ৰবিদে কৈছিলঃ "Virginity is like a spring flower, always softly exhaling immortality from its white petals." কৌমাৰ্য্যব্ৰত হৈছে বসন্তকালৰ এপাহ স্নিগ্ধ ফুল। ইয়াৰ শুভ্ৰ পাহিয়ে অমৰত্বৰ সুবাস দিয়ে। কোনো কোনোৰে ধাৰণা কৰেঃ আডমে ভগবানৰ নিৰ্দ্দেশ মানি যৌন-ক্ষেত্ৰত যদি বিশুদ্ধ হৈ থাকিলহেঁতেন, মানুহৰ আজি এনে যৌন অধঃপতন নহলহেঁতেন। এনে ধৰণৰ মত পোষণ কৰা মানুহ বহুতো আছে।

কিছুমান সমাজত ডেকাই ছোৱালী পাবলৈ হলে সমাজ-স্বীকৃত নানা উপায় অৱলম্বন কৰি নিজৰ বল-বীৰ্য্যৰ পৰিচয় দিয়াৰ নিয়ম আছে। এতিয়াও আফ্ৰিকাৰ কোনো কোনো অঞ্চলত এনে নিয়ম থকাৰ প্ৰমাণ আছে। ছোৱালী বলেৰে পলুৱাই আনি ডেকাই বিয়া কৰাব নোৱাৰিলে, সেই ডেকাক অৱজ্ঞাসূচক ব্যৱহাৰ কৰাৰো প্ৰমাণ আছে। ব্ৰিটিছ গিয়ানাৰ মাকোছিছ বোলা সম্প্ৰদায়টোৰ কথালৈ বিশেষভাৱে আঙুলিয়াব পাৰি। ওপৰত কৈ অহা বল-বীৰ্য্যৰ পৰীক্ষা সমাজ-স্বীকৃত পদ্ধতিৰ দ্বাৰা নিৰূপণ কৰা হয়। চাইবেৰিয়া অঞ্চলৰ টুকাঘীৰ বোলা সম্প্ৰদায়ৰ মাজতো এনে ৰীতিৰ প্ৰচলন আছে। পূব আফ্ৰিকাৰ ৱাপোকমো সম্প্ৰদায়ৰ মাজত এটা ৰীতি

আছে ঃ যি ডেকাই বিয়াৰ আগতে ঘঁৰিয়াল এটা মাৰিব নোৱাৰে, তাৰ বিয়া নহয়। ঘঁৰিয়াল এটা মাৰি আনি তাৰ মঙহ ছোৱালীক খাবলৈ দিব পাৰিব লাগিব, তেতিয়াহে বিয়া হোৱাটো সম্ভৱ।

পুৰণিৰ ভেটিত নতুনৰ উদয় হয়। মানৱ-সভ্যতাৰ প্ৰাচীন ঐতিহ্যই যৌন-স্বাতন্ত্র্যৰ কথা কয়। বৰ্ত্তমান যুগত যৌন-স্বাতন্ত্র্যৰ কিছুদূৰ অভ্যুদয় হৈছে যদিও বিবাহ জীৱনৰ আনুষ্ঠানিক ঐতিহ্য আজিও চিৰন্তন হৈ আছে। সময়ে বহু অনুষ্ঠানৰ ধ্বংস সাধন কৰে। বৰ্ত্তমান সমাজত নাৰী-পুৰুষৰ সম্বন্ধৰ বহুখিনি পৰিৱৰ্ত্তন হৈছে যদিও জীৱন-ঐতিহ্যৰ তেনে কোনো পৰিৱৰ্ত্তন সাধিত হোৱা নাই। হোৱাৰ সম্ভাৱনাও নাই। অনুষ্ঠান হিচাপে বিবাহ-ব্যৱস্থা সদায় জীয়াই থাকিব।

# যুৱীয়া জীৱন ঃ বহু-বিবাহ

কোনো কোনো সমাজত প্ৰচলিত বহু-বিবাহ কেলেঙ্কাৰজনিত বস্তু। ই প্ৰাচ্যৰ বস্তু; প্ৰাচ্যত একালত বহু-বিবাহৰ বহুল প্ৰচলন আছিল। কোনো কোনোৱে কয়, বহু-পত্নী পুৰুষৰ শক্তি আৰু সামৰ্থ্যৰ পৰিচায়ক। ইয়াৰ উপৰিও বহু-বিবাহ প্ৰচলনৰ সমৰ্থনত আৰু কিছুমান কাৰণ প্ৰদৰ্শন কৰা হয়। এই প্ৰথা সমৰ্থনকাৰী সকলৰ মতে ঃ

(১) কোনো কোনো সমাজত নিয়ম আছে, গৰ্ভত সন্তানে থিত লোৱাৰ লগে লগে সহবাস বৰ্জ্জনীয়। কোনো কোনো সমাজত এনে নিয়মো আছে, যেতিয়ালৈকে সন্তানে মাতৃ-স্তনৰ গাখীৰ নেৰে, তেতিয়ালৈকে স্বামী-স্ত্ৰীৰ সহবাস বৰ্জ্জনীয়। কোনো কোনো ক্ষেত্ৰত চাৰি পাঁচ বছৰলৈকে সন্তানে মাতৃ-স্তন নেৰে। এনে অৱস্থাত উপায় কি ?

(২) আৰু এটা সমস্যা আছে। কোনো কোনো ক্ষেত্ৰত সন্তানৰ জন্ম নহয়। হলেও পুত্ৰ-সন্তানৰ জন্ম নহয়, কন্যা-সন্তানৰহে জন্ম হয়। তেতিয়া ?

(৩) নাৰীয়ে সোনকালে যৌৱন আৰু স্বাস্থ্য হেৰুৱায়। তেতিয়া ?

(৪) সকলো সমাজ আৰু ঠাইতে নাৰী আৰু পুৰুষৰ সংখ্যা সমান নহয়। পুৰুষতকৈ নাৰীৰ সংখ্যা যেতিয়া অধিক হয়, তেতিয়া ?

(৫) কৃষক সমাজক পথাৰত শ্ৰম কৰিবলৈ জন-সংখ্যাৰ প্ৰয়োজন। বহু-বিবাহৰ ইও এটা কাৰণ। পথাৰ যিমানেই বহল হয়, নাৰীৰ সংখ্যা সিমানেই সৰহ হোৱাটো স্বাভাৱিক। শস্য-উৎপাদনৰ কাৰণে পথাৰ-কৰ্ষণ আৰু জন-সংখ্যা বৃদ্ধিৰ কাৰণে নাৰী-কৰ্ষণ, দুয়োটা সমজাতীয় বস্তু বুলি প্ৰাচীন কালৰে পৰা প্ৰচলিত এটা ধাৰণা আছে। কোনো কোনো সমাজত পথাৰত গুটি সিঁচাৰ আগদিনা নিশা পুৰুষে নাৰীক কৰ্ষণ কৰাৰ নিয়ম আছে। এনে কৰিলে শইচ ভাল হয় বুলি এক

ধাৰণা আছে। ওপৰত উল্লেখ কৰা কাৰণ সমূহৰ বাবে একোজন পুৰুষৰ বাবে একাধিক নাৰীৰ প্ৰয়োজন বুলি ধাৰণা কৰা হৈছিল। এনে ধাৰণাসমূহ বহু-বিবাহৰ মুখ্য কাৰণ বুলি সমাজ-বুৰঞ্জীৰ পণ্ডিত সকলে অনুমান কৰে।

এইখিনিতে একেষাৰ কথা উল্লেখ কৰিব খুজিছোঁ। ফিজি দ্বীপত কিছুমান নাৰীৰ নাক নাই। সতিনীৰ কামোৰত শেষ হৈছে। হিব্ৰু ভাষাত সতিনীক 'হছাৰাহ্' বোলা হয়। এই শব্দটোৰ অৰ্থ হৈছে 'নাৰীশত্ৰু'।

প্ৰাকৃতিক অৱদানৰ উপৰিও খেতিৰ কাৰণে সমাজ-জীৱন উন্নত হোৱাৰ লগে লগে নিৰ্দ্ধাৰিত শ্ৰমৰ প্ৰয়োজন হ'ল। এনেকৈয়ে সমাজত বহু-বিবাহ পদ্ধতিৰ আৱিৰ্ভাব হবলৈ ধৰিলে। ওপৰত কৈ অহা হৈছে, বহু-বিবাহৰ উদ্দেশ্য প্ৰধানতঃ দুটাঃ (১) অধিক সন্তান উৎপাদন। অধিক সন্তানৰ অৰ্থ হ'ল অধিক শ্ৰমৰ যোগাৰ। (২) খেতিৰ বাবে অধিক নাৰীৰ শ্ৰমদানৰ প্ৰয়োজন। খেতি-ব্যৱস্থাৰ বিস্তৃতিয়ে আৰু শ্ৰমৰ প্ৰয়োজনে বহু-বিবাহ পদ্ধতিক অধিকভাবে টনকিয়াল কৰিলে। খেতি ব্যৱস্থাৰ মধ্যৱৰ্ত্তী কালছোৱাত যেতিয়া প্ৰত্যেক পৰিয়ালৰ বাবে খেতিৰ পথাৰ শাক-পাচলিৰ বাৰী একোখনতকৈ ডাঙৰ নাছিল, তেতিয়া এজনী গৃহিণীৰেই সকলো কাম পৰিপাটীকৈ চলিছিল; পথাৰ বহল হোৱাৰ লগে লগে গৃহিণীৰ সংখ্যাও বৃদ্ধি পাবলৈ ধৰিলে। কৃষি-জীৱনৰ মধ্যৱৰ্ত্তী কালছোৱাত খেতিৰ পথাৰ আকাৰত সৰু হোৱাত বহু-বিবাহৰ প্ৰয়োজন হোৱা নাছিল। গতিকে প্ৰচলনো হোৱা নাছিল।

কিয় কব নোৱাৰোঁ, আফ্ৰিকাত এক-গৃহিণী ব্যৱস্থা প্ৰায় অপ্ৰচলিত বস্তু। বৰ মানুহৰ কথা স্থকীয়া; কামিনী আৰু কাঞ্চন, এওঁলোকে কপালত সাধি অহা বস্তু। আনকি সৰ্ব্বসাধাৰণ মানুহৰো এগৰাকীতকৈ অধিক গৃহিণী থকাটো এটা সাধাৰণ নিয়ম। উদাহৰণ স্বৰূপে কিনিয়াৰ কিপ্ছিগি আৰু লুমৱাবা জনজাতিৰ কথা উল্লেখ কৰিব পাৰি। এওঁলোকৰ জীৱন-দৰ্শন অনুসৰি সমাজৰ প্ৰয়োজনীয় বস্তু হৈছে দুটাঃ (১) সতি-সন্ততি, (২) ঘৰচীয়া পশু। পশুৰ সংখ্যা যিমানেই সৰহ হয়, সিমানেই আৰ্থিক স্বচ্ছলতা বৃদ্ধি পোৱাৰ উপৰিও একোটা পৰিয়ালৰ সামাজিক মৰ্য্যাদা লেখত লবলগীয়াকৈ বৃদ্ধি পায়। সাধাৰণতে পশু



পালনৰ দায়িত্ব ন্যস্ত হয় পৰিয়ালৰ গৃহিণী আৰু জীয়ৰীহঁতৰ ওপৰত। আনকি গাখীৰ দোহনকাৰ্য্যও নাৰীৰ ওপৰত ন্যস্ত।

পশুৰ সংখ্যা বৃদ্ধি হোৱাৰ লগে লগে নতুন সমস্যা কিছুমানৰ উদ্ভৱ হবলৈ ধৰে। (১) শত্ৰুৰ আক্ৰমণৰ পৰা পশু-সংখ্যাক ৰক্ষা কৰা এটা ডাঙৰ দায়িত্ব। (২) পশুক ৰোগে ধৰে; সেই ৰোগৰ বাবে লালন-পালনৰ দায়িত্বও আহি পৰে। পশুৰ জাকৰুৱা ভাবে বেমাৰ হয়, গতিকেই পশুৰ জাকক সৰু সৰু জাক বা গোটত বিভক্ত কৰি ৰাখিবলগীয়া হয়, বেমাৰ যাতে ইটোৰ গাৰ পৰা সিটোৰ গালৈ বাগৰিব নোৱাৰে, সেই উদ্দেশ্যৰে। এইদৰে সৰু সৰু গোটত বিভক্ত কৰি ৰাখিবলৈ বিস্তৃত চৰণীয়া পথাৰৰ আৱশ্যক হোৱাৰ উপৰিও এনে পশুজাকক ৰখিবলৈ, চাবলৈ, অধিক নাৰীৰ প্ৰয়োজন হৈছিল। বহু-বিবাহ প্ৰচলনৰ ইও এটা কাৰণ বুলি পণ্ডিতসকলে কয়।

এনেদৰে নকৈ সংযোজিত হোৱা গৃহিণীসকল যে একেলগে একেটা ঘৰতে থাকে, সেইষাৰ কথাও নহয়। তেওঁলোকৰ কাৰণে স্থকীয়া বাসস্থানৰ ব্যৱস্থা কৰা হয়। প্ৰত্যেক গৰাকীৰ লগত দিয়া হয় সৰু একোখন পথাৰ আৰু এজাক ঘৰচীয়া জন্তু। এনেদৰেই এই সকলৰ জীৱিকাৰ যোগান ধৰা হয়। নিজৰ সঙ্গসুখৰ কাৰণে ঘৰৰ গৃহস্থজনৰ সৈতে এগৰাকী নাৰীহে থাকে। নহলে ফিজিৰ নাৰীৰ দৰে সূৰ্পনখা হোৱাৰ ভয়। বৰ স্বাভাৱিক কথা। যি গৰাকী অধিক গাভৰু আৰু দেখনিয়াৰ, সেই গৰাকী স্বামীৰ সৈতে থাকে। খেতি-পথাৰ চাবলৈ যাওঁতে ঘৰৰ গৰাকীজন ইজনী সিজনীৰ ঘৰত কেই নিশা মান থাকি আহে। এই সকলৰ ঘৰ আৰু পথাৰ দূৰ গাঁৱত থাকে। গতিকেই গৰাকীজন দূৰ গাঁৱত থাকি আহিব লগা হয়। ইয়াৰ ভিতৰত যিগৰাকী অধিক ভাললগা, সেই গৰাকীৰ ঘৰত গৰাকীজন দুনিশা মান সৰহকৈ থাকি আহে। এইটো সহজে বুজিব পৰা কথা। কিনিয়াৰ আদিম সমাজত বহু-বিবাহ অনুষ্ঠানক এনেকৈয়ে শৃঙ্খলাবদ্ধ কৰা হৈছিল।

এনেদৰে একোজন ধনী মানুহৰ এবাহ গৃহিণী থকাটো তেনেই সাধাৰণ কথা। কোনো কোনো ক্ষেত্ৰত একোগৰাকী পত্নী কুৰি-ত্ৰিশ

মাইল নিলগত থকাটো একো আচৰিত কথা নহয়; যৌৱন বা সৌন্দৰ্য্য থকাৰ কাৰণেই হওক বা আন কিবা কাৰণেই হওক, যি গৰাকীকে অধিক স্নেহ নকৰক লাগিলে, প্ৰথম গৰাকী হৈছে ঘৰৰ আচল কৰ্ত্ৰী। ইতিমধ্যে সেই গৰাকীৰ যদি পুত্ৰ-সন্তান জন্ম হয়, তেতিয়াতো কথাই নাই। পিতৃৰ অবিহনে পুত্ৰ সন্তান হৈছে পৰিয়ালৰ অধিকৰ্ত্তা।

এইদৰে গাঁও অঞ্চলত বসবাস কৰা কিছুমান বেজৰ ক্ষেত্ৰতো দেখা যায় পত্নী আৰু জীৱ-জন্তুৰ সংখ্যা অধিক। এইখিনিতে কিপছিগ সমাজৰ উদাহৰণ দাঙি ধৰিব পাৰি। এই সমাজৰ বেজ এজনৰ মৃত্যুৰ পিছত দেখা গ'ল তেওঁৰ সতি-সন্ততিৰ সংখ্যা হৈছে তিনিশ। সেইদৰে সমাজৰ দলপতি বা নৃপতি সকলৰ তো কথাই নাই। অছৱন্তি বোলা ঠাই এডোখৰত একোজন নৃপতিৰ পত্নীৰ সংখ্যা ৩,৩০০ শতকৈ অধিক হব নোৱাৰে বুলি নিৰ্দ্ধাৰণ কৰা হৈছিল। ইউগাণ্ডাতো এনেকৈ নিৰ্দ্ধাৰণ কৰা হৈছিল, উপৰুক্ত সংখ্যাৰ দুগুণ, অৰ্থাৎ ৬,৬০০ শ।

ভিক্টোৰীয়া হ্ৰদৰ উত্তৰ-পশ্চিমে অৱস্থিত বাগাণ্ডা ৰাজ্যৰ নৃপতিসকলে তলতীয়া ৰাজবিষয়া নাইবা বহতীয়া নৃপতিসকলৰ পৰা নাৰী উপহাৰ স্বৰূপে পাইছিল। ৰাজপ্ৰাসাদত থকা কোনোবা গৰাকী নাৰীৰ যদি মৃত্যু হয়, তেতিয়া হলে সেইগৰাকী নাৰী যি ফৈদৰ, সেই ফৈদে আন এগৰাকীক পৰিপূৰক স্বৰূপে ৰাজ-প্ৰাসাদলৈ প্ৰেৰণ কৰিব লগা হয়। ৰাজ-প্ৰাসাদৰ নাৰীৰ সংখ্যা বাঢ়িব পাৰে, টুটিব নোৱাৰে।

এনেদৰে থুপ খোৱা প্ৰত্যেক গৰাকী নাৰীৰ বাবে আছুতীয়া দায়িত্ব নিৰ্দ্ধাৰণ কৰা হৈছিল। মাজে সময়ে নৃপতিৰ যৌন-সঙ্গিনী হৈছিল যদিও এওঁলোকৰ কাম আছিল লিগিৰীৰ হে। যেনে, নৃপতিৰ চুলি কটা, নখ কটা ইত্যাদি কাম এই সকলেই কৰিছিল। এইবোৰ মৰ্য্যাদাসম্পন্ন কাম। এনে কামৰ দায়িত্ব মৰ্য্যাদাসম্পন্ন নাৰীৰ ওপৰত ন্যস্ত কৰা হৈছিল। সকলোৰে ওপৰত পিতৃপুৰুষে যি গৰাকীক প্ৰথম ভাৰ্য্যা স্বৰূপে গ্ৰহণ কৰে, সেই গৰাকীৰ হে কৰ্ত্তৃত্ব বজে। এই গৰাকীৰ সৈতে সমপৰ্য্যায়ৰ কৰ্ত্তৃত্ব হৈছে নৃপতিৰ ভগ্নীৰ। নিজা ভগ্নীক পত্নী স্বৰূপে নৃপতিয়ে গ্ৰহণ কৰাটো সেইখন সমাজত আপত্তিকৰ কথা নাছিল।



আনকি এনে ব্যৱস্থা একালত ভাৰতৰ শাক্যসকলৰ মাজতো থকাৰ উল্লেখ আছে। ডক্টৰ বাণীকান্ত কাকতিদেৱৰ 'ৰাধা-চৰিত্ৰৰ অভ্যুদয়' বোলা প্ৰবন্ধটোত এনেদৰে আছেঃ "এটি জাতকৰ সাধুত ৰামৰ পত্নী সীতা ৰামৰ ভনীয়েক আছিল বুলি কোৱা আছে। শাক্য সকলৰ মাজত ভগ্নী-বিবাহ সাধাৰণ কথা আৰু এটা বিধেয় ৰীতি।" এইৰাৰ কথাৰ উল্লেখ উপাধ্যায় বোলা এজন পণ্ডিত ব্যক্তিৰ 'উইমেন ইন্ ঋকবেদ' নামৰ গ্ৰন্থখনতো আছে।

সহধৰ্ম্মিণী স্বৰূপে গ্ৰহণ কৰা ভগ্নীক 'লুবুগো' বোলা হৈছিল। ৰাজ-পাটত উঠাৰ সময়ত নৃপতিৰ সৈতে এই গৰাকী পত্নীক অভিষিক্ত কৰা হৈছিল। ৰাজপ্ৰাসাদৰ কাষতে ৰাণীক আছুতীয়াকৈ থাকিবলৈ প্ৰাসাদ দিয়া হৈছিল। লগত ডা-ডাঙৰীয়া আৰু এখন ৰাজচ'ৰাও দান কৰা হৈছিল। ৰাণীক বিচাৰৰ ক্ষমতা দিয়া হৈছিল। প্ৰয়োজন হলে মৃত্যুদণ্ড বিহিব পৰা অধিকাৰো দিয়া হৈছিল। ৰাণী ৰজাৰ ওচৰলৈ নিতৌ এবাৰ আহে যদিও ৰজাৰ ঔৰস গৰ্ভত তেওঁ ধাৰণ নকৰে অৰ্থাৎ তেওঁলোকৰ যৌন-মিলন নহয়। ৰাণীৰ পূৰ্ব্বে যদি নৃপতিৰ মৃত্যু হয়, তেন্তে ৰাণী হয় ৰাজ-মন্দিৰৰ অধিকাৰিণী। ৰাণীৰ মৃত্যুত, সৎকাৰৰ সকলো কামতে নৃপতিৰ মৃত্যু হলে যেনে ধৰণৰে সন্মান প্ৰদান কৰা হয়, সেই একে মৰ্য্যাদা প্ৰদান কৰা হয়। ৰাণী আৰু ৰাজমাতৃৰ মৰ্য্যাদা সমপৰ্য্যায়ৰ।

বহুপত্নী-পদ্ধতি নাইবা সমাজত পৰ্দ্দাপ্ৰথা কেতিয়াৰ পৰা আৱিৰ্ভাৱ হ'ল, সেইবিষয়ে কোৱা টান। বহু-পত্নী প্ৰথাৰ সৈতে পৰ্দ্দা-প্ৰথাৰ বহুদূৰ সম্বন্ধ আছে যদিও এইবিষয়ে সঠিককৈ কোৱা টান। পোনতে পৰ্দ্দা-প্ৰথা পশুপালক সমাজত আৱিৰ্ভাৱ হৈছিল বুলি কোৱাটো টান। আচলতে পশুপালক সমাজত এই প্ৰথা থকাৰ কোনো প্ৰমাণ নাই। স্বাভাৱিকতে এইখিনিতে প্ৰশ্ন হয়, সমাজত ওৰণিৰ আৱিৰ্ভাৱ হ'ল কেতিয়া? যেতিয়া মুৰটো অসৎ প্ৰভাৱৰ পৰা ৰক্ষা কৰাটো উচিত বুলি বিবেচিত হ'ল, তেতিয়াৰ পৰা? আদিম সমাজে মানুহৰ জীৱটো মুৰত থাকে বুলি ধাৰণা কৰিছিল। গতিকেই সকলো অসৎ প্ৰভাৱৰ পৰা শিৰদেশ ৰক্ষা কৰাটো প্ৰয়োজন হৈ পৰিছিল। অৱশেষত এনে ধাৰণাই বিস্তাৰিত ৰূপ লৈছিল। যেহেতু পৱিত্ৰতাৰ আলয় মানৱাত্মাৰ

স্থান শিবদেশত, সেই হেতুকে শিবদেশ আবৃত কৰি ৰখাটো প্ৰয়োজন হৈছিল। ভ্ৰাম্যমান জীৱন ত্যাগ কৰি মানুহ যেতিয়া গৃহমুখী হ'ল, বহু-পত্নী-সম্বলিত পৰিবাৰৰ মৰ্য্যাদা ৰক্ষা কৰাটো যেতিয়া অপৰিহাৰ্য্য হৈ পৰিল, তেতিয়াই পৰ্দ্দা প্ৰথাৰ অৰ্থাৎ নাৰীক অসূৰ্য্যম্পৰ্শা কৰি ৰখাৰ পদ্ধতি প্ৰচলিত হবলৈ বাধ্য হ'ল।

মাটি-বাৰী, সা-সম্পত্তি ইত্যাদি স্থাবৰ সম্পদ হৈছে পুৰুষ-প্ৰধান সমাজৰ ঘাই বস্তু। স্থাবৰ সম্পত্তিক কেন্দ্ৰ কৰি প্ৰাচ্যৰ সমাজত যুটীয়া পৰিয়ালৰ উদ্ভৱ হৈছিল। যিবোৰ সমাজত পুৰুষানুক্ৰমে কেইবাটাও পৰিয়াল একেলগে থাকে, সেইবোৰ পৰিয়ালেই হৈছে যুটীয়া পৰিয়াল। এনেদৰে যুটীয়া পৰিয়াল একোটাত সঙ্গবদ্ধ হৈ তিনি চাৰি পুৰুষলৈকে থাকিব পৰাটো গৌৰৱৰ কথা বুলি ধাৰণা কৰা হৈছিল। এনে একোটা পৰিয়ালত কেৱল তেজৰ সম্বন্ধ থকা মানুহেই যে আছিল, এনে নহয়। বন্দী-বেটী আদিৰ সমষ্টিৰে এনে একোটা পৰিয়াল শকত হৈ পৰিছিল। ন'বা ৱালান বোলা মহিলা এগৰাকীৰ দ্বাৰা ৰচিত 'হাউছ্ অৱ একজাইল্' নামৰ এখন কিতাপ আছে। এই কিতাপখনত চীনদেশৰ উত্তৰাঞ্চলত বসবাস কৰা যুটীয়া পৰিয়াল এটাৰ সুন্দৰ বৰ্ণনা আছে। সেই পৰিয়ালটোৰ মানুহৰ সংখ্যা আছিল সৰ্ব্বমুঠ ৮৩ জন।

যুটীয়া পৰিয়ালৰ পৰিচালন-ব্যৱস্থা উমৈহতীয়া। এনেবোৰ পৰিয়ালত ব্যক্তিগত সম্পত্তিৰ ব্যৱস্থা নাই। ইজৰাইল দেশত প্ৰচলিত কিবুৎজ অনুষ্ঠানৰ সৈতে এনেবোৰ পৰিয়াল ৰিজাব পাৰি। বৰ্ত্তমান প্ৰাচ্যত প্ৰচলিত যুটীয়া পৰিয়াল-ব্যৱস্থাৰ কিছুদূৰ পৰিবৰ্ত্তন নঘটাকৈ থকা নাই। উদ্যোগ-বিস্তাৰে যুটীয়া পৰিয়ালৰ বান্ধ ভাঙিছে। য'ত ই প্ৰৱৰ্ত্তি আছে, তাতো পৰিচালনা-ব্যৱস্থাৰ তাৰতম্য ঘটিছে। যুটীয়া পৰিয়ালৰ সমূহীয়া পৰিচালনাৰ কাৰণে উপাৰ্জ্জনক্ষম প্ৰত্যেকজন সদস্যই যুটীয়া পুজিলৈ সৰ্ব্বস্ব বৰঙণি যোগাব লাগে। এনেদৰে সংগঠিত পুঁজিৰ বৰঙণিৰে পৰিয়াল পৰিচালনা কৰা হয়। পৰিয়াল সম্বন্ধীয় সকলো খৰছ আদিৰ হিছাপ ৰখা হয়। সমূহীয়া মাটিৰ পৰা নহয়, সদস্যসকলৰ আন উপাৰ্জ্জন-থলীৰ পৰা অৰ্জ্জন কৰা উপাৰ্জ্জন ব্যক্তিগত সম্পত্তি-স্বৰূপে নিজৰ নিজৰ হাতত ৰৈ যায়। বৰ্ত্তমান যুটীয়া পৰিয়াল ব্যৱস্থাৰ অতীজৰ ৰূপ নাই।



চহৰ-ৰাষ্ট্ৰ আৰু চহৰ-জীৱনৰ উত্থানে বিবাহ অনুষ্ঠানৰ ওপৰতেই কেৱল নহয়, পৰিয়ালত নাৰীৰ স্থান নিৰ্দ্ধাৰণৰ ক্ষেত্ৰতো প্ৰভাৱ বিস্তাৰ নকৰাকৈ নেথাকিল। তেতিয়াও পৰিয়াল সমাজৰ কেন্দ্ৰ হৈ আছিল। এই সময়ৰ প্ৰায় পৰিয়াল-ব্যৱস্থাই আছিল পুৰুষ-প্ৰধান বা পিতৃ-প্ৰধান। কেৱল প্ৰাচীন ইজিপ্টত মাতৃ-প্ৰধান ব্যৱস্থা প্ৰচলিত আছিল বুলি ধাৰণা কৰিব পাৰি। ইজিপ্টৰ প্ৰাচীন ফেৰোৱা নৃপতিসকলৰ মাজত ভগ্নী-বিবাহ প্ৰথা প্ৰচলিত আছিল। নৃপতি ভগবানৰ অংশ-বিশেষ বুলি ধাৰণা কৰা হৈছিল। গতিকে ভগ্নী-বিবাহ প্ৰথা গ্ৰহণ কৰিব লগা হৈছিল। এই বিষয়ে জাতক পুথিত প্ৰকাশ পোৱা শ্ৰীৰামচন্দ্ৰ আৰু সীতাৰ সম্বন্ধৰ কথা আন এঠাইত উল্লেখ কৰা হৈছে। ৰক্তপ্ৰবাহৰ বিশুদ্ধতা ৰক্ষা কৰিব লগা হোৱাটোৱেই আছিল ইয়াৰ ঘাই কাৰণ। ইয়াৰ পৰাই, অৰ্থাৎ এনে প্ৰথাৰ প্ৰচলনৰ পৰাই প্ৰাচীন কালত ইজিপ্টত যে মাতৃ-প্ৰধান সমাজৰ প্ৰচলন হবলৈ পাইছিল, সেইযাৰ কথা অনুমান কৰিব পাৰি। আনকি সৰ্ব্বসাধাৰণ ৰাইজৰ মাজতো পত্নীক 'ভগ্নী' বুলিহে উল্লেখ কৰা হৈছিল। সৰ্ব্বসাধাৰণ ৰাইজৰ মাজত অৱশ্যে পিতৃৰ মাতৃ বা ভগ্নী বা ভাতৃ-ভগ্নীৰ কন্যা আদিক বিবাহ কৰা প্ৰথা আছিল। ইজিপ্টত গ্ৰীক সংস্কৃতিৰ প্ৰভাৱ যেতিয়া ( খ্ৰীঃ পূঃ ৩৩২-৩৩০ ) অধিকভাবে পৰিবলৈ ধৰে, ট'লেমী নৃপতিসকলৰ আমোলত যেতিয়া ৰজাঘৰীয়া প্ৰভাৱ নিগূঢ় হৈ পৰিবলৈ ধৰে, সেই কালছোৱাত কৃষিজীৱী আৰু উদ্যোগজীৱী সমাজত নিজা ভগ্নী বা সম্বন্ধীয়া ভগ্নীৰ সৈতে বিবাহ সাধাৰণ স্বীকৃত বস্তুলৈ ৰূপান্তৰিত হবলৈ ধৰে। এই ক্ষেত্ৰত অ'ছিৰিছ্ আৰু আইছিছৰ কাহিনীয়েও অনুপ্ৰেৰণা নোযোগোৱাকৈ নাছিল। প্ৰাচীন ইজিপ্টত নাৰী পুৰুষৰ বহতীয়া নাছিল। দুয়োৰে মাজত সম্বন্ধ সমতাৰ ভিত্তিত নিৰ্দ্ধাৰিত হৈছিল। মাতৃ আছিল পৰিয়ালৰ কেন্দ্ৰ-ভূমি। আনবোৰ ক্ষেত্ৰত অৱশ্যে নাৰীয়ে সমতাৰ অধিকাৰ পোৱা নাছিল। প্ৰাচীন ইজিপ্টত চিত্ৰবস্তুত, ঘাইকৈ চিকাৰ, ভোজভাত ইত্যাদি সমাৰোহত নাৰী আৰু পুৰুষক সমতাৰ ভেটিত অঙ্কিত কৰা দেখা যায়। ওপৰত কৈ অহা হৈছে, একালত ইজিপ্টত পত্নীক স্বামীৰ 'ভগ্নী' বুলি অভিহিত কৰা হৈছিল, পতিৰ প্ৰকৃত সহধৰ্ম্মিনী।

প্ৰাচীন গ্ৰীছত, ঘাইকৈ হোমাৰৰ যুগত, যেতিয়া প্ৰত্যেক পৰিয়ালেই একোটা আত্মনিৰ্ভৰশীল গোটত পৰিণত হয়, সেই কালছোৱাতেই পুৰুষৰ আধিপত্য বৃদ্ধি পাবলৈ লয়; পুৰুষৰ আধিপত্য বৃদ্ধি মানে নাৰীৰ স্থান নিম্নগামী হবলৈ লয়। পথাৰৰ বা চিকাৰৰ মুকলি জীৱনৰ পৰা বিচ্ছিন্ন হৈ নাৰী ক্ৰমাৎ গৃহস্থালি জীৱনত আবদ্ধ হৈ পৰে। যিসকল অভিজাত শ্ৰেণীৰ, সেইসকলৰ জীৱনত গৃহস্থালিৰ কাম বন্দী-বেটীৰ ওপৰত ন্যস্ত হয়। তথাপি এইসকল নাৰীও পুৰুষৰ কামৰ পৰা আঁতৰি নিজৰ ভিতৰতে আবদ্ধ থাকিল।

প্ৰাচীন গ্ৰীছতকৈ প্ৰাচীন ৰোমত নাৰীৰ স্থান অধিক মৰ্য্যাদাসম্পন্ন আছিল, অধিক মুক্ত আছিল। ধৰ্ম্মকাৰ্য্যতে আৰম্ভ কৰি সকলো কৰ্ম্ম-বিভাগতে স্বামীৰ সৈতে পত্নীয়ে সমান অধিকাৰ পাইছিল।......এছিয়া মাইনৰত পত্নীৰ বাসস্থান সদায়েই সুকীয়া আছিল। সেইদৰে প্ৰাচীন গ্ৰীছতো নাৰীৰ বাসস্থান বাৰীৰ চুকতহে আছিল। ৰোমত এনে ধৰণৰ ব্যৱস্থা নাছিল। নাৰী আৰু পুৰুষৰ বাসস্থান একে আছিল। এই ক্ষেত্ৰত কোনো ব্যৱধান নাছিল। ঘৰলৈ আলহী-অতিথি আহিলেও পত্নীয়ে নিঃসঙ্কোচ ভাৱে অভ্যৰ্থনা কৰিব পাৰিছিল। আনকি বাহিৰত পতি-পত্নী উভয়েই একেলগে নিমন্ত্ৰণ আদিও ৰক্ষা কৰিবলৈ গৈছিল।

পুৰণি আৰু বৰ্ত্তমানৰ যুটীয়া পৰিয়ালৰ ব্যৱধানৰ কথা কওঁতে আন এঠাইত কৈ অহা হৈছে, অতীজত প্ৰত্যেকে নিজৰ শক্তি-সামৰ্থ্য অনুসাৰে পৰিয়ালৰ উমৈহতীয়া পুঁজিলৈ দান কৰিছিল। সেইকালত এনে ব্যৱস্থা সহজ আছিল। পথাৰত পৰিয়ালৰ সকলো কাৰ্য্যক্ষম ব্যক্তিয়ে নিজৰ নিজৰ শ্ৰম দান কৰিছিল। এনেদৰে পথাৰৰ পৰা যি শস্য উৎপাদন হৈছিল, সেই শস্যসম্ভাৰ আছিল পৰিয়ালৰ উমৈহতীয়া সম্পত্তি, কোনো ব্যক্তিৰ সম্পত্তি নহয়। উমৈহতীয়া ভাৱে শ্ৰম দান কৰি একোখন পথাৰৰ পৰা ব্যক্তি অনুসাৰে কিমান শস্য উৎপাদন হ'ল, সেই বিষয়ে সুকীয়াকৈ হিছাপ ৰখা নহৈছিল। ৰাখোঁ বুলিলেও তেনেদৰে হিছাপ ৰখাটো সম্ভৱপৰ নাছিল। বৰ্ত্তমানৰ কথা সুকীয়া। বৰ্ত্তমান কেৱল পথাৰেই উপাৰ্জ্জনৰ একমাত্ৰ থলী নহয়। উপাৰ্জ্জনৰ ক্ষেত্ৰ বহল হৈছে। চাকৰি-বাকৰি, ব্যৱসায়-বাণিজ্য ইত্যাদিৰ পৰিসৰো বহল হৈছে।

যুটীয়া পৰিয়াল একোটা নিয়াৰিকৈ পৰিচালনা কৰিবলৈ সুশৃঙ্খল



সংগঠনৰ প্ৰয়োজন। সংগঠন নিয়াৰিকৈ কৰিবলৈ কৰ্ত্তৃত্বৰ প্ৰয়োজন। সেই কৰ্ত্তৃত্বশীল ব্যক্তিজন কোন? সেইজন হৈছে পৰিয়ালৰ পিতৃ পুৰুষ। সেইজন পৰিয়ালৰ সকলোতকৈ বৃদ্ধজনেই যে হব লাগিব, সেইষাৰ কথাও নহয়। ই যিয়েই নহওক লাগিলে, পৰিয়ালৰ কৰ্ত্তৃত্বশীল ব্যক্তিজন যে অভিজ্ঞতা আৰু বয়স, দুয়োপিনৰ পৰা পূৰ্ঠ হব লাগিব, সেইষাৰ প্ৰয়োজনীয় কথা। চমুকৈ কবলৈ গলে, তেওঁ সন্মান আৰ্জ্জনৰ কাৰণে সক্ষম ব্যক্তি হব লাগিব। এনে ধৰণৰ কিছুমান বিশেষ গুণৰ অধিকাৰী হব নোৱাৰিলে পৰিয়ালৰ শৃঙ্খলা ৰক্ষা কৰাটো টান।

চীন দেশত একেষাৰ কথা আছে ঃ "জনসাধাৰণৰ প্ৰতি সম্ৰাট-শাসকৰ যেনেদৰে পিতৃবৎ স্নেহ থকাটো উচিত, তেনেদৰে পৰিয়াল-ব্যৱস্থাত পিতৃ-পুৰুষৰ সম্ৰাট-শাসকৰ কৰ্ত্তৃত্ব থকাটো উচিত।" ই. এইছ. ক্ৰেছীৰ 'ডটাবছ্ অৱ্ চেইঞ্জিং জাপান' বোলা কিতাপখনত জাপান সম্বন্ধে অধ্যাপক কোৱাছীমাই কৰা মন্তব্য এফাকি উদ্ধৃত কৰা হৈছে। সেই কথাষাৰ এইখিনিতে উল্লেখ কৰিলে প্ৰাচ্যত প্ৰচলিত পিতৃ-প্ৰধান সমাজ-ব্যৱস্থাৰ কথা অধিকভাৱে স্পষ্ট হৈ পৰিব। পৰিয়ালৰ গুৰিয়ালজনে ব্যৱহাৰিক জীৱনৰ ক্ষেত্ৰতো কিছুমান বিশেষ সা-সুবিধা পায়। ঘৰুৱা অতি সাধাৰণ কামো নিজহাতে তেওঁ কৰিব নেলাগে। ইয়াৰ কাৰণ কি? সাধাৰণ কাম কৰিলে কৰ্ত্তৃত্বত তেওঁৰ বাধা পৰিব পাৰে, সেই কাৰণে। খাবৰ সময়ত খোৱা বস্তু নিজৰ পত্নী, লৰা-ছোৱালী নাইবা পৰিয়ালৰ আনে মুখৰ আগত যতনাই দিব লাগিব। আনকি নিজ-হাতেৰে চুকি পোৱা বস্তুও পত্নী নাইবা বন্দী বেটীয়ে হাতত তুলি দিব লাগিব। পৰিয়ালৰ আনসকলে দৈনন্দিন খোৱা বস্তু নহয়, গুৰিয়ালজনক বিশেষ আহাৰৰ যোগান ধৰিব লাগিব। নহলে তেওঁৰ কৰ্ত্তৃত্ব ৰক্ষা নপৰে। আনকি তেওঁৰ মৰ্য্যাদা অনুসাৰে বাসথলীৰ আছুতীয়া কক্ষও আনৰ তুলনাত সুকীয়া ধৰণৰ হব লাগিব। পিতৃ-পুৰুষৰ স্থান মৰ্য্যাদাসম্পন্ন আৰু আছুতীয়া।"

ওপৰত উল্লেখ কৰা বৰ্ণনা হৈছে জাপানৰ পিতৃ-প্ৰধান সমাজৰ ছবি। কমবেছি পৰিমাণে এই একেখন ছবি প্ৰাচ্যৰ প্ৰায়বোৰ এনে ধৰণৰ পিতৃ-প্ৰধান সমাজৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি। যুটীয়া পৰিয়ালত কৰ্ত্তৃত্বৰ কেইবাটাও স্তৰ আছে। উদাহৰণ স্বৰূপে ঃ

(১) শাহু-শহুৰৰ ন ছোৱালীৰ বা বোৱাৰীৰ ওপৰত স্বভাৱসিদ্ধ কর্তৃত্ব; (২) পত্নীৰ ওপৰত স্বামীৰ কর্তৃত্ব; (২) সন্তানৰ ওপৰত পিতৃ-মাতৃৰ কর্তৃত্ব। সাধাৰণতে এনে ধৰণৰ তিনিতৰপীয়া কর্তৃত্বৰ জৰিয়তে যুটীয়া পৰিয়াল একোটাৰ কর্তৃত্ব সংগঠিত হয়। ইয়াৰ উপৰিও আৰু এটা ব্যৱস্থাৰ প্ৰচলন মন কৰিবলগীয়া। সেইটো হৈছে সৰুৱে ডাঙৰক মানি চলিব লাগিব, বিশেষকৈ নাৰীয়ে পুৰুষক। চীনদেশৰ প্ৰাচীন আইন বিধিত আছিল, ডাঙৰে সৰুক যিমান পাৰে সিমান মৰিয়াব, মাথোন তেজ ওলাব নেলাগিব। যিমান কঠোৰ নহওক লাগিলে, এনেকৈ মাৰ-ধৰ কৰোঁতাৰ বিপক্ষে আইনত তেনে কোনো নির্দ্ধাৰিত শাস্তিৰ ব্যৱস্থা নাছিল।

যুটীয়া পিতৃ-প্ৰধান পৰিয়াল একোটাই যে পৰিয়ালৰ আন সদস্যসকলক সকলো ক্ষেত্ৰতে নিৰাপত্তা দিয়ে, সেইবিষয়ে বাক-বিতণ্ডাৰ থল নাই। সেইবুলি এনে নিৰাপত্তা যে ব্যক্তি-স্বাধীনতাৰ বিনিময়তহে সম্ভৱপৰ হয়, সেই বিষয়েও মতানৈক্য হব নোৱাৰে। দকৈ ভাবি চাবলৈ গলে, এনে ৰুদ্ধ সমাজ-ব্যৱস্থাত ব্যক্তিৰ আশা-আকাঙ্ক্ষাই স্বকীয়ভাৱে ৰূপ পোৱাটো সম্ভৱপৰ নহয়। এনে পৰিয়াল-ব্যৱস্থাত বিদ্ৰোহৰ কোনো সুবিধা নাই। ভাৰতীয় সংস্কৃতি দর্শনে বিদ্ৰোহৰ কথা নিশিকায়।

পৰিয়ালৰ সমষ্টিয়েই সমাজ। গতিকে পৰিয়ালৰ স্বৰূপ সমাজে কিছুদূৰ প্ৰতিফলিত নকৰাকৈ নেথাকে। এই কাৰণেই সম্ভৱতঃ দার্শনিক-প্ৰৱৰ প্লেটোই মন্তব্য কৰিছিল: "The state is the family writ large." আচলতে পৰিয়ালৰ বিস্তৃত সংস্কৰণ হৈছে ৰাষ্ট্ৰ। ইয়াৰ প্ৰমাণ জাপান। ৰাষ্ট্ৰক জাপানীসকলে বৃহৎ এক পৰিয়াল স্বৰূপে গ্ৰহণ কৰি আহিছে। সম্ৰাট হৈছে এই বৃহৎ পৰিয়ালৰ পিতৃ-পুৰুষ।

প্ৰাচ্যৰ জীৱনধাৰাক যুগে যুগে পৰিয়াল আৰু সমাজৰ ওতঃপ্ৰোত বান্ধে ভাৰসাম্য প্ৰদান কৰি আহিছে। এই ভাৰসাম্যৰ অন্তৰালত প্ৰত্যেক ব্যক্তিৰে নিজৰ জন্ম-স্বত্ব নাইবা সমাজে নির্দ্ধাৰণ কৰি দিয়া দায়িত্ব আছে। এই ভাৰসাম্য কোনো কথাই বিচ্ছিন্ন কৰিব নোৱাৰে। আনকি ব্যক্তিৰ প্ৰতিভাও এই সীমাবদ্ধতাৰ মাজতে বিকাশ লভিব লাগিব, ইয়াক অস্বীকাৰ কৰি নাইবা ইয়াৰ সীমা উলঙ্ঘা কৰি



নহয়। ......আমাৰ সমাজত প্ৰচলিত বর্ণ-বিভাগ ৰীতি এনে এক সমাজে বান্ধি দিয়া পদ্ধতি। বিজাই চালে দেখা যায়, পশ্চিমত প্ৰচলিত ৰীতিৰ ই সম্পূর্ণৰূপে বিপৰীতমুখী, তথাপি কব লাগিব, আজি আমাৰ দেশতো ক্ৰমাৎ পাশ্চাত্যৰ প্ৰভাৱ পৰি এনে ধৰণৰ আওপুৰণি সমাজ-ব্যৱস্থা পৰিৱর্ত্তনমুখী হবলৈ বাধ্য হৈছে। ই জাতি আৰু জীৱন, উভয়ৰ কাৰণে শুভ লক্ষণ।

মনু, কন্‌ফিউছিয়াছ্ আদি সমাজ-দর্শনৰ পণ্ডিতসকলে পুৰুষপ্ৰধান পৰিয়ালৰ কাৰণে কথা কৈ আহিছে। এই সকলৰ চিন্তা-দর্শনে প্ৰাচ্যৰ সমাজ-মন নিবিড়ভাৱে গঢ় দি আহিছে যদিও প্ৰাচ্যৰ সকলো ক্ষেত্ৰতে আৰু সকলো অৱস্থাতে যে যুটীয়া পৰিয়াল-ব্যৱস্থাৰ প্ৰচলন আছিল, সেইষাৰ কথা নহয়। 'চাইনীজ ফেমিলি এণ্ড ছ'ছাইটি' বোলা ওলগা লাঙৰ কিতাপ এখন আছে। সেই কিতাপখনত আছে: "চীনদেশৰ প্ৰায় প্ৰত্যেকটো যুগতেই দেখা যায়, একোটা পৰিয়ালৰ সদস্য-সংখ্যা ছয় বা আঁঠতকৈ কোনো কালে বেছি নাছিল।" কেৱল অভিজাত শ্ৰেণীৰ, চহকী খেতিয়ক, এনে সকলৰ পৰিয়ালতহে সদস্য-সংখ্যা অত্যাধিক আছিল। অর্থাৎ এনে শ্ৰেণীৰ পৰিয়ালসমূহতহে যুটীয়া জীৱন-ব্যৱস্থাৰ প্ৰচলন আছিল।

যুটীয়া জীৱন-ব্যৱস্থা সাধাৰণ পৰিয়ালত প্ৰকট নোহোৱাৰ কাৰণ হৈছে আর্থিক দাৰিদ্ৰ্য। প্ৰবল দাৰিদ্ৰ্যৰ পৰিপ্ৰেক্ষিতত সমূহীয়া ভূমি-ব্যৱস্থা অচল হবলৈ বাধ্য হৈছিল। এডোখৰ মাটিৰপৰা সমূহীয়া প্ৰচেষ্টাৰ যোগেদি যি উৎপন্ন হৈছিল, সেই উৎপন্নৰ জৰিয়তে একোটা বিৰাট যুটীয়া পৰিয়ালৰ ভৰণ-পোষণ সম্ভৱপৰ নহৈছিল। এনে অৱস্থাৰ কাৰণেই একোটা পৰিয়াল বেলেগ হৈ গাইগুটীয়াভাৱে জীৱিকা বিচাৰিবলৈ বাধ্য হৈছিল। ক্ৰমাৎ সমাজৰ স্বৰূপ পৰিৱর্তিত হৈ আহিছে। বর্ত্তমান জনসংখ্যা বঢ়াৰ লগে লগে মাটিৰ অভাৱ বাঢ়ি আহিছে। গতিকে মানুহে মাটিৰ মোহ পৰিত্যাগ কৰি চহৰৰ উদ্যোগ-জীৱনৰ আশ্ৰয় লব লগা হৈছে। আমাৰ দেশতো এইটো এটা বিৰাট সমস্যা স্বৰূপে দেখা দিছে। সাময়িক বস্তু হলেও বর্ত্তমান আমাৰ দেশত গাঁৱৰ পৰা জন-সাধাৰণ চহৰমুখী হোৱাৰ কাৰণে অর্থনৈতিক ভাৰসাম্যৰ ওপৰত কিছুদূৰ হেঁচা পৰিবলৈ বাধ্য হৈছে।

এইটো অৱস্থাৰ অভ্যুদয় হোৱাৰ পূৰ্ব্বেই দূৰদৃষ্টিসম্পন্ন গান্ধীজীৰ মনত বস্তুটো সমস্যা স্বৰূপে উদয় নোহোৱাকৈ নাছিল। গাঁও এৰি চহৰমুখী হোৱা পৰিয়াল একোটা ক্ৰমাৎ উদ্যোগকেন্দ্ৰী বনুৱা নাইবা চহৰকেন্দ্ৰী মধ্যবিত্ত শ্ৰেণীলৈ ৰূপান্তৰিত হয়। একে পুৰুষৰ ভিতৰতে এনে ধৰণৰে চহৰজীৱী হোৱা পৰিয়ালৰ ক্ষেত্ৰত ততালিকে মধ্যবিত্ত শ্ৰেণীলৈ ৰূপান্তৰিত হোৱাটো সম্ভৱপৰ নহয় যদিও চতুৰ্থ পুৰুষৰ ক্ষেত্ৰত অন্ততঃ ই সম্পূৰ্ণৰূপে মোট সলাই চহৰকেন্দ্ৰী শ্ৰেণীলৈ ৰূপান্তৰিত হোৱাটো বিশেষ একো আচৰিত কথা নহয়।

যুটীয়া পৰিয়াল সদায়েই যে নিয়াৰিকৈ পৰিচালিত হৈছিল, এনে নহয়। ব্যক্তিগত কাৰণৰ বাবে নহলেও অৰ্থনৈতিক অনাটনে একোটা পৰিয়ালৰ মাজত কোনো কোনো ক্ষেত্ৰত অনৈক্য আৰু সংঘাতৰ সৃষ্টি নকৰাকৈয়ো নাছিল। এনে কাৰণৰ বাবেই যুটীয়া পৰিয়াল শেষত ভাঙি ডোখৰ ডোখৰ হৈছিল। আনহাতে যুটীয়া পৰিয়ালৰ উদ্দেশ্য আছিল বিভিন্ন ব্যক্তিৰ মাজত ঐক্য আৰু সম্প্ৰীতিৰ বান্ধোন নিকপকপীয়া কৰি যুটীয়া পৰিয়ালৰ পৰিবেশ নিয়াৰি কৰা। এই ক্ষেত্ৰত যে সমাজ ব্যৰ্থ হৈছিল, সেইষাৰ কথা অৱশ্যে সঁচা নহয়। কন্দল ব্যতিক্ৰমহে, নিয়ম নহয়। ওলগা লাঙৰ ‘চাইনীজ ফেমিলি এণ্ড ছ’ছাইটি’ কিতাপত চীনদেশৰ ঐতিহ্যশালী যুটীয়া পৰিয়াল এটাৰ সুন্দৰ বৰ্ণনা আছে। চীনদেশৰ চিয়াঙচাও বোলা এখন নগৰত চেন নামেৰে যুটীয়া পৰিয়াল এটা আছিল। এই পৰিয়ালটোৰ সৰ্ব্বমুঠ সদস্য-সংখ্যা সাত শ আছিল। কোনো কালে এই সকলৰ মাজত কেতিয়াও বাক-বিতণ্ডা লগাৰ প্ৰমাণ নাই। অভূতপূৰ্ব্ব এক সম্প্ৰীতিৰ বান্ধোনেৰে বান্ধ খাই সকলোৱে সুখে দুখে জীৱন যাপন কৰিছিল, কেতিয়াও কোনো সংঘাতৰ সৃষ্টি হোৱা নাছিল। পৰিয়ালটোত এশটা কুকুৰ আছিল। সিহঁতকো এনেদৰে শিক্ষা প্ৰদান কৰা হৈছিল যে খাবৰ সময়ত তাৰে এটা অনুপস্থিত থাকিলে বাকী নিৰানব্বৈটাই বাট চাই থাকে।

প্ৰকৃতপক্ষে এনে উদাহৰণ অতি বিৰল। ইয়ো এটা ব্যতিক্ৰমহে। বিখ্যাত চীনদেশীয় গ্ৰন্থ ‘ড্ৰিম অব্ ডি ৰেডচেম্বাৰ’ পুথি যি অধ্যয়ন কৰিছে, সেই সকলে জানে এই কিতাপখনত এটা চীনা অভিজাত



পৰিয়ালৰ বৰ্ণনা আছে। এই পৰিয়ালটোৰ ইতিহাস হৈছে আত্মকলহ আৰু পাৰস্পৰিক সংঘাত, ষড়যন্ত্ৰৰ ইতিহাস। এচ. ছি. ডুবেৰ ‘ডি ইণ্ডিয়ান ভিলেজ’ বোলা পুথিখনতো এনেধৰণৰ পাৰিবাৰিক আত্মকলহৰ উদাহৰণ আছে।

ভাই-ককাই প্ৰায়েই বেলেগ হয়। এনেধৰণৰ পাৰিবাৰিক বিভেদ যে পাৰস্পৰিক বুজাপৰা নাইবা সম্প্ৰীতিৰ জৰিয়তে হয়, এইষাৰ কথা শুদ্ধ নহয়। বিভেদৰ গুৰিতে দন-খৰিয়াল। বৃদ্ধ পিতৃ-মাতৃক পৰিত্যাগ কৰি কোনো কোনো পুত্ৰসন্তান যে বেলেগ হৈ নেযায়, সেইষাৰ কথাও নহয়। এনে উদাহৰণো আছে, কোনো কোনো ক্ষেত্ৰত বৃদ্ধ পিতৃ-মাতৃ জীৱিকাৰ বাবে সম্পূৰ্ণৰূপে অবিবাহিতা জীয়েকৰ ওপৰত নিৰ্ভৰশীল হব লগা হয়। সাধাৰণতে আন কোনোবাটো লৰা আঁতৰি গলেও বৰটো লৰা বৃদ্ধ পিতৃ-মাতৃৰ সৈতে থাকি যায়। পিতৃ-মাতৃৰ ভৰণ-পোষণৰ দায়িত্ব, পৈতৃক সম্পত্তি তদাৰক কৰাৰ দায়িত্ব প্ৰথম পুত্ৰৰ ওপৰতেই ন্যস্ত হয়। ভাৰতীয় হিন্দুসমাজত পিতৃমাতৃৰ শ্ৰাদ্ধ আদিৰ বাবেও বৰ পুতেকৰ প্ৰয়োজন। কেতিয়াবা এনেও দেখা যায়ঃ ‘পৈতৃক সম্পত্তি কেউজন ভ্ৰাতৃৰ মাজত সমানে বিভক্ত হৈ যোৱাৰ পিছতো বৰজনৰ ভাগত দুভাগ বা তাতোকৈ অধিক পৰাও দেখা যায়। ইয়াৰ এটা কাৰণ হৈছে বৃদ্ধ পিতৃ-মাতৃৰ প্ৰতি সন্তানৰ যি দায়িত্ব, সেই দায়িত্ব তেওঁৰ ওপৰত ন্যস্ত হোৱাটো।

পৰিয়ালৰ মাজত দেখা দিয়া হাই-কাজিয়াৰ কথা ওপৰত উল্লেখ কৰি আহিছোঁ। এনেদৰে হাই-কাজিয়া লাগিছিল যদিও তেনে পৰিস্থিতিৰ অৱসান ঘটাই সঙ্ঘবদ্ধ হৈ বিপদৰ কেনেকৈ সম্মুখীন হব লাগে, সেইষাৰ কথা প্ৰাচ্যৰ প্ৰাচীন পৰিয়ালসমূহে জানিছিল। এজনৰ বিপদ মানে পৰিয়ালৰ আন সকলোৰে বিপদ, এইষাৰ কথা পৰিয়ালৰ সকলোৱে বুজিছিল। গতিকে বিপদত পৰস্পৰে পৰস্পৰক সহায় কৰাটো ধৰ্ম্মকাম বুলি বিবেচিত হৈছিল। পাৰ্ল বাকৰ কিতাপত আছে ঃ

“ৱাং লাঙৰ দদায়েক অকস্মাৎ আহি ওলাল। তেওঁ কলৈ গৈছিল, কিয় গৈছিল, সেই বিষয়ে ব্যাখ্যাৰ কোনেও প্ৰয়োজন বোধ কৰা নাছিল। তেওঁ আহি দুৱাৰমুখত থিয় দিলেহি, যেন এইমাত্ৰ আকাশৰ পৰা খহি পৰিছে; কাপোৰ-কানি বোৰ ফটাচিটা, চোলাত

বুতাম নাই, আনকি কঁকালৰ পেটীডালো সোলোক-ঢোলোক। মুখখন সোতোৰা-সোতোৰ; এইটো তেওঁৰ আগৰে বস্তু। ৰ'দৰ তাপ আৰু বতাহ লাগি এতিয়া তেওঁৰ মুখমণ্ডল আৰু কিছুদূৰ কঠোৰ হৈছে। ......তেওঁ আহি বহিল। আগত খোৱাপাত্ৰ দিয়া হ'ল। তেওঁ হেপাহ পলুৱাই খালে। ৱাং লাঙে বুজিলে, তেওঁৰ দদায়েক এতিয়া আৰু গুছি নেযায়। তেওঁক খুৱাব পৰা সামৰ্থ্য ৱাং লাঙৰ হৈছে। ৱাং লাঙে খুড়াকৰ কথা ভাবিলে আৰু ভাবিলে খুড়ীয়েকৰ কথা। মনত তেওঁৰ শঙ্কা উপজিল। তেওঁলোক দুয়ো এতিয়া ৱাং লাঙৰ ঘৰত থাকিবলৈ লব, কোনেও তেওঁলোকক বাধা দিব নোৱাৰে। ৱাং লাঙৰ মনে মনে খং উঠিল। এই খং দুগুণে উত্তপ্ত হৈ উঠিল, কাৰণ এই খঙৰ প্ৰকাশ দিব পৰা শক্তি তেওঁৰ নাই। মুখত কৃত্ৰিম হাঁহিৰে তেওঁ এতিয়া আত্মীয়-স্বজনক আদৰণি জনাব লাগিব।"

মনৰ ভাব যিয়েই নহওক লাগিলে—আৰ্থিক অৱস্থাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে—আলহী সেৱা কৰিবই লাগিব, ই ধৰ্ম্মৰ কথা। গতিকে প্ৰাচ্যত দেখা যায়, জাত্যান্তৰ নহলে মানুহ অৱহেলিত হৈ মৰিব লগা নহয়। যিবোৰ সমাজত যুটীয়া পৰিয়াল ব্যৱস্থা প্ৰৱৰ্ত্তমান, সেইবোৰ সমাজত বাজহুৱা সেৱাশ্ৰম বা অনাথ আশ্ৰমৰ প্ৰয়োজন কম। এই খিনিতে এটা উদাহৰণ দাঙি ধৰিব খুজিছোঁ: ১৮৪২ চনত ইংলণ্ডত বিবাট এক অগ্নিকাণ্ড হৈছিল। এই অগ্নিত নিঠৰুৱা হোৱা কাৰো কোনো সমস্যা হোৱা নাছিল। যেনেকৈ যাৰ য'ত সম্বন্ধীয়া মানুহ আছিল, প্ৰত্যেকজনৰে সেইসকলে দায়িত্ব গ্ৰহণ কৰিছিল। সমাজ-ব্যৱস্থাৰ স্বৰূপ স্বকীয়া হব পাৰে। সেইবুলি প্ৰকৃত মানবীয় গুণৰাশিৰ বিভাজন হব নোৱাৰে।

ডক্টৰ ডেভিদ মেচ আৰু ভেৰা মেচ বোলা গ্ৰন্থকাৰদ্বয়ে 'মেৰেজ: ইষ্ট এণ্ড ৱেষ্ট' বোলা কিতাপখনত একেযাৰ কথা উল্লেখ কৰিছে: বম্বে চহৰত এওঁলোকে এজন ডেকা মানুহ লগ পাইছিল। মানুহজনৰ জীৱনৰ স্বপ্ন আছিল উকীল হোৱা। গতিকে আইন কলেজত নাম ভৰ্ত্তি কৰি লোৱাৰ লগে লগে পৰিয়ালৰ ভৰণ-পোষণৰ কাৰণে সন্ধ্যা এটা চাকৰিও যোগাৰ কৰি লৈছিল। এনেতে তেওঁৰ এজন ওচৰসম্বন্ধীয় মানুহৰ মৃত্যু হ'ল। মানুহজনৰ সম্পত্তিৰ ভিতৰত থাকিল



মাথোন বিধবা পত্নী আৰু সৰু সৰু দুটা লৰা-ছোৱালী। এই নিঠৰুৱা পৰিয়ালটোক চাবলৈ আন কোনো মানুহ নাছিল। অকণো দ্বিধা বোধ নকৰাকৈ মানুহজনে নিজৰ জীৱনৰ সকলো আঁচনি পৰিত্যাগ কৰিলে, দিন আৰু ৰাতি দুয়োবেলা তেওঁ এতিয়া চাকৰি কৰে। অসীম কষ্টৰ সম্মুখীন হৈ নিজৰ পৰিয়ালটোক দিয়াৰ উপৰিও মানুহজনে ইটো পৰিয়ালকো ভৰণপোষণ দিছে। পৰিয়ালৰ সমূহীয়া স্বাৰ্থৰ কাৰণে যে নিজৰ স্বাৰ্থ ত্যাগ কৰিব লাগে, এইষাৰ কথা প্ৰাচ্যৰ মানুহে স্বভাৱসিদ্ধ ভাৱে জানে। 'ব্যক্তিগত স্বাৰ্থ পৰিহাৰ কৰি আনৰ কাৰণে জীৱন উছৰ্গা কৰিবলৈ শিকা', ভাৰতীয় দৰ্শনে ইয়াকে যুগে যুগে শিকাই আহিছে।

আত্মীয়-স্বজনৰ সহায়-সমৰ্থনৰ কথা কেতিয়াবা বহু দূৰলৈকে যায়। চীন দেশৰ লীয়াও চাই বোলা সাধু এটাত আছে: শু বোলা মানুহ এজন হেনো মৃত্যুৰ পিছত ভূত হৈ অনাই বনাই ফুৰিব লগা হব বুলি অভিশপ্ত হৈছিল। আচৰিত কথা, এই বিষয়ত তেওঁ হেনো অকণো চিন্তিত হোৱা নাছিল। তাৰ কাৰণ? যমপুৰীত তেওঁৰ হেনো মোমায়েকৰ পুতেক ককায়েক অফিছৰ চেক্ৰেটৰী হৈ আছে। তেওঁক কৈ মানুহজনে পৃথিৱীৰ কোনো এক ভাল পৰিয়ালত পুনৰ জন্মৰ সুবিধা কৰি লব। এনেকৈয়ে মানুহৰ তেজ-মঙহৰ বান্ধ এই পৃথিৱীতে নহয়, সিপুৰীতো সঞ্জীৱিত হৈ থাকে।

পিতৃ-প্ৰধান সমাজত এনে এক পাৰিবাৰিক বান্ধোনৰ কাৰণেই পৰিয়ালৰ সদস্যসকল সঙ্ঘবদ্ধ হৈ থকাটো সম্ভৱ। এনে ঐতিহ্যৰ দ্বাৰাই বিশেষ এক মনস্তত্বৰ উদয় হয়: একে জোপা গছৰ তেওঁলোক গুটি। তেওঁলোকৰ স্নায়ুত একে ৰক্তপ্ৰবাহ। যি কোনো কাৰণেই মতানৈক্য, বাক-বিতণ্ডা নহওক লাগিলে, পৰিয়ালৰ ঐক্য ৰক্ষা কৰাটো হৈছে এওঁলোকৰ স্বাভাৱিক লক্ষ্য।

ঐতিহাসিক দৃষ্টিকোণৰ পৰা পিতৃ-প্ৰধান ব্যৱস্থা হৈছে সমাজে অনুমোদন যোগোৱা শক্তিশালী এক অনুষ্ঠান। ইয়াৰ জৰিয়তে যোৱা চাৰি হেজাৰ বছৰে প্ৰাচ্যৰ সমাজে শৃঙ্খলা আৰু স্থিৰতা পাই আহিছে। ব্যক্তিক ই জীৱনৰ লক্ষ্য দিছে। সমাজৰ কল্যাণৰ কাৰণে নিজৰ ব্যক্তিগত স্বাৰ্থ পৰিত্যাগ কৰিব পাৰিব লাগিব,

এয়ে হৈছে পিতৃ-প্ৰধান যুটীয়া পৰিয়াল ব্যৱস্থাৰ ঘাই শিক্ষা। এইটোও সঁচা, এনে সমাজ ব্যৱস্থাই কোনো পৰিৱৰ্ত্তন বা বৈচিত্ৰ্য নিবিচাৰে।

আগতে কৈ অহা হৈছে, যুটীয়া পৰিয়াল-ব্যৱস্থাত ব্যক্তিয়ে অসহায় বা অকলশৰীয়া বোধ নকৰে। ব্যক্তিক নিজৰ পৰিয়ালবৰ্গই কেউপিনৰ পৰা আঁগুৰি থাকে, সেই কাৰণে। ব্যক্তিগত সম্পত্তিৰ কথা চিন্তা কৰি মূৰ ঘমাব লগাও নহয়। নৈৰ এসোঁতা পানীৰ দৰে জীৱনৰ ৰূপ প্ৰবাহিত হয়। এইদৰেই বছৰৰ পিছত বছৰ ই প্ৰবাহিত হয়। সেইবুলি জীৱনৰ ৰূপ নেহেৰায়। এনেবোৰ কাৰণৰ বাবেই এনে সমাজত বৃদ্ধজনৰ তেনে কোনো আহুকাল নহয়। বয়স বাঢ়ি অহাৰ লগে লগে ব্যক্তিৰ সম্মানহে বাঢ়ি আহে। মৃত্যুৰ পিছতো এনে ব্যক্তি পৰিয়ালৰ স্মৃতিত জীৱন্ত হৈ থাকে।

বহু-পত্নী ব্যৱস্থা পুৰুষ-প্ৰধান সমাজৰ সৃষ্টি। নাৰীৰ দৃষ্টিভঙ্গীৰ পিনৰ পৰা নাইবা প্ৰগতিবাদী সমাজ-ব্যৱস্থাৰ দৃষ্টিভঙ্গীৰ পিনৰ পৰা বহু-পত্নী ব্যৱস্থা সমৰ্থনযোগ্য নহয়। এই ক্ষেত্ৰত পুৰুষৰ দৃষ্টিভঙ্গী বহুদূৰ স্বকীয়া। ই যিয়েই নহওক লাগিলে, এনে ব্যৱস্থা যে নাৰীৰ পক্ষে মৰ্য্যাদা হানিকৰ, এনে ব্যৱস্থাৰ জৰিয়তে তেওঁলোক যে নিম্নগামী হবলৈ বাধ্য, সেইবিষয়ে সন্দেহ নাই।

বায়ডাৰ স্মিথৰ একেষাৰ কথা আছেঃ "Polygamy is inherently factious". কথাষাৰ সঁচা। সেইবুলি একেজন মানুহৰে দুই তিনি গৰাকী পত্নী একেখন ঘৰতে মিলাপ্ৰীতি, শান্তিৰে থকা উদাহৰণতো বিৰল নহয়। আনহাতে অশান্তি, হাই-কাজিয়া আদিৰ উদাহৰণো অলেখ আছে। ওলগা লাঙৰ মতে চীনা পাৰিবাৰিক জীৱনৰ লক্ষ্য আছিল উপ-পত্নীৰ মাজৰ হাই-কাজিয়া হ্ৰাস কৰা। তথাপি একোটা পৰিয়ালত এনে একোটা অৱস্থাৰ সৃষ্টি হয় যে গোপন-হত্যা আদিও অনুষ্ঠিত নোহোৱাকৈ নেথাকে। কোনো কোনো ক্ষেত্ৰত আত্মহত্যা আদিও হয়। ইংৰাজীত সৰ্ব্বজনবিদিত একেষাৰ কথা আছেঃ "All is fair in love and war"। যেতিয়া একেজন পুৰুষক লক্ষ্য কৰি দুগৰাকী বা তিনি গৰাকী নাৰীৰ প্ৰণয় কেন্দ্ৰীভূত হয়, তেতিয়াই প্ৰণয় সংঘৰ্ষলৈ ৰূপান্তৰিত নোহোৱাকৈ নেথাকে। ইজনীয়ে সিজনীৰ ছাঁ এৰাই ফুৰিব



পৰাৰ ওপৰতেই উপ-পত্নীসকলৰ সমূহীয়া পৰিয়াল-জীৱন শান্তিপূৰ্ণ হোৱাটো সম্ভৱ। নহলে সংঘৰ্ষৰ হাত সৰা টান।

উপ-পত্নীসকলক শাসনাধীন কৰি ৰাখি পৰিয়াল জীৱন নিয়ন্ত্ৰিত কৰি ৰখাতকৈ টান কাম আন একো হব নোৱাৰে। এইখিনিতে কনফিউছিয়াছৰ কথা একেষাৰ মনত পৰিছেঃ "উপ-পত্নী আৰু বন্দী-বেটী নিয়ন্ত্ৰিত কৰি ৰখাটো টান কাম। অলপ বেছি আঁসৈ দিলেই সিঁহত ডিঙিলৈকে জপিয়ায়। আনহাতে সংযত ব্যৱহাৰ কৰিলেও সিঁহত অসন্তুষ্ট হয়।"

কোনো কোনো ক্ষেত্ৰত উপ-পত্নীক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা অশান্তিয়ে সমগ্ৰ পৰিয়ালক আগুৰিছিল। এনে অশান্তিয়ে পৰিয়ালৰ ভাতৃবৰ্গ, পিতা-পুত্ৰ ইত্যাদিকো আনকি স্পৰ্শ নকৰাকৈ নাছিল। ইয়াতোকৈ ডাঙৰ কথা কৈছে কোনো কোনো ক্ষেত্ৰত পিতাকে পুত্ৰৰ উপ-পত্নীৰ সৈতে নাইবা পুত্ৰই পিতাকৰ উপ-পত্নীৰ সৈতে গোপন যৌন-জীৱন যাপনৰ জৰিয়তেও অথন্তৰৰ সৃষ্টি কৰাৰ উদাহৰণ বিৰল নহয়। এইখিনিতে কোনো কোনোৱে একেষাৰ কথা কয়ঃ চহকীৰ ঘৰৰ উপ-পত্নীৰ মাজত যেনেদৰে কাজিয়া হয়, তেনেদৰে কৃষকৰ ঘৰৰ উপ-পত্নীৰ মাজত সংঘাতৰ উদয় নহয়। দিনটোৰে কৃষকৰ ঘৰৰ উপ-পত্নী নানান ঘৰুৱা কামত ব্যস্ত থাকে। কাজিয়া কৰিবলৈ তেওঁলোকৰ অৱসৰ ক'ত? চহকীৰ ঘৰৰ উপ-পত্নীৰ কথা স্বকীয়া। আলপৈচান ধৰা মানুহে আলপৈচান ধৰে। নিশাৰ যৌন-জীৱনৰ কাৰণে দিনটোৰে সাজি-কাচি প্ৰস্তুত হৈ থকাৰ বাহিৰে তেওঁলোকৰ আন কাম নাই। গতিকে ইজনীয়ে সিজনীয়ে কাজিয়া নকৰি কৰিব কি?

বৰ্ত্তমান সমাজত ক্ৰমাৎ বহু-বিবাহ প্ৰথা হ্ৰাস পাই আহিছে। আইনৰ জৰিয়তে নাইবা সমাজ সংস্কাৰকৰ প্ৰচাৰৰ জৰিয়তেই হ্ৰাস পাই আহিছে বুলি কবলৈ যোৱাটো সঁচা কথা নহব। এনে প্ৰথাৰ পতন স্বাভাৱিক কাৰণবশতঃ সম্ভৱপৰ হৈছে বুলি কলে সৰহ কব নেলাগে। মই ভাবি পোৱাত ইয়াৰ আৰু দুটা কাৰণ আছে; (১) নাৰীৰ মুক্তি, আৰু (২) জীৱন যাপনৰ মানদণ্ড। এনেবোৰ কাৰণৰ বাবেই বৰ্ত্তমান সমাজত বহু-পত্নী ব্যৱস্থা অচল হবলৈ বাধ্য হৈছে। সমাজ-মনো ক্ৰমাৎ ইয়াৰ বিপক্ষে প্ৰবাহিত হৈছে। কাৰণ, এনে ব্যৱস্থাই নাৰী-

জাতিক নিম্নগামী কৰে। এসময়ত বহু-পত্নী আছিল পুৰুষৰ মৰ্য্যাদাৰ মানদণ্ড। ডেল্টনৰ কিতাপত পঢ়া মনত আছে; তাহানি জাৰকালি অসমৰ ভৈয়ামৰ বজাৰলৈ অহা মিছিমি গাম এজনক এইজনা ইংৰাজে লগ পাইছিল। প্ৰত্যেকবাৰেই মিছিমি গামজনৰ লগত এগৰাকীকৈ নতুন পত্নী। বৰ্ত্তমান সমাজে এনে ব্যৱস্থাক অনুমোদন নজনায়।

এইখিনিতে একেষাৰ কথা লক্ষ্য কৰি চাব লগীয়া। বহু-পত্নী ব্যৱস্থাৰ আদিম ৰূপৰ অৱসান ঘটিছে। সঁচা কথা। তাৰ পৰিবৰ্ত্তে আজিৰ সমাজত বহুনাৰী-ভোগ আকাঙ্ক্ষাই অন্যৰূপ লৈছে। এইবোৰ হৈছে পছিমীয়া সমাজৰ পৰা গ্ৰহণ কৰা আৰ্হি। যেনেঃ (১) বিবাহিতজনে অন্য নাৰীৰ সৈতে গোপনে সঙ্গম ৰত হোৱা। (২) ৰক্ষিতা গ্ৰহণ, (৩) বিবাহ-বিচ্ছেদৰ জৰিয়তে পুনৰ বিবাহ কৰা, ইত্যাদি। এনেবোৰ আচৰণক যদি প্ৰগতি বুলিব পাৰি, তেন্তে কব লগা একো নাই।

চীন দেশত এটা প্ৰবচন আছেঃ পুৰুষক এজনী তিৰোতা লাগে ঘৰ-সংসাৰ চাবৰ কাৰণে, এজনী উপ-পত্নী লাগে যৌন-সম্ভোগৰ কাৰণে, আৰু এজনী বান্ধৱী লাগে কথাবতৰা অলোচনা কৰিবৰ কাৰণে, নিজৰ স্বপ্ন আৰু আশা বিনিময় কৰিবৰ কাৰণে। বহু স্বামীৰ ক্ষেত্ৰত প্ৰথম দুটা বস্তু একে গৰাকী নাৰীৰ পৰা পোৱাটো অসম্ভৱ কথা নহয়। কিন্তু তৃতীয়টো! তৃতীয়টোৰ কাৰণে এগৰাকী নাৰী-বান্ধৱীতকৈ পুৰুষ-বন্ধু একোজন জানো অধিক কাৰ্য্যকৰী নহয়? পুৰুষ এজনে আন এজন পুৰুষৰ স্বপ্ন বা আশাৰ কথা যেনেকৈ বুজিব, তেনেকৈ নাৰীয়ে জানো বুজিবৰ কাৰণে সক্ষম?

চীন দেশৰ দৰে জাপানতো একালত পুৰুষৰ কাৰণে যেনে যৌন-স্বতন্ত্ৰতা আছিল, তেনে যৌন-স্বতন্ত্ৰতা নাৰীৰ কাৰণে নাছিল। নিজৰ ঘৰৰ চাৰিবেৰৰ মাজত নহলেও বাহিৰত পুৰুষে উপ-পত্নী উপভোগ কৰিব পাৰিছিল। চীনা সকলৰ দৰে জাপানী সকলেও এহাতে গাৰ্হস্থ্য-জীৱনৰ দায়িত্ব আৰু আনহাতে ৰোমান্টিক প্ৰণয়, এই দুটা বস্তুৰ মাজৰ ব্যৱধান লক্ষ্য নকৰাকৈ নাছিল। ৰুথ বেনিডিথ্‌ বোলা লেখিকা গৰাকীৰ 'ডি ক্ৰিছেনথিমাম্‌ এণ্ড ডি শ্বোৰ্ড' বোলা এখন কিতাপ আছে। সেই কিতাপত ওপৰত উল্লেখ কৰা কথাষাৰৰ বিষয়ে



লেখিকা গৰাকীয়ে এনেদৰে মন্তব্য কৰিছেঃ "One is the man's major obligation, the other his minor relaxation." স্বামীৰ এনে ধৰণৰ ব্যৱহাৰত নাৰী ক্ষুব্ধ হোৱাৰ উদাহৰণো আছে। চীন দেশীয় কবিতা এটাত অৱহেলিত নাৰীৰ অন্তৰ-বেদনা এনেদৰে উথলি উঠিছে।

"নতুন প্ৰণয়নীৰ সৈতে উপভোগ কাৰ্য্যত তুমি ব্যস্ত।
মোৰ কথা তুমি এক মুহূৰ্ত্তৰ কাৰণেও চিন্তা নকৰা;
মোৰ দেহাটো তোমাৰ কাৰণে অশুচি।
তুমি মোৰ কথা স্মৰণ নকৰা;
তুমি মোক তোমাৰ শত্ৰু বুলি ভাবা;
মোৰ গুণবোৰো তোমাৰ কাৰণে অসাৰ পদাৰ্থ।
পুৰণি পাত্ৰ দলিয়াই দিয়া দি তুমি মোক দলিয়াই দিছা।"

বৰ্ত্তমান সমাজত পুৰুষৰ কাৰণেই কেৱল নহয়, নাৰীৰ কাৰণেও যৌন-বিচ্যুতিৰ সুবিধা অপাৰ ওলাইছে। পুৰুষতকৈ নাৰীৰ যৌন-স্পৃহা কোনো গুণে কম নহয়। বাৰ্ণাৰ্ড শ্বই সম্ভৱতঃ এই কাৰণেই কৈছিলঃ নাৰীক পুৰুষে যদি বৰ্জ্জন কৰাৰ সিদ্ধান্ত লয়, তেতিয়াহলে নিজে আহি নাৰীয়ে পুৰুষক দেহ-অৰ্পণ কৰিব। কথাষাৰ শুনাত আচৰিত যেন লাগিলেও, ইয়াৰ অন্তৰালত বহুখিনি সত্য আছে। এতিয়াও আমাৰ সমাজত দ্ৰৌপদী আছে। এদিন দিল্লীত বন্ধু এজনে মোক কৈছিল তেওঁ হেনো এগৰাকী আধুনিকাক চিনি পায়। এই আধুনিকা গৰাকীয়ে গৰ্ব্ব কৰি কয়ঃ "দেৱৰ এটাৰ লগতো সহবাস নকৰাকৈ মই থকা নাই। এতিয়া বিয়া-বাৰু কৰাই সিহঁত মোৰ পৰা আঁতৰি গৈছে"। এই গৰাকীক আধুনিক দ্ৰৌপদী নুবুলি কি বুলিব পাৰি? অৱশ্যে তেওঁৰ দেৱৰৰ সংখ্যা কিমান নেজানোঁ। বন্ধুজনক সুধিবলৈ নহল।

আমাৰ 'দেওৰ' শব্দটোৰ মূল 'দ্বিবৰ' বোলা শব্দটো বুলি কোৱা হয়। শব্দটো অতি অৰ্থব্যঞ্জক। অতীজত ভাতৃৰ (বৰজনা) মৃত্যুৰ পিছত বিধবা বৌয়েকক দেওৰে বিয়া কৰোৱা প্ৰথা আমাৰ ভাৰতীয় সমাজত প্ৰচলিত আছিল। উদাহৰণ স্বৰূপে, বালি বীৰৰ মৃত্যুৰ পিছত তেওঁৰ বিধবা পত্নী তাৰাদেৱীক সুগ্ৰীৱে বিবাহ কৰিছিল। সেইদৰে

বাৰণৰ মৃত্যুৰ পিছত তেওঁৰ পত্নী মন্দোদৰীক ভাতৃ বিভীষণে বিয়া কৰিছিল। ৰামায়ণত একেষাৰ অতি অৰ্থব্যঞ্জক কথা আছে। বনবাসত থকা কালছোৱাত এদিন হাবিত স্বৰ্ণমৃগ খেদি শ্ৰীৰামচন্দ্ৰ ওলাই গ'ল। দূৰৈৰ পৰা কিবা এক আতঙ্কৰ চিঞৰ সীতাৰ কাণত পৰিলহি। সীতাই লক্ষ্মণক ককায়েকক বিচাৰি যাবলৈ আদেশ দিলে। অকল-শৰীয়াকৈ বৌয়েকক এৰি যাবৰ কাৰণে লক্ষ্মণ পোনতে মান্তি হোৱা নাছিল। এইখিনিতে সীতাই লক্ষ্মণক কোৱা কটুকথা কেইষাৰৰ জৰিয়তে সেইসময়ত প্ৰচলিত সমাজ-বুৰঞ্জীৰ পাত এখিলা মুকলি হৈছে। সীতাই লক্ষ্মণক কৈছিলঃ "তুমি যাব নোখোজাৰ কাৰণটো মই বুজিছোঁ। তোমাক মোক পত্নীস্বৰূপে লাগে। কাৰণ হৈছে সেই-টোৱেই।"

এইখিনিতে কোনো কোনোৱে কয়ঃ সেই সময়ৰ আৰ্য্য সমাজত নাৰীৰ সংখ্যা তাকৰীয়া আছিল। সেই কাৰণেই এনে বিবাহ-ব্যৱস্থাৰ প্ৰচলন আছিল। এইখিনিতে এটা প্ৰশ্ন হয়ঃ বিভীষণ জানো আৰ্য্য আছিল? সুগ্ৰীৱ জানো আৰ্য্য আছিল? মোৰ কথা হৈছে—এনে প্ৰথা যুগে যুগে দ্ৰৌপদীৰ জীৱনে জনপ্ৰিয় কৰা আৰ্হিৰ পুনৰুদ্ধাৰ।

পিতৃপ্ৰধান সমাজত এনে উদাহৰণো আছেঃ ভাগ্যবান জনে অৰ্থাৎ অৱস্থাপন্ন জনে কেইবা গৰাকী বিয়া কৰাইছে, আনহাতে ভাগ্যহীন জনৰ কপালত এগৰাকীও সম্ভৱপৰ হোৱা নাই। বাগাণ্ডা বোলা জনজাতি এটাৰ মাজত বহু-বিবাহ প্ৰচলন থকা হেতুকে—নাৰীৰ সংখ্যা পুৰুষৰ সংখ্যাৰ বিজনিত যদিও ৩২ঃ১—বহু পুৰুষৰে বিবাহ নোহোৱাকৈ থকাটো এটা অতি সাধাৰণ কথা। বহু-বিবাহ প্ৰথাৰ প্ৰচলন থকাৰ হেতুকে অৱস্থাপন্নজনে এগৰাকীতকৈ অধিক বিয়া কৰায়। অৱস্থাহীনজন এগৰাকী পোৱাৰ পৰাও বঞ্চিত হয়।... ... সেইবুলি বহুবিবাহ প্ৰথা প্ৰচলন থকা সমাজতহে যে এনে অৱস্থা, সেইষাৰ কথাও নহয়। বহু-বিবাহ প্ৰথাৰ কাৰণেই সমাজৰ আনসকলে ছোৱালী নোপোৱাকৈ নেথাকে। সাধাৰণতে অৰ্থসম্পন্ন আৰু ক্ষমতা-সম্পন্নজনৰ বাহিৰে যে আনে ছোৱালী নেপায়, সেইষাৰ কথা নহয়। উদাহৰণ স্বৰূপে কব খুজিছোঁঃ টাঙ্গানিকা দেশৰ ৰাণ্ডুহা বোলা সমাজত অবিবাহিত পুৰুষ নায়েই বুলিব পাৰি।



এসময়ত এনে এটা ধাৰণা আছিল, একোজন পুৰুষ যে একো-গৰাকী নাৰীৰ সৈতে চিৰকাল সম্বন্ধিত হৈ থাকিব লাগিব, এনে নহয়। উপৰুৱা তিৰোতা থকাটো একো দোষণীয় কথা হব নোৱাৰে। নেপোলিয়নে নাৰীৰ ক্ষেত্ৰত যৌন-তৃপ্তিকে মুখ্যবস্তু বুলি লৈছিল। সেই কাৰণেই তেওঁ কৈছিলঃ মাহেকত তিনি চাৰি দিনৰ বাবে একোগৰাকী নাৰী পত্নী হব নোৱাৰে। সেই নাৰী যেতিয়া ৰোগগ্ৰস্তা হয়, তেতিয়াও পত্নী হব নোৱাৰে। সেই কাৰণেই একোজন পুৰুষৰ একাধিক নাৰীৰ প্ৰয়োজন। একালত এনে ব্যৱস্থাও প্ৰচলিত আছিলঃ পত্নী যেতিয়া বন্ধ্যা হয়, নাইবা সন্তান জন্ম দিবৰ কাৰণে অপাৰগ হয়, তেতিয়া সেই নাৰীয়ে স্বামীৰ যৌন-তৃপ্তি আৰু সন্তান লাভৰ অৰ্থে অন্য নাৰী যোগাৰ কৰি দিয়া দেখা যায়। জি. মেৰীৰ 'ছছিয়েল কণ্ট্ৰল অব্ ছেক্সুৱেল এক্সপ্ৰেছন' বোলা কিতাপত এইষাৰ কথাৰ বহল ব্যাখ্যা আছে।

আগতে কৈ আহিছোঁ, বহু-পত্নী প্ৰথা পুৰুষ-প্ৰধান সমাজৰ বস্তু। আদিম কালৰে পৰা কিছুদিনৰ আগলৈকে ই প্ৰচলিত আছিল। ইয়াক প্ৰাচীনযুগৰ সাৰ্বজনীন বিবাহ-ব্যৱস্থা বুলি কবলৈ যোৱাটো ভুল হব। সমাজৰ প্ৰত্যেকজন পুৰুষৰ কাৰণে বহু-পত্নীৰ অধিকাৰী হোৱাটো সম্ভৱপৰ নাছিল। ইয়াৰ বাবেও সামৰ্থ্যৰ প্ৰয়োজন। নহলেও একোখন সমাজত পুৰুষৰ সংখ্যাতকৈ নাৰীৰ সংখ্যা দ্বিগুণ বা ত্ৰিগুণ হব লাগিব, তেহে এনে এটা অৱস্থা সম্ভৱপৰ। আনকি মেলেনেছিয়া, প'লেনেছিয়া, আফ্ৰিকাৰ বাণ্টু সম্প্ৰদায়ৰ মাজতো অৰ্থবানজনৰহে একাধিক পত্নী থকাটোৰ প্ৰমাণ পোৱা যায়। শ্ৰম-জীৱনলৈ চাইকৈ কৃষিজীৱীৰ জীৱনতো একাধিক পত্নীৰ বিশেষ বৰঙণি আছে। এই বৰঙণিয়ে কৃষিজীৱীজনৰ অৰ্থবৃদ্ধি কাৰ্য্যত সহায় কৰে।

সমাজৰ স্বীকৃত বস্তু হৈছে এক-বিবাহ। মেলিনোস্কীয়ে কবৰ দৰেঃ 'বিবাহ অনুষ্ঠান অৰ্থ নৈতিক, যৌনসম্বন্ধীয়, ধৰ্ম্মসম্বন্ধীয়, কেউদিশৰ পৰা বিশেষ এটা ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত। সেইটো হৈছে নাৰী-পুৰুষৰ যৌন-সঙ্গম, সন্তান-উৎপাদন, সন্তানৰ লালন-পালন আৰু পাৰস্পৰিক আনুগত্য, ইত্যাদি। এইবোৰ সাৰ্থক কৰিবৰ কাৰণে প্ৰয়োজন দুজন ব্যক্তিৰ।" দুজন ব্যক্তিৰ ভিতৰত এগৰাকী নাৰী আৰু এজন পুৰুষ, ইয়াৰ জৰিয়তে এই প্ৰয়োজনীয় সম্পদৰাশি পূৰঠ হৈ উঠাটো

যেনেকৈ সম্ভৱ, তেনেকৈ বহু-পত্নীৰ সহায়ত উঠাটো সম্ভৱ নহয়। বহু-পত্নীৰ অৰ্থ যৌন অভিজ্ঞতাৰ বৈচিত্ৰ্য হব পাৰে। সেইবুলি মানৱীয় গুণৰাশিৰ বিকাশ সাধন কাৰ্য্যত ই কিমান বৰঙণি যোগায়, সেই বিষয়ে ভাবি চাবলগীয়া।

প্ৰকৃততে কৃষিজীৱী সমাজত থকাৰ দৰে পশুপালক সমাজত ব্যক্তিৰ ব্যক্তি হিছাপে উল্লেখযোগ্য স্থান নাই। সমাজৰ প্ৰত্যেক ব্যক্তিয়েই দলপতি নাইবা পৰিয়ালৰ গুৰি-ধৰোতা পুৰুষজনৰ অধীন। দলপতিৰ সামাজিক মৰ্য্যাদা একপ্ৰকাৰ আছুতীয়া বস্তু বুলিব পাৰি। সেই দায়িত্ব পিতৃপুৰুষৰ অবিহনে জ্যেষ্ঠ পুত্ৰসন্তানৰ ওপৰত ন্যস্ত হয়। সমাজৰ ৰীতি অনুসৰি পৰিয়ালৰ সকলোৰে বিবাহ আদি কাৰ্য্যৰ দায়িত্বও মূল মানুহজনৰ ওপৰত ন্যস্ত।

বিবাহ অনুষ্ঠানৰ জনপ্ৰিয়তা বঢ়াৰ লগে লগে সমাজত ৰোমান্টিক প্ৰণয়ৰ আদৰ্শ ঠন ধৰি উঠিবলৈ লয়। পুৰুষ হৃদয়ত নাৰীয়ে নতুন সন্মোহনৰ সৃষ্টি কৰে। ইয়াৰ পৰিণতি স্বৰূপে পুৰুষ প্ৰাধান্য ক্ৰমাৎ বাঢ়িবলৈ লয়। খ্ৰীষ্টান জগতত সংস্কাৰধৰ্ম্মী আন্দোলন 'ৰিফৰমেছন'ৰ জৰিয়তে আনুষ্ঠানিক সন্ন্যাস-ধৰ্ম্মৰ অন্ত পৰে। সেইদৰে সামন্তবৰ্গীয় অভিযান ধৰ্ম্মৰো—যাক ইংৰাজীত Chivalry বোলে—অন্ত পৰে। ইয়াৰ পৰিণতি স্বৰূপে বৈবাহিক-জীৱন নতুন এক মৰ্য্যাদাৰে মহিমামণ্ডিত হৈ উঠে। এনে মহিমাৰ জৰিয়তে নাৰী-পুৰুষৰ সম্বন্ধ নতুন ৰূপত উদ্ভাসিত হবলৈ লয়।

পুৰুষ-প্ৰধান সমাজৰ কথা কওঁতে মাতৃ-প্ৰধান সমাজৰ কথা উল্লেখ নকৰিলে বিষয়বস্তু আধৰুৱা হৈ থকাৰ শঙ্কা।

মাতৃপ্ৰধান সমাজৰ স্বৰূপ কেনে? ডেকাৰ সৈতে যুৱতীৰ বিবাহ হয়। সাধাৰণতে বিবাহৰ পিছত নৱ-পৰিণীতা যুৱতী স্বামী-গৃহলৈ যায়। এই ক্ষেত্ৰত পিতৃগৃহ ত্যাগ কৰি যুৱতী স্বামী-গৃহলৈ নেযায়। নিগাজীকৈ বসবাস কৰাৰ উদ্দেশ্যৰে নহলেও মাজে মাজে স্বামী পত্নীৰ পিতৃ-গৃহলৈ আহে। এনেদৰে হোৱা আদান-প্ৰদানৰ জৰিয়তে সন্তানৰ জন্ম হয়। এনেদৰে জন্ম পোৱা সন্তানৰ ওপৰত মাক আৰু মাকৰ পৰিয়ালৰ মানুহৰ প্ৰাধান্য সাব্যস্ত হয়, পিতৃৰ বা পিতৃ-পৰিয়ালৰ মানুহৰ নহয়। এই ক্ষেত্ৰত স্বামীৰ একমাত্ৰ দায়িত্ব



হৈছে পত্নীৰ গৰ্ভধাৰণ সম্ভৱ কৰি তোলা। পুৰুষৰ গাৰ বতাহ লাগি নাৰীৰ গৰ্ভধাৰণতো সম্ভৱপৰ নহয়। এনেদৰে জন্ম পোৱা সন্তানৰ আনকি নাম উপাধি ইত্যাদিও মাতৃ-গোষ্ঠীৰ পৰা আহৰণ কৰা হয়। সেইবুলি সন্তানৰ পিতৃৰ পৰিচয় যে একেবাৰে লুপ্ত হৈ যায়, সেইষাৰ কথাও নহয়।

মালয়ছিয়াত পাদাং নামেৰে এক পৰ্ব্বতীয়া অঞ্চল আছে। এই পৰ্ব্বতীয়া অঞ্চলৰ বাসিন্দা সকলৰ মাজত, সেইদৰে সুমাত্ৰাৰ ওবাং মামাব বোলা সম্প্ৰদায়টোৰ মাজত এতিয়াও মাতৃ-প্ৰধান সমাজ-ব্যৱস্থা প্ৰৱৰ্ত্তমান। আনহাতে, সমাজ-ব্যৱস্থা, মাতৃ-প্ৰধানেই হওক বা পিতৃ-প্ৰধানেই হওক, অষ্ট্ৰেলিয়াৰ জনজাতিৰ মাজত পিতৃৰ কৰ্ত্তৃত্ব পৰিয়ালত অনস্বীকাৰ্য্য। উদাহৰণ স্বৰূপে মেলেনেছিয়াৰ মাতৃ-প্ৰধান সমাজ-ব্যৱস্থাৰ ক্ষেত্ৰত এইষাৰ কথা প্ৰয়োগ কৰিব পাৰি। উত্তৰ আমেৰিকাৰ আলগণকীন জনজাতীয় সমাজত প্ৰচলিত মাতৃ-প্ৰধান ব্যৱস্থাৰ ক্ষেত্ৰতো এইষাৰ কথা সঁচা।

মাতৃ-প্ৰধান সমাজ-ব্যৱস্থাত সন্তানৰ দায়িত্ব মাতৃৰ ওপৰত ন্যস্ত। অৰ্থনৈতিক আৰু সামাজিক ক্ষেত্ৰত নাৰী পৰাভূত হোৱাৰ লগে লগে স্বাভাৱিকতে পুৰুষৰ প্ৰাধান্য বাঢ়িবলৈ ধৰে। জন্ম মুহূৰ্ত্তৰ পৰাই মাতৃ আৰু সন্তানৰ সম্বন্ধ হৈছে পোনপটীয়া। পিতৃৰ সম্বন্ধ আনুমানিক আৰু আওপকীয়া। কাৰণ, মাতৃত্ব হৈছে চাক্ষুষ বস্তু; পিতৃত্ব হৈছে কাল্পনিক বস্তু। এনে যৌন দৃষ্টি-ভঙ্গীৰ কাৰণেই স্বামীয়ে পত্নীৰ ক্ষেত্ৰত যুগে যুগে আনুগত্যৰ দাবী কৰি আহিছে। এই যৌন-বিশুদ্ধতাৰ দাবী প্ৰাচীনকালত নেলাগে আজিও সম্পূৰ্ণৰূপে কাৰ্য্যত পৰিণত হোৱা নাই। আজি নোহোৱাটো স্বাভাৱিক। ইয়াৰ কাৰণসমূহ থূলমূলকৈ আন ঠাইত উল্লেখ কৰা হৈছে। আজিৰ পৰিপ্ৰেক্ষিতত নাৰীৰ পৰা সম্পূৰ্ণ আনুগত্য কামনা কৰাটো দুঃস্বপ্নহে মাথোন।

# যুৱীয়া জীৱন ঃ নাৰীৰ স্থান

নৃতত্ত্ববিদ সকলৰ মতে প্ৰাচীন কালত—আজিও জনজাতীয় সমাজত—নাৰীৰ স্থান বহুতখিনি স্বতন্ত্ৰবীয়া আছিল। পুৰুষৰ সৈতে একেলগে জীৱনৰ নানা কৰ্ম্ম-বিভাগত নাৰীয়ে শ্ৰম কৰে। এনেকৈয়ে শ্ৰমৰ জৰিয়তে উভয়ৰ মাজত সমতাপূৰ্ণ জীৱনধাৰাৰ উদ্ভৱ হয়।

আনহাতে ভালকৈ লক্ষ্য কৰিলে দেখা যায়, সভ্যতাৰ যিমানেই উৎকৰ্ষ সাধন হৈছে, সিমানেই নাৰীৰ স্থান নিম্নগামী হবলৈ বাধ্য হৈছে। আজি নহলেও, বহুদূৰ বৰ্ত্তমান শতিকাৰ আগভাগলৈকে এইযাৰ কথা সঁচা বুলি পৰিগণিত হৈছিল। মানব-ইতিহাসত এইযাৰ কথা সুস্পষ্ট হৈ আছে। মানুহ যেতিয়া চিকাৰী হিছাপে অৰণ্যানীৰ মাজত বনাই ফুৰিছিল, তেতিয়া নাৰী আছিল পুৰুষৰ প্ৰকৃত সহচৰী। সেই নাৰীয়েই অৱশেষত সভ্যতা পূৰ্বঠ হৈ অহাৰ লগে লগে হৈ পৰে পুৰুষৰ ভোগ-লিপ্সাৰ সামগ্ৰী মাথোন। যেতিয়ালৈকে সমাজত পুৰুষ-প্ৰাধান্যৰ প্ৰচলন থাকিব, তেতিয়ালৈকে নাৰীৰ এই অৱস্থাৰ উন্নয়ন হোৱাটো আশা কৰিব নোৱাৰি। এনে অৱস্থাৰ অবসানেহে পুৰুষৰ গ্ৰাসৰ পৰা নাৰীক মুক্তি দিয়াটো সম্ভৱ।

অতি প্ৰাচীন যুগত পুৰুষৰ সৈতে বাঘৰ ছাল পিন্ধা নাৰী চিকাৰৰ অন্বেষণত হাবি সোমাইছিল। বৰ্ত্তমান সেই নাৰীয়েই মিঙ্ক-কোট পিন্ধি সমাজত ঠাই পাইছে। এই পৰিৱৰ্ত্তনৰ বুৰঞ্জী অৱশ্যে ক্ৰমোন্নতিৰ বুৰঞ্জী নহয়। প্ৰাচীন স্বতন্ত্ৰতাৰ পৰৱৰ্ত্তী কালছোৱা নাৰীৰ জীৱনত বশ্যতালৈ পৰিণতি হৈছিল। ইয়াৰ অন্ততহে ক্ৰমাৎ বৰ্ত্তমানৰ পৰিৱৰ্ত্তন সম্ভৱপৰ হৈছে। বহুযুগ ধৰি অসহায়, পতনমুখী জীৱন যাপন কৰিবলৈ নাৰী বাধ্য হৈছিল। পুৰুষে নিৰ্দ্ধাৰণ কৰা বিধি-পদ্ধতিৰে নাৰী শাসিত হৈ আহিছে। এলেন কে. ফাউন্টৰ 'দি নিউ জাপানীজ ৱমেন' বোলা কিতাপ-



খনত একেযাৰ কথা আছে। জাপানত প্ৰচলিত এটা প্ৰবাদ অনুসৰি নাৰী পুৰুষৰ সৃষ্টি। এই সৃষ্ট-বস্তুৰে স্ৰষ্টাক মোলান পেলাইছে। তথাপি যুগে যুগে নাৰী পুৰুষৰ বহতীয়া স্বৰূপে পৰিগণিত হৈ আহিছে। কোন অধিক ধুনীয়া আছিল? আডম নে ঈভ?

"নাৰী হৈ জন্মগ্ৰহণ কৰাটো কেনে দুখৰ কথা! পৃথিৱীত নাৰীৰ জীৱনতকৈ মূল্যহীন বস্তু একোৱেই নাই"—এইদৰে খ্ৰীষ্টপূৰ্ব্ব তৃতীয় শতিকাৰ ফু চুৱান বোলা চীনা কবি এগৰাকীয়ে লেখিছিল। তেতিয়াও চীনা জীৱনধাৰা বা জীৱন-আদৰ্শৰ ওপৰত চকুত পৰাকৈ কনফিউছিয়াছৰ প্ৰভাৱ পৰা নাছিল। নাৰীৰ স্থান সমাজত নিম্নগামী কৰাৰ ক্ষেত্ৰত কনফিউছিয়াছৰ বৰঙণি অতুলনীয়। শাস্ত্ৰকাৰ মনুৰ বৰঙণিও কম নহয়। আমাৰ ডাক পুৰুষৰ বৰঙণিও যথেষ্ট।

এইখিনিতে কনফিউছিয়াছৰ বিষয়ে সামান্যকৈ কব খুজিছোঁ। খ্ৰীষ্টপূৰ্ব্ব ৫৫২ চনত—তেতিয়াও প্ৰাচীন গ্ৰীছত স্বৰ্ণযুগৰ অভ্যুদয় হোৱা নাই—বাসত্তৰ বছৰীয়া স্বামীৰ ঔৰসত এগৰাকী ওঠৰবছৰীয়া পত্নীৰ এটি পুত্ৰ-সন্তান লাভ হয়। বুঢ়াৰ আনন্দ চাই কোনে? আগৰ কেই গৰাকী পত্নীৰ পিনৰ পৰা বুঢ়াৰ কেৱল কন্যা-সন্তানহে জন্ম পাইছিল। পুত্ৰ সন্তান যিবা এটা জন্ম পাইছিল, সিও আছিল খোৰা, পঙ্গু।

ওঠৰবছৰীয়া ভাৰ্য্যাই জন্ম দিয়া সন্তানটিৰ নাম পোনতে ৰখা হৈছিল কোৱাং। অৱশেষত এওঁৱেই ফু-চা নামেৰে বিদিত হয়। এওঁ কিতাপ মাথোন এখনহে লেখিছে। অৱশ্যে ভালেমান প্ৰাচীন চীনা কিতাপ এওঁৰ সম্পাদনাত নতুনকৈ প্ৰকাশ পাইছিল। মানুহজনৰ জ্ঞানগৰ্ভ বচনা আৰু চিন্তাধাৰাৰ দ্বাৰা বহুতো মানুহ অনুপ্ৰাণিত হৈছিল। এই দৰেই এওঁৰ এচাম শিষ্য গঢ়ি উঠিছিল। এনেদৰেই এওঁক কেন্দ্ৰ কৰি নতুন এক চিন্তামণ্ডলৰ উদ্ভৱ হৈছিল। প্ৰায় আঢ়ৈ শ বছৰ জুৰি এই চিন্তা প্ৰবাহে চীনদেশীয় সংস্কৃতি-জীৱন আগুৰি আছিল। মানুহজনৰ চীনা নাম কোং-ফু-চে; লেটিন শব্দৰ সহিত পাশ্চাত্য দেশত অৱশেষত কনফিউছিয়াছ নামেৰে প্ৰখ্যাত হ'ল।

নাৰী সম্বন্ধে কনফিউছিয়াছে বৰ বেছি মন্তব্য কৰা নাই। মন্তব্য

যৎসামান্য যদিও এই মন্তব্যই সুদূৰপ্ৰসাৰী প্ৰভাৱ বিস্তাৰ নকৰাকৈ নেথাকিল। এওঁৰ সমূহ সামাজিক চিন্তাধাৰা তিনিটা স্তম্ভৰ ওপৰত প্ৰতিষ্ঠিত: (১) পিতৃ-প্ৰধান সমাজ-ব্যৱস্থা; (২) পূৰ্ব্বপুৰুষ উপাসনা; আৰু (৩) পিতৃ-মাতৃ আৰু সন্তানৰ সম্বন্ধ। এনে এক পুৰুষ-প্ৰধান সমাজত নাৰীৰ স্থান কেনেদৰে নিৰ্ণয় কৰা হৈছিল, সেইষাৰ কথা সহজে অনুমান কৰিব পাৰি। "পুৰুষৰ সকলো আদেশ মানি যোৱা" —এয়ে আছিল এনে এখন সমাজৰ নাৰী-সম্বন্ধীয় নিৰ্দ্দেশ। এনে এখন সমাজৰ মৰ্ম্মকথা আছিল: আনুগত্য, সহনশীলতা, ইত্যাদি। এয়ে হৈছে নাৰীৰ ধৰ্ম্ম। (১) যৌৱন আৰু শৈশৱত নাৰী পিতৃৰ আজ্ঞাধীনা; (২) বৈবাহিক জীৱনত স্বামীৰ; (৩) বৈধব্য-জীৱনত পুত্ৰসন্তানৰ। এই আনুগত্যৰ ক্ষেত্ৰত কোনো প্ৰতিবাদ হব নোৱাৰিব; ই হব লাগিব স্বভাৱসিদ্ধ।

এনেদৰেই চীন দেশত নাৰীৰ স্থান নিৰ্দ্ধাৰণ কৰা হৈছিল। এই একেদৰে অনুপ্ৰাণিত হৈ কোৰিয়া, জাপান ইত্যাদি দেশতো নাৰীৰ স্থান নিৰ্দ্ধাৰণ কৰা হৈছিল। আমাৰ শাস্ত্ৰজ্ঞ মনুৱেও নাৰীৰ স্থান এনে একে আৰ্হিৰে নিৰ্দ্ধাৰণ কৰিছিল। সকলো ক্ষেত্ৰতে পুৰুষৰ স্বিজনিত নাৰীক নিম্নস্থান দিয়া হৈছিল।

চীন দেশত পুৰুষ-প্ৰাধান্যৰ তথ্যক প্ৰচলিত সৌৰজাগতিক তথ্যই গাঢ় কৰিছিল। এই তথ্য অনুসাৰে দুটা বিপৰীতমুখী বস্তুৰ জৰিয়তে সৌৰজাগতিক সৃষ্টি সম্ভৱপৰ হৈছে। ইয়াৰে এটা হৈছে পুৰুষ-পদ্ধতি। এই পুৰুষ-পদ্ধতিক চীনা ভাষাত 'য়াং' বোলা হয়। আনটো হৈছে প্ৰকৃতি-পদ্ধতি। প্ৰকৃতি-পদ্ধতিক চীনা ভাষাত 'ইন' বোলা হয়। পুৰুষ-পদ্ধতিসমূহ স্থিতিবাচক, গতিকেই শ্ৰেষ্ঠ—এনেদৰে চীনা সমাজত ধাৰণা কৰা হৈছিল। প্ৰকৃতি-পদ্ধতিসমূহ নেতিবাচক, গতিকেই নিম্নস্তৰৰ। পুৰুষ-পদ্ধতিৰ প্ৰতীক হৈছে সূৰ্য্য, শক্তি, কৰ্ম্ম, ইত্যাদি। প্ৰকৃতি-পদ্ধতিৰ প্ৰতীক হৈছে পৃথিৱী, জোন, এন্ধাৰ। চীনা আদৰ্শৰ মতে এইবোৰ হৈছে নিষ্ক্ৰিয়তাৰ অৱলম্বন। এনে ধৰণৰ সৌৰজাগতিক পদাৰ্থসম্ভূত চিন্তাধাৰাই কনফিউছিয়াছৰ নাৰী-সম্বন্ধীয় চিন্তাবস্তুৰ গঢ় দিছিল।

ইয়াৰ উপৰিও বায়'লজিৰ বাস্তৱ জ্ঞানেও এনেধৰণৰ চিন্তাবস্তুক



ৰূপ নিদিয়াকৈ নাছিল। পুৰুষ জীৱসৃষ্টিৰ মুখ্য কাৰ্য্যকৰ্ত্তা। নাৰীয়ে মাথোন গ্ৰহণ কৰে। গ্ৰহণৰ জৰিয়তে নাৰীয়ে জীৱ-সৃষ্টিক ৰূপ দিয়ে। যৌন-কাৰ্য্যত সক্ৰিয় দায়িত্ব গ্ৰহণ কৰে পুৰুষে। পুৰুষৰ অত্যাচাৰ নাৰীয়ে মাথোন সহ্য কৰি যায়। নাৰীয়ে যৌনকাৰ্য্যত যেতিয়া সহযোগ কৰে, সেই সহযোগ মৌন স্পন্দনযুক্ত সহযোগহে, সক্ৰিয় পুৰুষসুলভ সহযোগ নহয়।......ইয়াৰ উপৰিও পুৰুষৰ সকলো পিনৰ পৰা সম্বন্ধ হৈছে বাহিৰ জগতৰ সৈতে। নাৰীৰ সম্বন্ধ হৈছে আভ্যন্তৰীণ জগতৰ সৈতে, গৰ্ভকোষ, ঘৰৰ ভিতৰ, ইত্যাদিৰ সৈতে।

কনফিউছিয়াছৰ দৰ্শনে যেতিয়া চীনদেশত এনেদৰে নাৰীৰ স্থান নিৰ্দ্ধাৰণ কৰিছিল, সেই সময়তে ভাৰতৰ পৰা নতুন এক প্ৰভাৱ চৌদিশে পৰিব্যাপ্ত হৈছিল। সেই প্ৰভাৱ হৈছে বৌদ্ধধৰ্ম্মৰ প্ৰভাৱ।

চমুকৈ কবলৈ গলে বৌদ্ধধৰ্ম্ম হৈছে কঠিন বস্তুৰ তত্ত্ব-ধৰ্ম্ম, ব্যৱহাৰিক জীৱনৰ অৰ্থাৎ আচাৰবিচাৰৰ ধৰ্ম্ম নহয়। তথাপি সমাজত নাৰীৰ স্থান নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত দুয়োটা ধৰ্ম্মৰ দৃষ্টিভঙ্গী সমজাতীয়। এটাৰ মতে নাৰী পুৰুষতকৈ সকলো প্ৰকাৰে নিম্নস্তৰৰ। আনটোৰ মতে নাৰী সকলো অথন্তৰৰ মূল। বৌদ্ধধৰ্ম্মত একেষাৰ কথা আছে: "নাৰীৰ মুখমণ্ডলত যদিও দেৱজ্যোতি প্ৰতিফলিত হোৱা দেখা যায়, তথাপি অন্তৰৰ গভীৰতম প্ৰদেশত নাৰীৰ সন্নিবিষ্ট হৈ আছে কালসৰ্প।" আৰু একেষাৰ কথা আছে: "নাৰী হৈছে পাপৰ আলয়। নাৰীতকৈ ভয় কৰিবলগীয়া একো নাই।" এইবোৰ কথা ছীনগোৰে টাকাইছী নামৰ এজন লেখকৰ 'গ্ৰেটাৰ লাৰ্নিং ফৰ্ উইমেন্' বোলা কিতাপখনত বঢ়িয়াকৈ আছে।

চীন দেশত বৌদ্ধধৰ্ম্ম পৰিব্যাপ্ত হোৱা কথা সকলোৱে জানে। এনেদৰে দুয়োটা ধৰ্ম্মৰ সন্নিবিষ্ট চিন্তাধাৰাৰ জৰিয়তে চীনা সমাজ-জীৱনত নাৰীৰ স্থান নিম্নগামী হবলৈ লয়। এই দুটা ধৰ্ম্মৰ প্ৰভাৱৰ পৰিণতি হ'ল সকলো মানবীয় অধিকাৰৰ পৰা নাৰীক বঞ্চিত কৰা।

মৌলিক চিন্তাবস্তুৰ পিনৰ পৰা নাৰীসম্বন্ধীয় দৃষ্টিভঙ্গীৰ ক্ষেত্ৰত মনু আৰু কনফিউছিয়াছৰ দৰ্শন সমজাতীয়। কনফিউছিয়াছৰ প্ৰভাৱ পোনপটীয়াকৈ নহলেও মনুৰ ওপৰত সম্ভৱতঃ কিছুদূৰ নপৰাকৈ নাছিল। কনফিউছিয়াছতকৈ মনুৱে অৱশ্যে এই সমস্যাটো বিস্তৃতভাৱে

বিশ্লেষণ কৰিছে ; দৃষ্টিভঙ্গী একে। তলত উল্লেখ কৰা মনুৰ কথাষাৰ অনুধাৱন কৰিলেই এইজনাৰ দৃষ্টিভঙ্গী কেনে আছিল, সেই বিষয়ে সহজে অনুমান কৰিব পাৰি। "পুৰুষক প্ৰলোভিত কৰাটোৱেই হৈছে নাৰীৰ ধৰ্ম্ম। সেই কাৰণেই জ্ঞানীজনে নাৰীৰ সঙ্গত সাৱধানতা অৱলম্বন কৰে। দুৰ্ব্বল, মূৰ্খজনকেই কেৱল নহয়, সবল, জ্ঞানীজনকো প্ৰলোভিত কৰি নাৰীয়ে শুদ্ধ পথৰ পৰা আঁতৰাই আনিব পাৰে। গতিকে কোনো পুৰুষ কোনো নাৰীৰ সৈতে একেলগে নিৰ্জ্জন অৱস্থাত থকা উচিত নহয়।" কনফিউছিয়াছৰ নাৰীসম্বন্ধীয় চিন্তাধাৰা কেনে আছিল আৰু একেষাৰ কথাৰ পৰা বুজিব পাৰি। "প্ৰকৃতিৰ নিয়ম অনুসাৰেও নাৰীয়ে পুৰুষৰ বশ্যতা স্বীকাৰ কৰিবই লাগিব।" 'প্ৰকৃতিৰ এই 'নিয়ম' বোধকৰো যৌন-ব্যৱহাৰৰ ওপৰত প্ৰতিষ্ঠিত।

"স্বামী দেৱতা, পতি পৰম গুৰু।" পতি মদাহী, চৰিত্ৰহীন, যিয়েই নহওক লাগিলে, সকলো ক্ষেত্ৰতে 'পৰমগুৰু'। এনে চিন্তাপ্ৰবাহে সমাজত নাৰীৰ লাঞ্ছনাকৰ অৱস্থাৰ কথা সাব্যস্ত কৰে। এনে চিন্তাধাৰা অনুসাৰে ইহ জনমতেই নহয়, পৰজন্মতো পতি নাৰীৰ পৰিত্ৰাণকৰ্ত্তা। সাধাৰণতে মনুৰ দৰ্শনে এনে এক কঠোৰ ৰূপ লৈছিল যদিও নাৰী সম্বন্ধে এই মনুৱেই একেষাৰ মনোৰম কথা কৈছে: "নাৰীক সন্মান প্ৰদৰ্শন কৰা মানে দেৱতাক আৰাধনা কৰা। যেতিয়াই নাৰীক অসন্মান কৰা হয়, তেতিয়াই দেৱতা-আৰাধনাও অসাৰ্থক হয়। নাৰীৰ প্ৰতি অসন্মান প্ৰদৰ্শনে পৰিয়াল একোটাক অভিশপ্ত কৰে।"

মনুৰ দৰ্শন সূক্ষ্মভাৱে বিশ্লেষণ কৰি চালে একেষাৰ কথা প্ৰতিভাত হয়। সেইষাৰ হৈছে: মাতৃজাতিৰ স্বাভাৱিক সুবিধা লৈ নাৰীক পুৰুষে শোষণ কৰে। এনে সুবিধা লোৱাটো অনুচিত যদিও পুৰুষ কেতিয়াও এনে কামৰ পৰা বিৰত নেথাকে।......কনফিউছিয়াছৰ দৰ্শনৰ দৰে মনুৰ দৰ্শনেও পৰবৰ্ত্তী লেখক সমাজৰ সাহিত্যবস্তুৰ অনুপ্ৰেৰণা নোযোগোৱাকৈ নাছিল। এইটো যুগত সমাজত নাৰীৰ স্থান আৰু কৰ্ত্তব্য সম্বন্ধে বহুতো এচলীয়া ভাব-প্ৰধান সাহিত্যৰ সৃষ্টি হৈছিল। পুৰুষৰ বিকৃত চিন্তাপ্ৰসূত নাৰীৰ জীৱনৰ এইখন এখন নিকৰুণ ছবি। যুগে যুগে নাৰীয়েও নিজে এই জীৱন আদৰ্শকে গ্ৰহণ কৰি আহিছে। এইটোৱেই হৈছে আচৰিত কথা।



পুৰণি কালত জাপানত নাৰীৰ আচৰণ সম্বন্ধীয় কাইবাৰা নামৰ এজন ব্যক্তিৰ দ্বাৰা ৰচিত পুথি এখন বিয়াৰ সময়ত প্ৰত্যেক কন্যাকে দিয়া হৈছিল। কাইবাৰা পঞ্চদশ শতিকাৰ এজন পণ্ডিত ব্যক্তি। এই পণ্ডিতজনা কনফিউছিয়াছৰ দৰ্শনৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। ওপৰত উল্লেখ কৰা পুথিখন একালত জনপ্ৰিয় বস্তু আছিল। ছোৱালীক পিতৃ-মাতৃয়ে সাধাৰণতে দিবলগা সকলোখিনি শিক্ষা এই পুথিখনত আছে। পুৰুষৰ প্ৰতি নাৰীৰ আনুগত্য, যৌন-বিশুদ্ধতা ইত্যাদি বস্তু হৈছে সমাজৰ সৰ্ব্বজন-স্বীকৃত সম্পদ। চীন, জাপান, ভাৰতবৰ্ষ, সকলোতে এইষাৰ কথা সমানভাৱে স্বীকৃত। প্ৰাচ্যৰ দেশসমূহত সামাজিক আচাৰ-পদ্ধতি এনে ভাবধাৰাৰ দ্বাৰা সংগঠিত হৈ আহিছে।

নাৰীয়ে পুৰুষৰ সাহায্য নোহোৱাকৈ আত্মৰক্ষা কৰিব নোৱাৰে। আত্মৰক্ষাৰ কাৰণে নাৰী পুৰুষৰ ওপৰত নিৰ্ভৰশীল। গতিকে নাৰীক ৰক্ষা কৰিবৰ কাৰণে পৰ্দাৰ প্ৰয়োজন। আমাৰ দেশত পোনতে সম্ভৱতঃ নাৰীৰ আত্মৰক্ষাৰ বাহন স্বৰূপে পৰ্দাপ্ৰথাৰ আৱিৰ্ভাৱ হৈছিল। 'পৰ্দা: ডি ষ্টেটাছ অৱ্ ইণ্ডিয়ান্ উইমেন' বোলা ফ্ৰেডা হছউইথ্ বোলা মহিলা এগৰাকীৰ দ্বাৰা ৰচিত কিতাপ এখন পঢ়িছিলোঁ। তাত এনেদৰে আছে:

"পিছফালৰ চোতালৰ এচুকত বতাহ সোমাব নোৱাৰা আছুতীয়া কোঠাত নাৰীক বন্দিনী কৰি থোৱা হৈছিল। কোনো কোনো ক্ষেত্ৰত সেই ঘৰত জালিকটা খিৰিকী দিয়া হৈছিল। এনে খিৰিকীৰে কোনো ৰকমেৰেহে বাহিৰৰ পৃথিৱীখন চকুত পৰিছিল। এই কোঠাবোৰত পোহৰৰ গতি নিষেধ, তেনেই অন্ধকাৰময়। কোঠাবোৰ দেখিবলৈকো তেনেই অশুৱনী। এনেদৰে বন্ধ অৱস্থাৰ নাৰীয়ে বাৰু বাহিৰৰ সংস্কৃতি প্ৰবাহৰ সম্ভেদ পায় কেনেকৈ? হিন্দু নাৰীয়ে ইয়াকে লৈ গৰ্ব্ব কৰে। এনে অসূৰ্য্যম্পৰ্শা অৱস্থাৰ কথা কৈ অহঙ্কাৰ কৰাৰ উদাহৰণ বহুতো আছে।"

এনেধৰণৰ অন্ধকূপত নানাতৰহৰ বেমাৰে যে বাহ বান্ধিছিল, সেইবিষয়ে সন্দেহ নাই। উদাহৰণ স্বৰূপে কব পাৰি, ১৯২৬ চনত কলিকতা মহানগৰীত—সেই সময়ত পৰ্দাৰ প্ৰাদুৰ্ভাৱ যথেষ্ট আছিল—

পুৰুষৰ বিজনিত মহিলাৰ মাজত চাৰিগুণ অধিক যক্ষ্মাৰোগ হোৱাৰ প্ৰমাণ আছে।

ছোৱালীৰ ভৰি বান্ধি সৰু কৰাৰ পদ্ধতি চীনদেশত কেতিয়াৰ পৰা প্ৰচলন হৈছিল কোৱাটো টান। দশম শতিকাত এই পদ্ধতিৰ আৱিৰ্ভাৱ হয় বুলি কোনো কোনোৱে ধাৰণা কৰে। কথিত আছে, এগৰাকী সম্ৰাজ্ঞীয়ে হেনো নিজৰ অশুৱনী ভৰিদুটা লোকচক্ষুৰ পৰা আঁতৰাই ৰখাৰ মানসেৰে বান্ধি থৈছিল। ইয়াৰ পৰাই হেনো চীনদেশত ছোৱালীৰ ভৰি-বন্ধা প্ৰথাৰ আৱিৰ্ভাৱ হ'ল। এইযাৰ কথা কিমান দূৰ সঁচা, সেইবিষয়ে কোনো ঐতিহাসিক প্ৰমাণ নাই। সেইবুলি সৰু ভৰি যে নাৰীৰ ৰূপ লাৱণ্যৰ প্ৰতীক, সেইবিষয়ে দ্বিমত হব নোৱাৰি। ডেকাকালত মোপাছাঁৰ 'লেগুলেডী' বোলা গল্প এটা পঢ়া মনত আছে। ডেকা নায়কে প্ৰেয়সীক পোনতে চুমা খাইছে ভৰি দুটাত। এনেবোৰ কাৰণৰ বাবেই হেনো পুৰুষে নাৰীৰ ভৰি সৰু আৰু ধুনীয়া হোৱাটো কামনা কৰে। মুখমণ্ডল বা দেহাৰ সৌন্দৰ্য্য যেনে নহওক লাগিলে, ভৰি যিমানেই সৰু হয়, নাৰী সিমানেই সুন্দৰী বুলি একালত চীনদেশত এটা ধাৰণা আছিল। এইদৰে ভৰি সৰু নকৰা নাৰীৰ পক্ষে দৰা পোৱাটো এসময়ত চীনদেশত প্ৰায় অসম্ভৱ আছিল।

'হোম লাইফ ইন্ চাইনা' বোলা কিতাপখনত মেৰী ব্ৰাইছন্ বোলা মহিলা গৰাকীয়ে এনেদৰে লেখিছে ঃ ভৰি সৰু কৰিবৰ কাৰণে তিনি গজ দীঘল এডোখৰ কাপোৰ ব্যৱহাৰ কৰা হয়। ছোৱালীজনীৰ বয়স যেতিয়া দুবছৰ হয়, তেতিয়া ভৰি সৰু কৰা এই পদ্ধতি প্ৰয়োগ কৰা হয়। ওপৰত কৈ অহা কাপোৰ ডোখৰ ভৰিৰ আঙুলিৰ মাজে মাজে আঁতি আঁতি বান্ধি সী পেলোৱা হয়। সেই অৱস্থাত ভৰি দুটা দুসপ্তাহমান তেনেকৈ থাকিবলৈ দিয়া হয়। ইয়াৰ পিছত কাপোৰ সলাই নতুনকৈ আকৌ বান্ধি দিয়া হয়। কাপোৰখন লৰালৰিকৈ সলাব লগা হয়। নহলে প্ৰায় নিস্তেজ হৈ যোৱা ভৰি দুখনত আকৌ তেজ চলাচল কৰিলেই বিপদ। গোটেই পদ্ধতিটোৱেই বৰ কষ্টকৰ; এনেদৰে বান্ধি থওঁতে ভৰিৰ দুই এটা আঙুলি যদি মৰি ছিঙিও যায়, আচৰিত হব লগা একো নাই। ছোৱালীজনীৰ লাভ এটাই মাথোন



হয়—তাইৰ ভৰি দুটা আৰু সৰু হৈ পৰে। এই কাম প্ৰায়েই ছোৱালীৰ মাকহঁতেই কৰে। এনেকৈ বান্ধি থোৱা ভৰিৰ সৰু সৰু ছোৱালীৰ কান্দোনেৰে ওচৰপাজৰ ভাৰাক্ৰান্ত হৈ থাকে। এনে নিকৰুণ নিয়ন্ত্ৰণৰ অন্তত দেখা যায় ছোৱালীৰ ভৰিৰ হাড়বোৰ ভাঙি ডোখৰ ডোখৰ হৈছে নাইবা স্তৱীভূত হৈ গৈছে। ই যিয়েই নহওক লাগিলে, এতিয়া তাই দুপাহি 'ভেটকলি'ৰ লেখীয়া ভৰিৰ গৰাকিনী। এতিয়া তাই তিনি ইঞ্চিৰ দীঘল জোতা পিন্ধি আভিজাত্যপূৰ্ণ মহিলাৰ ভাও দিবপৰা হৈছে। এইদৰে খোজকঢ়াটো কষ্টকৰ যদিও সৌন্দৰ্য্যৰ যে তাই অধিকাৰিণী হৈছে, সেয়ে যথেষ্ট।"

লীন উটাঙৰ 'ম'মেন্ট ইন্ পিকিং' বোলা কিতাপখনত আছে ঃ সৌন্দৰ্য্যবোধ জগাই তোলাৰ উদ্দেশ্যৰেহে এনেদৰে ভৰি সৰু কৰা হৈছিল। ব্ৰাইচন্ বোলা এগৰাকীৰ মতে ইফাল সিফালকৈ ঘূৰি ফুৰি ছোৱালী যাতে দুষ্ট হব নোৱাৰে, সেই উদ্দেশ্যৰেহে হেনো ভৰি সৰু আৰু পঙ্গু কৰা হৈছিল। এইখিনিতে এগৰাকী চীনা মহিলাৰ জীৱনৰ কথা তেওঁ উল্লেখ কৰিছে। এই মহিলা গৰাকীয়ে নিজা চাৰিত্ৰিক বিশুদ্ধতা অক্ষুণ্ণ ৰখাৰ উদ্দেশ্যৰে বাৰ বছৰ কাল হেনো কেতিয়াও বাহিৰলৈ দুৱাৰ মেলি চোৱা নাছিল। 'হোম্ লাইফ্ ইন্ চাইনা' বোলা কিতাপখনত আছে ঃ

"তোমাৰ ভৰি বন্ধা হয় কিয় জানানে ?
বাহিৰলৈ গৈ তুমি যাতে দুষ্ট হব নোৱাৰা, সেই কাৰণে।"

ঘৰৰ ভিতৰতে আৱদ্ধ কৰি থোৱা হৈছিল যদিও জাপানত ছোৱালীৰ ভৰি বান্ধি সৰু কৰা প্ৰথাৰ প্ৰচলন নাছিল। জাপানী ভাষাত নাৰীক 'আকুচানীয়া' বোলা হয়; ইয়াৰ অৰ্থ হৈছে 'বন্ধ কোঠাৰ প্ৰাণী'। জাপানী সমাজত পৰিয়ালৰ বন্দী-বেটী বাৰীৰ আগফালে থাকে। ঘৰৰ মহিলাসকল ৰাজআলিৰ পৰা আঁতৰত বাৰীৰ পিছফালে থাকে।

এনেবোৰ ব্যৱস্থাৰ জৰিয়তে নাৰী-দেহাৰ পৱিত্ৰতা ৰক্ষা কৰা হয় বুলি প্ৰাচ্যৰ নাৰী সমাজক সৰুৰে পৰা শিক্ষা দিয়া হৈছিল। 'হিন্দু মেনাৰ্ছ, কাষ্টমছ্, এণ্ড চেৰিমনীজ' বোলা কিতাপখনত জে. এ. ডুবে বোলা এজনে এনেদৰে মন্তব্য কৰিছে ঃ "যুৱতী হিন্দু নাৰীৰ আত্মৰক্ষাৰ

কাৰণে যি মনোবলৰ প্ৰয়োজন, সেই মনোবল নাছিল।" মোৰ মনেৰে এই কথাষাৰ যেনেকৈ অশোভনীয়, তেনেকৈ বৰ বেছি সঁচাও নহয়। ঠিক এনেধৰণৰ অৱস্থা এটাৰ ইঙ্গিত ন'ৰা ৱালানৰ চীনদেশীয় নাৰী সম্বন্ধীয় কিতাপ 'ডি হাউছ অব্ এক্সাইল'-তো পোৱা যায়ঃ "অতি প্ৰাচীন যুগত চীন দেশীয় যুৱতীয়ে উৎসৱ আদিত যোগ দিয়া প্ৰমাণ আছে। কিন্তু কুইৎ-জু বোলা চীনদেশীয় মহিলা এগৰাকীয়ে এই ক্ষেত্ৰত পুৰণি পুথিৰ ওপৰতো আস্থা ৰখা নাছিল, নাইবা পছিমীয়া আদৰ্শৰ ওপৰতো আস্থা ৰখা নাছিল। তেওঁৰ কৰ্তৃত্বাধীনত থকা যুৱতী নাৰীক পুৰুষ থকা সমদল বা শোভাযাত্ৰাত যোগ দিয়া কাৰ্য্যত বাধা প্ৰদান কৰা হৈছিল। বসন্ত উৎসৱৰ দিনা বুঢ়ীমানুহ আৰু সৰু সৰু ছোৱালীক পুৰুষৰ সমদলত যোগ দিবলৈ দিয়া হয়। গাভৰু ছোৱালীহঁতক ওলাবলৈ দিয়া নহয়। কুইৎ-জুৱে সিহঁতক ঘৰৰ ভিতৰত তলা লগাই বন্ধ কৰি থৈ যায়।"

নাৰীৰ এইটো অৱস্থা কেৱল জাপান আৰু চীন দেশতেই যে হৈছিল, এনে নহয়; ভাৰততো হৈছিল। ফ্ৰেডা হ'ছৰথে 'পৰ্দাঃ ডি ষ্টেটাছ অব্ ইণ্ডিয়ান্ উইমেন্' বোলা কিতাপখনত লেখিছেঃ "ব্ৰাহ্মণ-সকলে ভাবিছিল, নাৰীক শিক্ষা দিয়াটো বান্দৰৰ হাতত কটাৰী দিয়াৰ সমতুল্য।"

প্ৰাচ্যৰ নাৰীক পুৰুষৰ সংৰক্ষিত বস্তু কৰি ৰখা প্ৰথাই মাতৃজাতিক সকলো সামাজিক আৰু নাগৰিক সা-সুবিধাৰ পৰা বঞ্চিত কৰিছিল। নাৰীৰ কোনো স্বতন্ত্ৰতা নাছিল। পৰাধীন ব্যক্তিক সা-সুবিধা কেলৈ? নাৰী যেহেতু স্বতন্ত্ৰ নহয়, সা-সুবিধা দিলেও সেই সা-সুবিধাৰ সৎব্যৱহাৰ কৰিব নোৱাৰিব, এয়ে আছিল সৰ্ব্বসাধাৰণতে প্ৰাচীন যুগৰ ধাৰণা।

পুৰুষে বৰ আচৰিত ধৰণেৰে যুক্তিতৰ্ক আগবঢ়াইছিল। নাৰী অবলা, পুৰুষৰ হাতত চিৰকাল পৰাধীনা। গতিকে নাৰীক সামাজিক সা-সুবিধা দিয়াটো অনুচিত। এইষাৰ কথা বুজি নেপাওঁ। নাৰী সকলো সা-সুবিধাৰ পৰা বঞ্চিতা, সেই কাৰণেই অবলা আৰু পৰাধীনা। সমাজে এইষাৰ কথা কিয় বুজিব পৰা নাছিল, সেইষাৰ কথাহে উপলব্ধি কৰিবপৰা নাই।

'গ্ৰেটাৰ লাৰ্ণিং ফৰ্ উইমেন্' বোলা কিতাপখনৰ পাতনিত



চিৰগোৱো টাকাইছীয়ে লেখিছেঃ "জাপানত স্ত্ৰীশিক্ষা অৱহেলাৰ বস্তু আছিল। ইয়াৰ উপৰিও বহিৰ্জগতৰ পৰা বিচ্ছিন্ন হৈ থাকিব লগা হোৱা হেতুকে নাৰীৰ বুদ্ধিবৃত্তি ক্ৰমাৎ সংকীৰ্ণ হৈ পৰিছিল। ইয়াৰ পৰিণতি হৈছিল শিক্ষাহীনা, অজ্ঞ নাৰীৰ প্ৰতি পুৰুষৰ সহজাত বিদ্বেষ আৰু ঘৃণা।"

এইখিনিতে আৰু এখন কিতাপৰ পৰা কথা এযাৰ উদ্ধৃত কৰিব খুজিছোঁ। ই. এইছ. ক্ৰেছীৰ 'ডটাৰছ্ অব্ চেইঞ্জিং জাপান' বোলা কিতাপখনত এনেদৰে আছেঃ "প্ৰকৃত জাপানী গৃহিণী হৈছে ব্যাখ্যাৰ বাহিৰ। তেওঁ কি আৰু কেনে, সেই বিষয়ে সঠিককৈ কোৱা টান। মাথোন একেষাৰ কথা কব পাৰি, তেওঁ স্বাৰ্থহীনা; গৃহিনী হৈছে ঘৰৰ ৰাণী। এই ৰাণীৰ অভিমান বিনম্ৰতা, আনুগত্য আৰু সহনশীলতাৰ পৰশত মোলান পৰে। তেওঁ ব্যক্তি নহয়, এক সৰ্ব্বব্যাপ্ত অৱস্থান। তেওঁক জাপানী গৃহস্থালিৰ অশৰীৰী প্ৰতিভা বুলিলে ভুল কৰা নহব, মুখত সদায় হাঁহি, সদায়েই ব্যস্ত।"

এইষাৰ কথা কেৱল জাপানী গৃহিণীৰ ক্ষেত্ৰতে যে প্ৰয়োগ কৰিব পাৰি, এনে নহয়। পুৰণি ভাৰতীয় গৃহিণীৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি, সদা হাস্যময়ী নাৰী প্ৰতিভা। কিন্তু এইষাৰ কথাও সঁচা, এনেবোৰ সামাজিক দৃষ্টিভঙ্গীৰ কাৰণেই নাৰীয়ে নিজস্ব ব্যক্তিত্ব হেৰুৱাব লগা হৈছিল। নিজৰ স্বাধীনতা হেৰুৱাই, শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত হৈ, নাগৰিক স্বত্ব জলাঞ্জলি দি নাৰী পুৰুষৰ বহতীয়া হৈছিল। আনকি সাধাৰণ আখৰ জ্ঞান লাভ কৰা দুই এগৰাকী নাৰীয়ে স্বামীলৈ দিয়া চিঠিৰ মোখনি মাৰিবলগা হৈছিল এনেদৰেঃ "ইতি। আপোনাৰ দাসী......।"

এলেন্ কে. ফাউষ্টৰ 'ডি নিউ জাপানীজ ৱমেনহুদ্' বোলা কিতাপ-খনত এনেদৰে আছেঃ "প্ৰকৃতিৰ বিধান অনুসাৰে নাৰীৰ অবিহনে বংশ ৰক্ষা নহয়। এই ক্ষেত্ৰতো অৱশ্যে মুখ্য হোতা হৈছে পুৰুষহে।" যুগে যুগে মানুহে নাৰীক আকাশীলতা স্বৰূপে পৰিগণিত কৰি আহিছে। জাপানৰ নাৰী সমাজৰ বিষয়ে এইষাৰ কথা কোৱা হৈছে যদিও ইয়াক প্ৰাচ্যৰ প্ৰায়বোৰ নাৰীৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি।

বৰ্ত্তমান যুগৰ নাৰীৰ ক্ষেত্ৰত সৰ্ব্বজনবিদিত দাবী কেইটা হৈছেঃ (১) সম্পত্তিৰ অধিকাৰ স্বত্ব; (২) যৌন-বিচাৰৰ সমতাৰ স্বত্ব;

(৩) বিবাহ-বিচ্ছেদৰ স্বত্ব; (৪) পুৰুষ-বিচাৰৰ স্বত্ব; (৫) স্বতন্ত্ৰতাৰ স্বত্ব। এইবিষয়ে 'ইজৰাইল' কিতাপত বহলভাৱে উল্লেখ কৰা হৈছে। ওলগা লাঙে তেওঁৰ 'চাইনীজ ফেমিলি এণ্ড ছ'ছাইটি' বোলা কিতাপত কৈছে: পুৰণি কালত চীন দেশীয় নাৰীৰ এই স্বত্বসমূহৰ ভিতৰত এটা স্বত্বও নাছিল। আমাৰ সমাজত বা দেশত জানো আছিল?

ক্ৰমাৎ প্ৰাচ্যৰ পুৰুষ-প্ৰধান সমাজত নাৰীৰ স্থান এনেদৰে নিম্নগামী হৈছিল যে গাভৰু ছোৱালীক আনৰ দাসী নাইবা গণিকা বা ৰক্ষিতা স্বৰূপে উছৰ্গা কৰাটো এটা সৰ্বসাধাৰণ কথালৈ ৰূপান্তৰিত হৈছিল। ৰজাই ৰজাই ৰণ-বিগ্ৰহ লাগিছিল। সেই ৰণত পৰাস্ত হোৱাজনে নিজৰ জীয়েকক বিজেতাজনৰ হাতত অৰ্পণ কৰি সন্ধি স্থাপন কৰিছিল। ইয়াৰ উদাহৰণ আমাৰ বুৰঞ্জীতে অলেখ আছে। এই ক্ষেত্ৰত ছোৱালীৰ মত বা অমতৰ কথা উত্থাপিত নহৈছিল। কোনো কোনো ক্ষেত্ৰত এনেদৰে নিজৰ পত্নীক উছৰ্গা কৰাৰ উদাহৰণো বিৰল নহয়। গ্ৰীছত প্ৰচলিত এনেধৰণৰ ৰীতিৰ কথা আন এঠাইত উল্লেখ কৰা হৈছে।

কং ৱান-য়ং বোলা এজনৰ 'ডি ফেমিলি ছিচ্টেম্ ইন্ কোৰিয়া' বোলা এখন কিতাপ আছে। সেই কিতাপত আছে: ১০০০-১৪০০, এই কালছোৱাত কোৰিয়াত হেনো নিজৰ পত্নী, জীয়ৰী বা বেটী-ছোৱালী দি ঋণ পৰিশোধ কৰাটো বিধিসম্মত আছিল। ওলগা লাঙৰ কিতাপত আছে: নৃপতি অং কূটৰ (১৮৫০-১৮৬৮) ৰাজত্বকালৰ আগভাগলৈকে টাইলেণ্ডত হেনো সম্মতি নোলোৱাকৈ নিজৰ পত্নী নাইবা পোন্ধৰ বছৰৰ অধিক বয়সৰ জীয়ৰীক বজাৰত বেচাটো অপৰাধ বুলি পৰিগণিত নহৈছিল। পুৰুষ-প্ৰধান সমাজত নাৰীৰ স্থান কেনেদৰে নিম্নগামী হৈছিল, ইয়াতকৈ জ্বলন্ত প্ৰমাণ আৰু একো হব নোৱাৰে। বিয়া কৰাই ঘৰলৈ অনা ছোৱালীজনীৰ কথা চীনদেশত একালত এনেদৰে কোৱা হৈছিল: "অমুকে কাণত ধৰি ছোৱালী এজনী ঘৰলৈ আনিছে।"

কেৱল প্ৰাচ্যতে নহয়, নাৰী সম্বন্ধে পাশ্চাত্যতো কিছুমান অদ্ভুত ধাৰণা আছিল। দাৰ্শনিকপ্ৰবৰ ছক্ৰেটিছ আছিল জ্ঞানৰ ভঁড়াল। আনকি এইজনা দাৰ্শনিকৰ মতেও "নাৰী হৈছে সকলো অথন্তৰৰ মূল।"



পুৰুষৰ বিদ্বেষতকৈও নাৰীৰ প্ৰণয় অধিক বিষাক্ত। যি পুৰুষে নাৰীক প্ৰণয়ৰ পাত্ৰী কৰিব খোজে, জানিশুনি সি বৰশীত মাছ পৰা দি পৰে।" এইখিনিতে আৰু এযাৰ কথা উল্লেখ কৰিব খুজিছোঁ। ইহুদী সাহিত্যত সৃষ্টি ৰহস্যৰ কথা উল্লেখ কৰোঁতে মানৱজাতিৰ আদিমতম মাতৃ ঈভক সকলো অথন্তৰৰ মূল বুলি কোৱা হৈছে। এইখিনিতে প্ৰশ্ন হয়: ঈভে আহুকাল দিলে বুলিয়েই আডম কিয় যৌনকাৰ্য্য সমাপণ কৰিবলৈ উদ্যত হৈছিল? এই ক্ষেত্ৰত আডমো জানো সমানে দোষী নহয়?

বাইবেল শাস্ত্ৰ ব্যাখ্যা কৰা আৰ. এইছ. চাৰ্লছৰ দীঘলীয়া শিৰোনামাৰ কিতাপখনত প্ৰভাতী প্ৰাৰ্থনা এটাৰ উল্লেখ আছে। প্ৰাৰ্থনাটোৱে মোক আচৰিত কৰিছিল। ইয়াৰ পৰাই বাইবেল শাস্ত্ৰত প্ৰকাশ পোৱা নাৰীসম্বন্ধীয় ধাৰণাই কেনে বিকৃতৰূপ লৈছিল, সেইবিষয়ে বুজিব পাৰি। প্ৰাৰ্থনাটো হৈছে এনে ধৰণৰ: "Blessed art thou, O Lord......who has not made me a gentile···a slave···a woman." আমাৰ অনন্ত কন্দলীয়েও অসমীয়া ভাষাত সাহিত্য ৰচনা কৰিছিল 'স্ত্ৰী-শূদ্ৰৰ' কাৰণেহে। তেওঁ এটা কথা পাহৰি গৈছে: ভাৰতীয় বুৰঞ্জীত সাধাৰণতে ব্ৰাহ্মণে বিপ্লৱ সাধন কৰাৰ প্ৰমাণ নাই। ব্ৰাহ্মণে যাগ-যজ্ঞ কৰিছিল, পুথি ৰচনা কৰিছিল। অসমৰ বৈষ্ণৱ ধৰ্ম্ম-বিপ্লৱ ভট্টদেৱৰ দ্বাৰা হোৱা নাছিল; শঙ্কৰদেৱ, মাধৱদেৱ ইত্যাদিৰ দ্বাৰাহে সম্পাদিত হৈছিল।

টাৰ টুলিয়ামৰ দ্বাৰা ৰচিত 'ডি কুল্টু ফেমিনেৰাৰ' বোলা কিতাপত নাৰীক এনেদৰে প্ৰশ্ন কৰা হৈছে: "তুমি জানানে তোমালোক প্ৰত্যেকজনীয়েই একোজনী ঈভ? ভগৱানৰ অভিশাপ তোমালোকৰ ওপৰত চিৰবিদ্যমান, আজিও বিদ্যমান! তোমালোকে যুগে যুগে যি মহাপাপ আচৰি আহিছা, তাৰ আজিও অকণো পৰিবৰ্ত্তন হোৱা নাই। তোমালোক হৈছা পাপৰ সিংহদ্বাৰ। তোমালোকেই সেই নিষিদ্ধফল পৃথিৱীলৈ আনিলা। তোমালোকেই প্ৰথমতে ভগৱানৰ আইন ভঙ্গ কৰিলা। তোমালোকেই পুৰুষক বিপথগামী কৰিলা। পুৰুষ হৈছে ভগৱানৰ প্ৰতিমূৰ্ত্তি, সেই প্ৰতিমূৰ্ত্তিক তোমালোকেই ধ্বংস কৰিলা।'

উনবিংশ শতাব্দীৰ শেষাৰ্দ্ধৰ ইংলণ্ডৰ নাৰীসমাজৰ ছবি 'ডি

চাবজেক্চন্ অব উইমেন' বোলা ৰচনাখনত জন ষ্টুৱাৰ্ট মিলে এনেদৰে আঁকিছে ঃ "নাৰীক সম্পূৰ্ণৰূপে পুৰুষৰ বহতীয়া কৰা হৈছিল। ৰাজহুৱা কোনো কামতে নাৰীৰ স্থান নাছিল। আইনমতে প্ৰত্যেক পত্নীয়ে স্বামীৰ শাসন মানি লবলৈ বাধ্য হৈছিল। সৰুৰে পৰা নাৰীক শিক্ষা দিয়া হৈছিল, তেওঁলোকে জীৱন নিয়ন্ত্ৰণ কৰিব লাগিব আত্ম-সংযমৰ দ্বাৰা নহয়, আত্ম-উছৰ্গাৰ দ্বাৰাহে। এয়ে হৈছে তেওঁলোকৰ চৰিত্ৰৰ মূলধন।" নীতিবাগীশ সকলে নাৰীক কয়ঃ আত্ম-উছৰ্গাৰ জৰিয়তে মহৎ হোৱা। আত্ম-উছৰ্গা নাৰীৰ ধৰ্ম্ম।

নাৰীক সভ্যতাৰ বিকাশ আৰু খ্ৰীষ্ট-ধৰ্ম্মৰ প্ৰচাৰে বহুতো সা-সুবিধা দিছে বুলি প্ৰায়েই কোৱা শুনোঁ। তথাপি কব লাগিব, পত্নী এতিয়াও পতিৰ বেটী হৈয়ে আছে। নাৰীয়ে বিধানতন্ত্ৰত দাসীতকৈ অধিক উন্নত স্থান পোৱা নাই। বিবাহৰ বেদীত পুৰুষৰ ওচৰত নাৰীয়ে চিৰ-আনুগত্যৰ প্ৰতিশ্ৰুতি দান কৰে। আইনেও ইয়াৰ ওপৰত মোহৰ মাৰি নাৰীক বন্দিনী কৰি থয়। স্বামীৰ অনুমতি নোহোৱাকৈ পত্নীয়ে কোনো কাম কৰিব নোৱাৰে। কৰবাত কেনেবাকৈ নাৰীয়ে কিবা সম্পত্তি যদি পায়ও, তেন্তে সেই সম্পত্তিও স্বামীৰ হাতলৈ হস্তান্তৰিত হয়। এই সম্পত্তি পত্নীৰ নিজা সম্পত্তি হব নোৱাৰে, এই পিনৰ পৰা ইংলণ্ডৰ নাৰী সমাজৰ অৱস্থা বহুদেশৰ দাস সকলতকৈ নিম্নস্তৰৰ।

ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত নাৰীৰ অধিকাৰ কি? আইন মতে সন্তানৰ অধিকাৰ ন্যস্ত হয় পুৰুষৰ হাতত। আইনে পুৰুষৰ অধিকাৰহে স্বীকাৰ কৰে, নাৰীৰ নহয়। স্বামীৰ অনুমতি অবিহনে সতি-সন্ততিৰ ক্ষেত্ৰত নাৰীয়ে কোনো ব্যৱস্থা গ্ৰহণ কৰিব নোৱাৰে। আনকি স্বামীৰ মৃত্যুৰ পিছতো; স্বামীয়ে ইচ্ছালিপিত লিপিবদ্ধ কৰি নগলে মাতৃ সন্তানৰ বিধিসম্মত অভিভাবক হব নোৱাৰে। আনকি পিতৃয়ে মাতৃৰ হাতৰপৰা সন্তান কাঢ়ি লৈ যাব পৰা অধিকাৰো একালত পুৰুষৰ আছিল। মাতৃৰ সৈতে সন্তানৰ সকলো সম্বন্ধ ছেদ কৰি দিব পৰা অধিকাৰো পুৰুষৰ একালত আছিল।

এয়ে হৈছে নাৰীৰ বিধিসম্মত স্থান। পতি-পত্নীৰ বিচ্ছেদ হলেও পত্নীয়ে সম্পত্তিৰ কোনো অংশ নেপায়, সতি-সন্ততিক লগত লৈ যাব



নোৱাৰে। কিবা লৈ যাব খুজিলেও আইনমতে শক্তি প্ৰয়োগ কৰি পত্নীৰ হাতৰপৰা বস্তুখিনি কাঢ়ি লোৱাৰ অধিকাৰ স্বামীৰ আছিল। পত্নীৰ নিজৰ আৰ্জনৰ নাইবা পিতৃ-গৃহৰ পৰা অনা বস্তুও স্বামীয়ে ৰাখি থব পাৰিছিল।

বিধানে নিৰ্দ্ধাৰিত কৰা পত্নীৰ স্থানৰ কথা ইয়াত ব্যাখ্যা কৰা হৈছে। অত্যাচাৰ কৰিবৰ কাৰণে পুৰুষে যিমান বিধিসম্মত অধিকাৰ পাইছে, সেই অধিকাৰ কাৰ্য্যত তেওঁ প্ৰয়োগ নকৰাৰ হেতুকেহে পত্নীয়ে যিমানদূৰ জীয়াতু ভুগিব লাগে, সিমানদূৰ ভুগিবলগা হোৱা নাই। পুৰুষজন যদি ভাল হয়, তেন্তে ইমানবোৰ কঠোৰ বিধানতান্ত্ৰিক বিধি-ব্যৱস্থা থকা সত্ত্বেও স্বামী-স্ত্ৰীৰ যুৰীয়া জীৱন সম্প্ৰীতিকৰ আৰু সুখৰ হোৱাটো আচৰিত কথা নহয়। সকলোখিনি পুৰুষজনৰ আচৰণৰ ওপৰত নিৰ্ভৰ কৰে। ভাল পুৰুষ যেনেকৈ আছে, তেনেকৈ অসৎ পুৰুষো নথকা নহয়। দুৰ্ভাগ্যবশতঃ পুৰুষৰ ভাগ্যত যেতিয়া অসৎ-প্ৰকৃতিৰ পত্নী মিলে, তেতিয়া হত্যা কৰাৰ বাহিৰে পুৰুষে পত্নীৰ ওপৰত সকলো ধৰণৰ অত্যাচাৰ-উৎপীড়ন অনুষ্ঠিত কৰিব পাৰে। আনকি সতৰ্কতামূলক ব্যৱস্থা গ্ৰহণ কৰি আইনৰ হাত এৰাই হত্যাও কৰিব পাৰে।

পুৰুষ একোজনে একোগৰাকী নাৰীক দিয়া শাস্তি, অবিচাৰ, অনীতি, ইত্যাদি বৰ্ণনা কৰিব নোৱাৰি। বিবাহৰ জৰিয়তে নাৰীৰ এনে-ধৰণৰ দায়িত্ব স্থাপন আধুনিক যুগৰ মতে নীতি-বিৰোধী। এনেধৰণৰ পন্থাৰ জৰিয়তে ব্যক্তি একোজনৰ সকলো মানবীয় অধিকাৰ আন এজনৰ হাতত অৰ্পণ কৰা হয়। কোনো কোনোৱে সমালোচনাৰ সুৰত কোৱা শুনিছোঁ ঃ নাৰী সমাজৰ মাজত চেক্সপীয়ৰৰ বা কালিদাসৰ সৃষ্টি হোৱা নাই। এই সমালোচকসকলে একেষাৰ কথা পাহৰি যায়। প্ৰতিভাৰ উন্মেষ সাধন কৰিবলৈ হলে মুক্ত পৰিবেশৰ প্ৰয়োজন। এই বিষয়ে 'আঁচুফুল' কিতাপত বহলাই লেখিছোঁ। যি সমাজে যুগে যুগে নাৰীক বন্দিনী কৰি আহিছে, সেই সমাজে নাৰী সমাজত চেক্সপীয়ৰ বা কালিদাসৰ অভ্যুদয় হোৱা নাই বুলি আক্ষেপ কৰাৰ কোনো নৈতিক অধিকাৰ নাই। ইংলণ্ডৰ আইন মতে বিবাহেই হৈছে একমাত্ৰ বন্ধন ব্যৱস্থা। পৰিয়ালত বনকৰা বেটীৰ বাহিৰে আনৰ ক্ষেত্ৰত

আইনে দাসত্ব-প্ৰথা অনুমোদন নকৰে। যেতিয়া মানবীয় সম্বন্ধ সমতা আৰু সামাজিক ন্যায়ৰ ভিত্তিত প্ৰতিষ্ঠিত হ'ব, তেতিয়াহে সমাজৰ নৈতিক মানদণ্ড উন্নত হোৱাটো সম্ভৱ।

উপৰুক্ত উদ্ধৃতিৰ পৰা ইংলণ্ডত একালত নাৰীৰ স্থান কেনে আছিল, সেই বিষয়ে সহজে বুজিব পাৰি। সেই কাৰণেই উদ্ধৃতিটো বিস্তৃত ভাৱে দিছোঁ। বৰ্ত্তমান যুগত অসামাজিক অৱস্থা আৰু চিন্তাধাৰাৰ পৰিবৰ্ত্তনৰ সৈতে সামঞ্জস্য ৰখা হেতুকে নাৰীয়ে ভালেখিনি মুক্তি পাইছে। হিল্ডা ৱাৰনহাৰ্ নামেৰে মহিলা এগৰাকীৰ 'মাই ইণ্ডিয়ান ছান্-ইন-ল' নামেৰে এখন কিতাপ আছে। সেই কিতাপখনত আছেঃ "পছিমীয়া দেশসমূহত নাৰীয়ে নিজৰ জীৱিকা নিজে উপাৰ্জ্জন কৰিব লাগে। বহুভাগ নাৰীৰ এইটোৱেই অৱস্থা। এনে এটা ব্যৱস্থাৰ জৰিয়তে আহি পৰে প্ৰতিদ্বন্দ্বিতা, জীৱিকাৰ উপায়-অন্বেষণ, দোৰ্ঘোৰ কৰ্ম্মব্যস্ততা।" প্ৰথমতে যেতিয়া মই ইংলণ্ড, আমেৰিকা আৰু ফৰাছী দেশ ভ্ৰমণ কৰিবলৈ যাওঁ, ৰাজআলিত লগ পোৱা নাৰীৰ কৰ্ম্মব্যস্ত মুখমণ্ডল আৰু অসুখী সাঁচ দেখি আচৰিত হৈছিলোঁ। এইখিনিতে একেষাৰ কথা ক'ব খুজিছোঁ। পাশ্চাত্য দেশৰ নাৰীয়ে জীৱিকা আৰ্জ্জনৰ সুবিধা পাইছে। মানসিক স্থিৰতা আৰু শান্তিলাভ কৰিবলৈ তেওঁলোকৰ এতিয়াও বাকী।

পাশ্চাত্যৰ দৰে বৰ্ত্তমান প্ৰাচ্যতো পুৰুষ-প্ৰধান সমাজৰ এলান্ধুকলীয়া তথ্য—পুৰুষৰ বিজনিত তেওঁলোক নিম্নস্তৰৰ—সেইষাৰ যুক্তিৰ অসাৰ্থকতা নাৰীয়ে আজি কামেৰে প্ৰমাণ কৰিছে। ৰাজনৈতিক, সামাজিক, সকলো ক্ষেত্ৰতে পৰ্দ্দাৰ আঁৰৰ পৰা নাৰী আজি আগবাঢ়ি ওলাই আহিছে। এহাতে যেনেকৈ মানসিক শান্তি হেৰুৱাইছে, সেইদৰে আনহাতে তেওঁলোকে মানসিক শান্তি পাইছেও।

বৰ আচৰিত, একালত আমাৰ দেশত এনে ধাৰণাৰো প্ৰৱৰ্ত্তন আছিল যে নাৰীৰ সৈতে যৌন-সংস্পৰ্শৰ পৰা যি পুৰুষ মুক্ত, অৰ্থাৎ ব্ৰহ্মচাৰীজনহে পূজা-পাৰ্ব্বণৰ লেখীয়া ধৰ্ম্মকামৰ কাৰণে উপযুক্ত। খ্ৰীষ্টধৰ্ম্মৰ ৰোমান কেথলিক আৰু আমাৰ সত্ৰসমূহৰ কোনো কোনোত প্ৰচলিত কেৱলীয়া ব্যৱস্থা এনে ধাৰণাৰ স্ফুলিঙ্গ। বৌদ্ধধৰ্ম্মত কেৱলীয়াৰ স্থান সকলোৰে ওপৰত। যি সমাজ-ব্যৱস্থাত নাৰীৰ



প্ৰয়োজন। কেৱল জন্ম-বৃদ্ধিৰ কাৰণে তেনে সমাজত নাৰী-পুৰুষৰ যৌন-সমতাৰ কথা প্ৰায় জুই পানীৰ সম্বন্ধৰ লেখীয়া।

মধ্যবিত্ত নাইবা চহকী সমাজৰ ক্ষেত্ৰত নাৰীৰ বন্ধন যেনেদৰে কটকটীয়া, তেনেদৰে সৰ্ব্বসাধাৰণৰ জীৱনত হোৱা দেখা নেযায়। উদাহৰণ স্বৰূপে, চীনদেশৰ দক্ষিণাঞ্চলৰ সৰ্ব্বসাধাৰণ নাৰীৰ মাজত ভৰি বান্ধি সৰু কৰা প্ৰথা নাছিল। ঘৰৰ ভিতৰত বন্দিনী হৈ থকা অভ্যাসো তেওঁলোকৰ নাছিল। পুৰুষৰ সৈতে একেলগে পথাৰত নাৰীয়ে শ্ৰম নকৰিলে উপায় নাছিল। এয়া হৈছে অৰ্থনৈতিক প্ৰয়োজনীয়তাই জন্ম দিয়া বাধ্যবাধকতা।··· ···নাৰীৰ স্থান নিম্নগামী কৰাৰ ক্ষেত্ৰত ধৰ্ম্মৰ—সকলো ধৰ্ম্মৰে, হিন্দু, ইছলাম, খ্ৰীষ্টান—বৰঙণি কম নহয়। ধৰ্ম্মৰ আচাৰ-পদ্ধতি নিৰ্ণয় কৰাৰ দায়িত্ব পুৰুষৰ ওপৰত ন্যস্ত আছিল। এই ক্ষেত্ৰত নাৰীৰ অকণো অধিকাৰ নাছিল।

কেৱল ধৰ্ম্মৰে নহয়, এই ক্ষেত্ৰত জন-বিশ্বাসৰো অৰিহনা কম নহয়। ডক্টৰ ডেভিদ আৰু ভেৰা মেইছৰ কিতাপত আছেঃ "জড়বাদী সমাজত যৌন-বিচাৰৰ সম্বন্ধ ভূত-প্ৰেত বিশ্বাসৰ সৈতে জড়িত। এওঁলোকৰ ধাৰণা জটিল চিন্তাবস্তুপ্ৰসূত। আনকি নাৰীৰ ঋতুস্ৰাৱো প্ৰাচীন বাধা-নিষেধৰ বস্তু স্বৰূপে গণ্য কৰা হৈছিল। নাৰীৰ প্ৰতি পুৰুষৰ যি যৌন-আসক্তি, সেই আসক্তি ধ্বংসাত্মক বস্তু। কাৰণ এনে আসক্তিৰ জৰিয়তে কোনো কোনো ক্ষেত্ৰত হাই-কাজিয়াৰ উদ্ভৱ হয়। হাই-কাজিয়াই মানুহক কৰ্ত্তব্যৰ পথৰপৰা আঁতৰাই আনে। নৈষ্ঠিকতাৰ পৰিৱেশত নাৰীৰ যৌন-আসক্তি ভয়াবহ।

"ইয়াৰ পৰিণতি হৈছে—বিশেষকৈ আমাৰ পছিমীয়া সংস্কৃতিত—নাৰীসম্বন্ধীয় দুটা বিপৰীতমুখী চিন্তাধাৰাৰ মাজত সমন্বয় স্থাপন। এটা হৈছে নাৰীৰ মেডোনা অৰ্থাৎ মাতৃ-ৰূপ আৰু আনটো হৈছে গণিকাৰূপ। যৌনস্পৃহাহীনা, কৌমাৰ্য্যব্ৰত অৱলম্বন কৰা নাৰী হৈছে সৰ্ব্বোচ্চ শ্ৰদ্ধাৰ প্ৰতীক—স্বৰ্গজ্যোতি সম্পন্না দেৱী। পুৰুষক তৃপ্তি-দিওঁতা যৌন-ব্যভিচাৰিণী নাৰীক নৰকৰ পথ বুলি অভিহিত কৰা হৈছিল।

"এই দুটা সম্পূৰ্ণৰূপে বিপৰীতমুখী নাৰীমূৰ্ত্তিৰ মধ্যৱৰ্ত্তী বস্তু হৈছে পত্নী। পত্নীৰ স্থানো সহজ নহয়। এতিয়া ই আৰু জটিল হৈছে।

নিজৰ ভাগ্য নিৰ্ণয় কৰিবপৰা দায়িত্ব আহি পৰাৰ লগে লগে নাৰীৰ স্থান আৰু জটিল হৈ পৰিছে।"

ই যিয়েই নহওক লাগিলে, এইখিনিতে একেষাৰ কথা মন কৰিবলগীয়া। সেইষাৰ হৈছে : দ্ৰৌপদী অবিহনে মহাভাৰত কাব্য অসম্পূৰ্ণ হৈ নৰ'লহেঁতেন জানো? সেইদৰে সীতাৰ অবিহনে ৰাম-ৰাৱণৰ যুদ্ধ সম্ভৱপৰ হ'লহেঁতেন জানো?

# যুৱীয়া জীৱন : যৌন-ধাৰণা

আজি প্ৰায় দেৰশ বছৰৰ পূৰ্ব্বে মহীশূৰ অঞ্চলত এটা উৎসৱৰ প্ৰচলন আছিল। এই উৎসৱটোৰ বিষয়ে জে. এ. ডুবেই 'হিন্দু মেনাৰ্ছ, কাষ্টমছ্ এণ্ড কন্ভেনছনছ' বোলা কিতাপত এইদৰে লেখিছে :

"মনোৰমকৈ সজোৱা এখন দোলাত দেৱীক আলিয়ে আলিয়ে লৈ ফুৰোৱা হয়। দেৱীৰ সমুখত এজন দেৱতাৰ প্ৰতিমূৰ্ত্তি। এই দুয়োটা প্ৰতিমূৰ্ত্তি হৈছে সম্পূৰ্ণৰূপে উলঙ্গ। কিবা এক কৌশলৰে সমগ্ৰ শোভাযাত্ৰাটোৰ কালছোৱাত এই দেৱ-দেৱী দুগৰাকী যৌন-কাৰ্য্যত ব্যস্ত থকা ভঙ্গীৰ প্ৰদৰ্শন কৰা হয়। ইয়াকে দেখি দৰ্শকসকলে হৰ্ষধ্বনি কৰে।" এনে দুটা মূৰ্ত্তি যোৱাবছৰ নেপাল ভ্ৰমণ কৰিবলৈ যাওঁতে কাঠমুণ্ডুৰ যাদুঘৰ এটাত দেখি আহিছোঁ। দেৱতা আৰু দেৱী, উভয়ে উলঙ্গ। উভয়েই যৌন-কৰ্ম্মৰ কাৰণে প্ৰস্তুত।

প্ৰতীকী অৰ্থত শিল্পসমূহৰ জৰিয়তে নাৰী-পুৰুষৰ যৌন-কাৰ্য্য প্ৰদৰ্শন কৰাটো দোষণীয় কথা বুলি ধৰা নহৈছিল। ৰাজআলি নাইবা ঘৰৰ পদূলিৰ সমুখত যৌন-কাৰ্য্যত ব্যস্ত থকা কুকুৰ দেখি প্ৰাচ্যৰ মানুহ আচৰিত নহয়। এইখিনিতে একেষাৰ কথা কব খুজিছোঁ : আমাৰ কোণাৰক আৰু আন ঠাইৰ কিছুমান মন্দিৰৰ দেৱালয়ত খোদিত ভালেমান শিলৰ মূৰ্ত্তি-চিত্ৰ আছে। এইবোৰত নাৰী-পুৰুষৰ যৌন-ইতিহাস স্পষ্টকৈ ব্যক্ত কৰা হৈছে। যৌন-আকৰ্ষণ প্ৰাণীজগতৰ বিশেষ এক অনুপ্ৰেৰণাদায়ক বস্তু। গতিকেই প্ৰাচ্যত, ঘাইকৈ ভাৰতত ইয়াক সুকুমাৰ কলা, সামাজিক জীৱন বা ব্যক্তিগত জীৱনৰ পৰা বহিৰ্ভূত কৰা হোৱা নাছিল। সেই কাৰণেই সম্ভৱতঃ শঙ্কৰদেৱৰ নিচিনা ধৰ্ম্মপ্ৰাণ ব্যক্তিয়েও 'হৰমোহন'ৰ লেখীয়া উৎকট যৌন-বৰ্ণনাৰ কাব্যৰচনা কৰিব পাৰিছিল। এনেবোৰ যৌন-বৰ্ণনা নাইবা প্ৰদৰ্শনৰ দাৰ্শনিক এক ব্যাখ্যা নথকা নহয়। এইবোৰ উদ্দেশ্যবিহীনো নহয়। শঙ্কৰদেৱৰ ৰচনাৰ পৰাই আকৌ উক্তি দিব খুজিছোঁ।

"শৃঙ্গাৰ ৰসে যাৰ আছয় ৰতি
আক শুনি হৌক শুদ্ধ মতি।"

কথাষাৰৰ ব্যাখ্যা কৰিব খোজা নাই। 'গীত-গোবিন্দ' কাব্য-পুথিত এনে ধৰণৰ ৰাধা-কৃষ্ণৰ যৌন-মিলনৰ এক উৎকট বৰ্ণনা আছে। ইয়াৰ সবিশেষ উল্লেখ আৰু ব্যাখ্যা ডব্লিউ. জি. আৰ্চাৰৰ 'লাভছ্ অব্ কৃষ্ণ' বোলা কিতাপখনত আছে। শ্ৰীকৃষ্ণ মানৱীয় ব্যক্তিত্ব-সম্পন্ন দেৱতা।

দীলিপ সিং চৌদ বোলা লেখক এজনৰ 'মাই মাদাৰ ইণ্ডিয়া' বোলা কিতাপখনত একেষাৰ কথা এনেদৰে আছে ঃ

"হিন্দু পৰিয়ালত ল'ৰা-ছোৱালীয়ে স্বাভাৱিকভাৱে যৌনবস্তুৰ বিষয়ে জ্ঞান লাভ কৰে। বিবাহ আৰু সন্তান জন্ম, এই দুটা বিষয় পৰিয়াল-বৰ্গৰ মাজত মুকলিভাৱে আলোচনা কৰা হয়। নৱজাত সন্তান ডাক্তৰে পাচিত ভৰাই আনি বা বগলী চৰায়ে আনি মাতৃৰ কোছত দিয়েহি বুলি কোৱা নহয়। সন্তানে যেতিয়া এনেবোৰ বিষয়ে প্ৰশ্ন কৰে, সেই প্ৰশ্নৰ উত্তৰ মুকলিভাৱে দিয়া হয়।"

চাও চোৱা-চীন নামেৰে এজন ব্যক্তিৰ দ্বাৰা ৰচিত 'ড্ৰিম্ অব্ ডি ৰেড্ চেম্বাৰ্' চীনদেশৰ এখন আপুৰুগীয়া উপন্যাস। কিতাপখনৰ ইংৰাজী সংস্কৰণটোৱে বিশ্বৰ দৃষ্টি আকৰ্ষণ নকৰাকৈ থকা নাই। এই উপন্যাসখনত অষ্টাদশ শতিকাৰ সম্ভ্ৰান্ত পৰিয়াল এটাৰ যৌৱনপ্ৰাপ্ত ল'ৰা এটাৰ কাহিনী ব্যক্ত কৰা হৈছে। চীন দেশত 'ৰঙা' হৈছে বিবাহৰ প্ৰতীক। এই কাৰণেই সম্ভৱতঃ কিতাপখনক 'ৰেড্ চেম্বাৰ' আখ্যা দিয়া হৈছে।......উপন্যাসখনৰ নায়ক পাও-উ বাৰবছৰীয়া এটা ল'ৰা। সি এদিন এটা সপোন দেখিলে ঃ পৰ্ব্বতৰ সিপাৰে কোনোবাই যেন গান গাইছে। সেই গানৰ সুৰ ৰিণিৰিণি আহি তাৰ কাণত পৰিছে। বাকী ছোৱা বৰ্ণনা কিতাপৰ ভাষাৰে দিব খুজিছোঁ।

গানটোৰ সুৰ তেতিয়াও পাও-উৰ কাণত বাজি আছে। এনেতে সি সপোনত দেখিলে—তাৰ সমুখত এজনী অপূৰ্ব্ব সুন্দৰী যুৱতী। তাইৰ ৰূপৰ তুলনা এই মৰ্ত্যলোকত নাই। পাও-উৱে যেন তাইক কলে ঃ "ভনীটি, মই বাট হেৰুৱাইছোঁ। তুমি মোক বাট দেখুৱাই দিবা নে ?" যুৱতীগৰাকীয়ে পাও-উক সপোনতে লৈ গ'ল এখন ৰহস্যময় দেশলৈ ঃ "তোমাক মই ইয়ালৈ আনিছো, তুমি নজনা কথা শিকাবলৈ।"



অপেশ্বৰী সকলে 'ৰঙা কোঠা'ৰ গীত গাবলৈ ধৰিছে। তেতিয়া যুৱতী-গৰাকীয়ে কলে ঃ "মোৰ সৰু ভনী কু-চিঙক তুমি বিয়া কৰাব লাগিব, তেতিয়াহে নজনা কথা তুমি জানিব পাৰিবা।" যুৱতী গৰাকীয়ে চমুকৈ ডাৱৰ আৰু বৰ্ষাৰ প্ৰতীকৰ জৰিয়তে আচল কথাটোৰ ইঙ্গিত দি পাও-উক অকলে ৰহি থকা ছোৱালীজনীৰ কোঠাত সুমুৱাই দিলে। বাহিৰৰ পৰা দুৱাৰখন জপাই দিলে। সপোনত পাও-উৱে নৱলব্ধ জ্ঞান পৰীক্ষা কৰি চালে।......

ইয়াৰ পিছত পাও-উ প্ৰণয় জোৱাৰত তন্ময় হৈ পৰিল। সেই ছোৱালীজনীৰ হাতত ধৰাধৰিকৈ দুয়ো ফুৰিবলৈ ওলাই গ'ল। এইদৰে ফুৰি ফুৰোঁতে অকস্মাৎ সিহঁত কাঁইটেৰে ভৰা আলি এটা পালেহি। আলিটোত বনাই ফুৰিছে বাঘ, ঘোং আৰু এনে জাতীয় আন হিংস্ৰ জন্তু। সমুখত পানীৰে উপচি থকা বিৰাট এক গহ্বৰ, ক'তো দলং নাই। কেউপিনে অন্ধকাৰ। হিংস্ৰ জন্তুজাকে খেদি আহিলে তাৰ আত্মৰক্ষাৰ কোনো উপায় নাই।

চক খাই পাও-উ সাৰ পালে। ঘৰৰ লিগিৰীজনীয়ে তাক সান্ত্বনা দিবলৈ ধৰিলে। সপোনটোৰ বিষয়ে লিগিৰীজনীয়ে তাক সুধিলে।

সৰু ল'ৰা হিচাপে পাও-উ গাভৰু লিগিৰীজনীৰ প্ৰতি বৰ সহৃদয় আছিল। সপোনটোৰ বিষয়ে কাকো নকবলৈ প্ৰতিশ্ৰুতি আদায় কৰি পাও-উৱে সপোনৰ অভিজ্ঞতাৰ কথা তাইৰ আগত ব্যক্ত কৰিলে। সপোনটোৰ কথা শুনি লিগিৰীজনীয়ে হাঁহিবলৈ ধৰিলে। অৱশেষত পাও-উৱে যেতিয়া নৱলব্ধ যৌন-অভিজ্ঞতাৰ কথা বৰ্ণায়, তেতিয়া লাজতে তাই হাতেৰে নিজৰ মুখখন ঢাকিলে। লিগিৰীজনীক নৱলব্ধ অভিজ্ঞতাৰ বাস্তৱ প্ৰমাণ দিবলৈ পাও-উ সাজু হ'ল। লিগিৰীজনীয়ে আপত্তি নকৰিলে। এইদৰে অভিজ্ঞতাৰ বাস্তৱ ৰূপায়নৰ অন্তত পাও-উ আৰু লিগিৰীজনী আগতকৈ পৰস্পৰৰ প্ৰতি অধিকভাৱে আকৃষ্ট হ'ল। চীনদেশত মেঘ আৰু বৰ্ষাক প্ৰতীকধৰ্ম্মী ৰূপত ব্যৱহাৰ কৰা হয়। ইয়াৰ অৰ্থ হৈছে যৌনকৰ্ম্ম।

এইখিনিতে প্ৰশ্ন হয় ঃ সপোনত পাও-উ চক খাই উঠিল কিয় ? যৌন-জীৱনৰ নৱলব্ধ অভিজ্ঞতাৰ কাৰণে নহয়, বনৰীয়া জন্তুৰ ভয়তহে। লিগিৰীজনীৰ আগত এই নৱলব্ধ অভিজ্ঞতাৰ বৰ্ণনা দিয়েই সি ক্ষান্ত

নাথাকিল। তাইৰ সৈতে নিবিড়ভাৱে অভিজ্ঞতাৰ পৰীক্ষা কৰিও চালে। পৰীক্ষাইহে অভিজ্ঞতা পূৰঠ কৰে। এই নৱলব্ধ অভিজ্ঞতা হৈছে পুৰুষসুলভ শক্তিৰ পৰিচায়ক। পাও-উ বা লিগিৰীজনী কোনেও এই যৌন-অভিজ্ঞতাক লেতেৰা বস্তু বুলি ভবা নাছিল।

প্ৰাচ্যত প্ৰচলিত যৌন-অভিজ্ঞতাৰ বিষয়ে এয়ে হৈছে জটিলতাহীন স্বাভাৱিক ধাৰণা। এনেধৰণৰ অভিজ্ঞতাৰ পৰিচয় চীনদেশীয় প্ৰায়বোৰ ৰোমাণ্টিক কাহিনীত পোৱা যায়; কেৱল চীনদেশীয়ই নহয়, ওপৰত উল্লেখ কৰা কাহিনীটোৰ লেখীয়া ঘটনা এটা কোনোবা ইংৰাজী গল্প এটাত পঢ়া মোৰ মনত আছে। পৰিৱেশ মাথোন সুকীয়া। 'চাইনীজ ফেমিলি এণ্ড ছ'ছাইটি' বোলা কিতাপত ওলগা লাঙে এনেদৰে লেখিছে: "পছিমৰ মানুহৰ বিজনিত চীনদেশীয় মানুহৰ মানৱ-দেহাৰ বিষয়ে ধাৰণা সুকীয়া। প্ৰণয়ৰ বাস্তৱমুখী দেহাকেন্দ্ৰী অভিজ্ঞতাক তেওঁলোকে আৱৰণৰে ঢাকি থব নোখোজে। নাইবা এনে এক অভিজ্ঞতা গ্ৰহণ কৰিবৰ কাৰণে তেওঁলোকে ৰোমাণ্টিক অৱলম্বনৰ আশ্ৰয় গ্ৰহণ কৰিব নোখোজে।"

চমুকৈ কবলৈ গলে, চীনদেশীয় ডেকা-গাভৰুৰ প্ৰণয়প্ৰীতি অধিক বাস্তৱমুখী, অধিক পৃথিৱীমুখী। এয়ে হৈছে চীনদেশীয় প্ৰণয়দৰ্শনৰ মৰ্ম্মকথা। কেৱল মৰ্ম্মকথাই নহয়, অনুপ্ৰেৰণাও।

এইখিনিতে ডক্টৰ ডেভিদ আৰু ভেৰা মেইছৰ যুটীয়াভাৱে ৰচিত কিতাপখনৰপৰা একেষাৰ কথা উদ্ধৃত কৰিব খুজিছোঁ। "পছিমৰ বিজনিত প্ৰাচ্যত যৌন-জীৱন মুকলিভাৱে, স্পষ্টৰূপে গ্ৰহণ কৰা কাৰ্য্যৰ পক্ষে যথেষ্ট কাৰণ আছে। প্ৰকৃতিৰ উৎপাদিকা কাৰ্য্যবিধিৰ সৈতে কৃষকৰ জীৱন ওতঃপ্ৰোতভাৱে সংযোজিত। বহু মানুহ একেটা কোঠাতে থাকিবলগা হোৱাৰ কাৰণেও ব্যক্তিগতভাৱে গোপনীয় জীৱন যাপনো সম্ভৱপৰ নহয়। কৰ্ম্মব্যস্ততা আৰু অৱসৰ বিনোদনৰ বাবে উপযুক্ত যোগাৰৰ অভাৱেও যৌন-তৃপ্তি সাধনক একমাত্ৰ উপভোগৰ সামগ্ৰীলৈ ৰূপান্তৰিত নকৰাকৈ নেথাকে। নাৰীৰ স্বাভাৱিক পৰাধীনতায়ো পুৰুষৰ কাৰণে নাৰীক সহজলব্ধ কৰি তোলে। পুৰুষৰ অনুবোধ অমান্য কৰা মানে নাৰীৰ নিৰাপত্তাহীনতা। এনেবোৰ কাৰণৰ বাবেই যৌন-দৃষ্টিভঙ্গী সমাজত অজটিল, সহজ আৰু পোনপটীয়া হবলৈ বাধ্য হৈছে।"



প্ৰাচীন যুগৰ পৰাই প্ৰাচ্যৰ সমাজত ধৰ্ম্ম আৰু যৌন-পদ্ধতি সমজাতীয় বস্তু বুলি পৰিগণিত হৈ আহিছে। দুয়োটা বস্তুৰ সম্বন্ধ হৈছে সৃষ্টিবস্তুৰ সৈতে। জাপানত এটা প্ৰাচীন আখ্যান আছে। সেই আখ্যানটো এইখিনিতে উল্লেখ কৰিব খুজিছোঁ। পাৰস্পৰিক যৌন অঙ্গ-প্ৰত্যঙ্গসমূহ পৰীক্ষা কৰোঁতে কৰোঁতে হেনো অকস্মাৎ এযোৰা দেৱ-দেৱীয়ে যৌনকাৰ্য্যৰ বিষয়ে জ্ঞান লাভ কৰে। এই নৱলব্ধ জ্ঞানৰ জৰিয়তে হেনো প্ৰকৃতিৰ বুকুৰ পৰ্ব্বত, সাগৰ, অৰণ্যানী, মানুহ আৰু আন জীৱজন্তুৰ উদ্ভৱ সাধন হয়। এইটো ধৰ্ম্ম-বিশ্বাসৰ পৰ্য্যায়ভুক্ত কথা।

গতিকে দেখা যায়, ধৰ্ম্ম আৰু শিল্পবস্তু, দুয়োটা বস্তুৰেই যৌন-জীৱন-ৰহস্যৰ সৈতে সাঙোৰ খাই আছে। প্ৰত্যেক মানৱ-আত্মাৰ অন্তৰ-থলীত কম বেছি পৰিমাণে পুৰুষ-প্ৰকৃতি উভয় ভাব বিদ্যমান। পৃথিৱী আৰু নাৰী, উভয়ৰ গৰ্ভথলীত সৃষ্টি-বীজাণুৱে সৰ্ব্বক্ষণ কাম কৰে। সৰ্ব্বক্ষণ ই নৱৰূপত জাতিস্কাৰ হৈ উঠে। বসন্তকালত পৃথিৱী গাভৰু হয়। এই যৌৱন প্ৰাপ্তিয়ে পৃথিৱী যে সৃষ্টিকাৰ্য্যৰ বাবে প্ৰস্তুত হৈছে, সেইষাৰ কথাকে কয়। উৎসৱাদিৰে দেৱদেৱী বা প্ৰকৃতি আৰাধনা কৰি যে পৃথিৱীৰ সৃষ্টি-শক্তিৰ উৎকৰ্ষ সাধন কৰিব পাৰি, সেইষাৰ কথা সমাজৰ মনত ক্ৰমাৎ সাব্যস্ত হৈছিল। শস্য উৎপাদনৰ ওপৰতেই মানুহৰ জীৱন-উন্নতি যুগে যুগে নিৰ্ভৰ কৰি আহিছে।

ধৰ্ম্ম আৰু যৌন-আচৰণ, উভয়ৰে মৰ্ম্মকথা হৈছে জন্ম-বিস্তৃতি। সমাজে ধাৰণা কৰিছিল, পুত্ৰ সন্তানৰ জন্মৰ জৰিয়তে উপৰি-পুৰুষৰ স্মৃতি যাউতিযুগীয়া হয়। এনে ব্যৱস্থাৰ জৰিয়তে মানুহৰ ধৰ্ম্ম-জীৱন ৰক্ষা কৰিব পাৰি।......এই বুলি সৃষ্টি-বীজাণুৱে যে সদায়েই সাৰ্থক সৃষ্টি সম্ভৱ কৰি তুলিব, সেইষাৰ কথাও স্বতঃসিদ্ধ নহয়। কনফিউছিয়াছৰ শাস্ত্ৰৰ টীকাকাৰ কু-লিঙায়ে কৈছিল: "সৃষ্টি-বীজাণু পুৰুষে নিক্ষেপ কৰাৰ লগে লগেই যে নাৰীয়ে গৰ্ভধাৰণ কৰিব, সেইষাৰ কথা সদায়েই সঁচা নহয়। সঁচা কথা, নাৰীয়েও অকলে সৃষ্টি কৰিব নোৱাৰে, পুৰুষেও নোৱাৰে। নাৰী, পুৰুষ, ভগৱান, তিনিওৰে সহযোগতহে মানৱ-সৃষ্টি সম্ভৱ।" ইয়াৰ অৰ্থ হৈছে সৃষ্টিকাৰ্য্যত ভগৱানৰ আশীৰ্ব্বাদ প্ৰয়োজন, তেনে আশীৰ্ব্বাদৰ অবিহনে সৃষ্টি-বীজাণুৱে ৰূপ নলবও পাৰে।

এনেবোৰ চিন্তাধাৰাৰ কাৰণেই প্ৰাচ্যৰ প্ৰায়বোৰ প্ৰাচীন ধৰ্ম্ম-

মততেই পুৰুষ-অঙ্গৰ বিশিষ্ট এক স্থান থকা দেখা যায়। প্ৰাচীন হিব্ৰুসমাজৰ মতে পুৰুষ দেহাৰ সৰ্ব্বশ্ৰেষ্ঠ অঙ্গ হৈছে পুৰুষাঙ্গ। এই আহিলাবস্তুৰ প্ৰয়োগে পুৰুষক সৃষ্টিকৰ্ত্তা ভগৱানৰ সমপৰ্য্যায়লৈ উন্নীত কৰে; এয়ে আছিল প্ৰাচীন হিব্ৰুসমাজৰ অভিমত। পুৰুষৰ শক্তি প্ৰয়োগৰ জৰিয়তেহে বিশ্ব সৃষ্টি ৰক্ষা পৰে। যৌন-আচৰণৰ ক্ষেত্ৰত পুৰুষে স্ৰষ্টাৰ কাম কৰে। এই কাৰণেই পুৰুষ ভগৱানৰ প্ৰতীক। হিব্ৰুসমাজৰ মতে পুৰুষাঙ্গ ভগৱানৰ নামত উছৰ্গিত বস্তু।

এই কাৰণেই কোনো কোনো সমাজত পুৰুষাঙ্গক কেন্দ্ৰ কৰি বিস্তৃতভাৱে অনুষ্ঠিত হোৱা পূজা-পাৰ্ব্বণৰ যথেষ্ট প্ৰমাণ পোৱা যায়। মেচ্‌দ্বয়ৰ কিতাপত এনেদৰে আছে: "পুৰুষাঙ্গৰ অৰ্চ্চনা অশ্লীল বুলি পৰিগণিত হোৱা দূৰৰ কথা, ইয়াক দৈৱিক কৰ্ম্মকাণ্ডৰ বস্তু বুলিহে পৰিগণিত কৰা হৈছিল।" এইখিনিতে সম্ভৱতঃ আমাৰ সমাজত প্ৰচলিত লিঙ্গ-পূজাৰ বিষয়ে এফাকি কথা উদ্ধৃত কৰিলে ভাল হব। শান্তা ৰাওয়ে তেওঁৰ 'দিছ্ ইজ্ ইণ্ডিয়া' বোলা কিতাপত লেখিছে:

"প্ৰত্যেকটো শিৱমন্দিৰৰ অন্তৰথলীত সদাশিৱৰ যৌন-শক্তিৰ প্ৰতীক শিৱলিঙ্গ একোটা আছে। পছিমীয়া মানুহে এনে প্ৰতীকৰ প্ৰদৰ্শন দেখি হতভম্ব হয়, প্ৰাচ্যৰ মানুহে অন্যমনস্কতা অৱলম্বন কৰে। সদাশিৱ হৈছে সৃষ্টিৰ প্ৰতীক, এইষাৰ কথা ভাৰতীয় মানুহে বুজে; গতিকেই হতভম্ব নহয়।"

ধৰ্ম্ম-ধাৰণাৰ কথা কৈছোঁ: উচ্চ পৰ্য্যায়ত স্ৰষ্টা আৰু মানৱ-আত্মাৰ সম্বন্ধ হৈছে প্ৰেমিক প্ৰেমিকাৰ সম্বন্ধ। আমাৰ 'গীত-গোবিন্দ' কাব্যত প্ৰকাশ পোৱা কৃষ্ণ-প্ৰেমৰ কথা স্মৰণ কৰিলেই সকলো কথা স্পষ্ট হৈ পৰিব। ওপৰে ওপৰে পঢ়িলে ৰাধা আৰু কৃষ্ণৰ যৌন-মাদকতা অতীব অশ্লীল যেনে অনুমান হয়। ইয়াৰ উদাহৰণ মোৰ হাতত বহুতো প্ৰস্তুত হৈ আছে, কৃষ্ণৰ চুম্বন কাৰ্য্যৰপৰা আৰম্ভ কৰি যৌন-কাৰ্য্যলৈকে, ৰাধাৰ প্ৰণয়-আসক্তিৰ পৰা যৌন-কাৰ্য্যত সহযোগ পৰ্য্যন্ত। সেইবোৰৰ বৰ্ণনাৰে কিতাপখন লেতেৰা কৰিব খোজা নাই। দাৰ্শনিক ভিত্তিত এই যৌন-মিলনৰ অন্তৰালত ভগৱান-প্ৰীতি অন্তৰ্নিহিত হৈ আছে।

আন এঠাইত শঙ্কৰদেৱৰ কাব্যৰ উদ্ধৃতিৰ দ্বাৰা এইষাৰ কথাকে



সাব্যস্ত কৰিবলৈ যত্ন কৰা হৈছে। হিন্দু-মন্দিৰত খোদিত যৌন-চিত্ৰসমূহৰ জৰিয়তে প্ৰাচীন কালৰ শিল্পীয়ে এইটো ভাৱকে প্ৰকট কৰিবলৈ যত্ন কৰিছিল। এই সকল শিল্পীয়ে যৌন-প্ৰণয়ক শিল্প-সৃষ্টিৰ কেন্দ্ৰস্থ অনুভূতি স্বৰূপে সদায়েই গ্ৰহণ কৰি আহিছে। এনে অনুভূতিৰ যি তীব্ৰ আকৰ্ষণ, সেই আকৰ্ষণে ভগৱানৰ প্ৰতি সন্মোহন সূক্ষ্মভাৱে প্ৰকাশ কৰিবলৈ সক্ষম। প্ৰাচীনকালৰ শিল্পীসমাজে এনে এক ধাৰণাৰ বশৱৰ্ত্তী হৈ এনে ধৰণৰ এক ৰিজনিৰ অৱতাৰণা কৰিছিল। দীনেশ চন্দ্ৰ সেনৰ 'বঙলা ভাষা-সাহিত্যৰ বুৰঞ্জী' বোলা কিতাপখনত পঢ়া মনত আছে: "মানৱ জীৱনত এনে প্ৰণয় হৈছে মিষ্টিকৰূপে ভক্তৰ ভগৱান উপলব্ধিৰ নিকটতম উপায়। আচলতে অনুভূতিৰ বিশুদ্ধতা, ভক্তিৰ তীক্ষ্ণতা আৰু আত্ম-উছৰ্গাৰ পিনৰপৰা ই আধ্যাত্মিকতাৰ সমপৰ্য্যায়ৰ বস্তু।"

আন এঠাইত কৈ অহা হৈছে, যৌন-উত্তপ্ত ছবি কেৱল শিল আৰু কাঠতেই যে আৱদ্ধ আছিল, এনে নহয়। ইয়াৰ উত্তাপেৰে প্ৰাচীন সাহিত্য উত্তপ্ত হৈ থকাৰ পৰিচয় আছে। বিদ্যাপতিৰ 'গীত-গোবিন্দ' কাব্যৰ কথা উল্লেখ কৰিছোঁ। মহাভাৰত আৰু ৰামায়ণ, এই দুখন মহাকাব্য, বিশেষকৈ প্ৰথমখনত, এনেধৰণৰ যৌন-উত্তপ্ত ছবি অলেখ আছে।

সৰ্ব্বসাধাৰণ যৌন-আসক্তিৰ চকুৰে চালে 'গীত-গোবিন্দ' কাব্য-পুথিত প্ৰকাশ পোৱা যৌন-চিত্ৰসমূহ ব্যাখ্যা কৰিব নোৱাৰি। প্ৰকৃত ব্যাখ্যাৰ কাৰণে ধৰ্ম্মীয় সন্মোহনৰ প্ৰয়োজন। ৰাধাৰ বাহিক লাজ, ভগৱানৰ প্ৰতি মানুহৰ যি প্ৰকৃতিগত লজ্জা তাৰ পৰিচয়। ৰাধাৰ অন্তৰৰ গোপনথলীৰ উষ্মা ভগৱানৰ প্ৰতি মানৱ-অন্তৰৰ যি ফল্গুসদৃশ সন্মোহন, তাৰ পৰিচায়ক।

মানুহৰ কল্পনাত শ্ৰীকৃষ্ণ হৈছে মৰ্ত্ত্যলোকৰ সৃষ্টিকৰ্ত্তা, ভগৱানৰ প্ৰতীক, সৌষ্ঠৱশালী, আত্মবিশ্বাসী ব্যক্তি। ভগৱানৰ মানবীয় ৰূপৰ বাবেই সম্ভৱতঃ উইলিয়েম আৰ্চাৰে তেওঁৰ 'লাভছ্ অৱ্ কৃষ্ণ' পুথিত কৃষ্ণক 'দোৱেল পাৰ্ছনেলিটি' অৰ্থাৎ "দ্বৈত ব্যক্তি" বুলিছে। এইষাৰ কথা মোৰ 'এছেমীজ লিটাৰেছাৰ' বোলা পুথিত উল্লেখ কৰিছোঁ। শ্ৰীকৃষ্ণ হৈছে প্ৰণয় আৰু স্নেহৰ সঁফুৰা। প্ৰণয়ৰ ক্ষেত্ৰত শ্ৰীকৃষ্ণ উপলব্ধি-সম্ভূত ব্যক্তি। এনে এজন ভগৱান-পুৰুষৰ যৌন-

আলিঙ্গনত ৰাধাই মানসিক শান্তি আৰু তৃপ্তি পোৱাটো স্বাভাৱিক কথা। এনে শান্তি আৰু তৃপ্তিৰ পৰিচয় থকাৰ উল্লেখ বিদ্যাপতিৰ কৱিতাত আছে। বৰ্ণনাটো মোৰ হাতত আছে।

"তেওঁৰ বাহু-বন্ধনত মোৰ দেহাৰ
প্ৰতিডাল সিৰা, উপ-সিৰা নাচি উঠিছিল;
তেওঁৰ ওঁঠৰ মৌত
মোৰ অন্তৰৰ সকলো বেদনা অন্তৰ্দ্ধান হৈছিল;
মোৰ জীৱন-তৃষ্ণা
আজি সাৰ্থক হ'ল;
তেওঁৰ আলিঙ্গন বিচাৰি
মই আপোন পাহৰা হৈছিলোঁ।"
... ... ...ইত্যাদি।

সেই বুলি এনে ধৰণৰ যৌন-আসক্তিৰ জৰিয়তে ভগৱান-তৃষ্ণা প্ৰকাশ কৰা পদ্ধতি যে জনসাধাৰণৰ কাৰণে বোধগম্য বস্তু নহয়, সেইষাৰ কথা সঁচা নহয়। সেই কাৰণেই সম্ভৱতঃ লৰ্ড ৰোনাল্ড্‌ছে 'ডি হাৰ্ট অব্‌ আৰ্য্যৱৰ্ত্ত' বোলা পুথিত এনেদৰে কৈছিল: "নৈতিক উপলব্ধি সবল নোহোৱা ব্যক্তিৰ ক্ষেত্ৰত এনে উদাহৰণে আধ্যাত্মিকতাৰ বিপৰীত কিবা এটা জন্ম দিয়াটো আচৰিত কথা নহয়।" এনে উক্তিৰ প্ৰত্যুত্তৰ স্বৰূপে কোৱা যেন লাগে আনন্দ কুমাৰস্বামীৰ 'ইন্‌ট্ৰডাক্‌চন টু বিদ্যাপতি' বোলা পুথিত লিপিবদ্ধ হোৱা এই কেইষাৰ কথা: "পছিমৰ মানুহে ধাৰণা কৰাৰ দৰে যৌন-আসক্তিৰ জৰিয়তে যৌন ব্যভিচাৰৰ যে জন্ম হব পাৰে, সেইষাৰ কথা প্ৰাচ্যৰ মানুহে ভাবিব নোৱাৰে। ভাৰতীয় সংস্কৃতি এনে ধৰণৰ চেকা লাগি ক'তো কলঙ্কিত হোৱা নাই। জীৱন যেতিয়া নিৰ্ম্মল হয়, জীৱন-উপভোগ তেতিয়া কেতিয়াও আধ্যাত্মিক বন্দীশাল হব নোৱাৰে।" স্বামী বিবেকানন্দৰ 'ভক্তি-যোগ' ৰচনাত এনেদৰে আছে: "মূৰ্খই নুবুজে আৰু বুজিবও নোৱাৰে। কাৰণ তেওঁলোকৰ দৃষ্টিভঙ্গী দেহাৰ ওপৰত নিবদ্ধ।"

সূক্ষ্মভাৱে বিচাৰ কৰি চালে দেখা যায়, হিন্দুসমাজত স্বামীৰ প্ৰতি পত্নীৰ যি আনুগত্য, সেই আনুগত্য ভগৱানৰ প্ৰতি মানৱ-আত্মাৰ যি সন্মোহন, সেই সন্মোহনৰ সমপৰ্য্যায়ৰ বস্তু। মেচ্‌দ্ৰয়ৰ মতে: "ধৰ্ম্ম



হৈছে নাৰীৰ কাৰণে সমগ্ৰ ব্যক্তিত্ব বিকাশৰ স্বাভাৱিক মাধ্যম। এই কাৰণেই ভাৰতীয় নাৰী আদৰ্শ স্থানীয়া। বিবাহ-জীৱনৰ জৰিয়তে তেওঁৰ সকলো ধৰ্ম্মীয় ধ্যান-ধাৰণা বিকশিত হয়। পছিমীয়া নাৰীৰ দৰে তেওঁৰ জীৱনত আধ্যাত্মিকতা আৰু যৌন-বিচাৰৰ মাজত তেনে কোনো সংঘাত নাই। হিন্দু নাৰীৰ কাৰণে প্ৰণয়, যৌন-জীৱন আৰু ধৰ্ম্ম হৈছে এক সুসংগঠিত আৰ্হিৰ বস্তু—এই অভিজ্ঞতাই হৈছে তেওঁলোকৰ ওৰেটো জীৱনৰ মৰ্ম্ম-স্পন্দন।"

যৌন-জীৱনক একপ্ৰকাৰ স্বীকাৰ কৰি লোৱা হৈছিল যদিও প্ৰাচীন সমাজত যৌন-ভীতিৰ যে স্থান নাছিল, এইষাৰ কথাও নহয়। নাৰীৰ উপস্থিতিৰ কাৰণে ধৰ্ম্মস্থান কলুষিত হোৱা শঙ্কাও কৰা হৈছিল। বৌদ্ধধৰ্ম্ম, হিন্দুধৰ্ম্ম, খ্ৰিণ্টুধৰ্ম্ম, সকলোতে এনে তৰহৰ ভীতিৰ পৰিচয় আছে। এতিয়া বৰ আচৰিত যেন লাগিলেও একালত একে ঠাইতে নাৰী-পুৰুষৰ কাপোৰ ধোৱা, একে ঠাইতে শুকাবলৈ দিয়া, এনেবোৰ কথাও নিয়ম-নিষিদ্ধ আছিল।

এনেবোৰ অৰ্থহীন নীতি-নিয়মৰ অন্তৰালত এটা বস্তুৱে কাম কৰিছিল। সেইটো হৈছে নাৰীৰ মাহেকীয়া ঋতুস্ৰাৱ। এই বস্তুটোক বহু সমাজে অপৱিত্ৰ বুলি ধাৰণা কৰি আহিছে। মাহেকীয়া ঋতুস্ৰাৱৰ কথা কোনো কোনোৱে এতিয়াও 'তাই লেতেৰা হৈছে', এনে ধৰণে কয়। বৰ আচৰিত, এনে ধৰণৰ ধাৰণাৰ উল্লেখ বাইবেলৰ 'অ'ল্ড টেস্টামেন্‌' শাস্ত্ৰতো আছে, আমাৰ মনুৰ শাস্ত্ৰৰতো কথাই নাই। এনে ধাৰণা আমাৰ কোনো কোনো পৰ্ব্বতীয়া সমাজতো আছে। ঋতুস্ৰাৱৰ কালছোৱাত নাৰীক ধান বানিবলৈ বা পথাৰলৈ যাবলৈ দিয়া নহয়। নাৰীৰ স্বাস্থ্য ৰক্ষাৰ উদ্দেশ্যৰে নহয়, ধান অশুচি হয় বুলিহে। এনে বিধি-নিষেধ আমাৰ সমাজতো আছে। এনে অৱস্থাত নাৰী পুৰুষৰ পৰা আঁতৰি থাকিব লাগিব, আনকি পত্নী স্বামীৰ সৈতে একেখন পাটীত শোৱাও নিষিদ্ধ। তৃতীয় দিনা গা পা ধুই শুচি হব লাগিব, পাৰিলে গোবৰ পানীও খাব লাগে। ইয়াৰ বৰ্ণনা জে. এ. ডুবেৰ কিতাপত দীঘলীয়াকৈ আছে। সেই বৰ্ণনাৰ উল্লেখ কৰিব খোজা নাই। আজি অৱশ্যে এই বিধি-ব্যৱস্থাৰ বহুখিনি পৰিৱৰ্ত্তন ঘটিছে। এই পৰিৱৰ্ত্তনৰ ক্ষেত্ৰত নাৰীয়েও আপত্তি নকৰে, পুৰুষেও নকৰে।

বীর্য্য সঞ্চয়ে পুৰুষৰ শক্তি সঞ্চয়ত কেনেকৈ সহায় কৰে, তাৰ বৰ্ণনা আমাৰ শাস্ত্ৰত আছে। এইষাৰ কথাৰ বহল ব্যাখ্যা গান্ধীজীৰ 'চেল্ফ ৰেছ্‌ট্ৰেন্ট ভাৰ্ছাছ চেল্ফ-ইনডাল্‌জেন্স' বোলা কিতাপখনত বঢ়িয়াকৈ আছে। গান্ধীজীৰ মতে সন্তান উৎপাদন উদ্দেশ্যৰ ব্যতিৰেকে যি বীৰ্য্যক্ষয় কৰা হয়, সেই বীৰ্য্যক্ষয় হৈছে 'অতি ঘৃণনীয়'। ই শক্তিৰ অপব্যৱহাৰ। গান্ধীজীৰ মতেঃ "যি শুক্ৰ-বীজাণুৱে মানুহৰ দৰে এক অপূৰ্ব্ব জীৱৰ সৃষ্টি কৰিব পাৰে, সেই শুক্ৰ-বীজাণুৰ সুপৰিকল্পিত সঞ্চয়ে কেনে এক শক্তি আৰু জ্যোতিৰ সৃষ্টি কৰিব পাৰে, সেইষাৰ কথা চিন্তা কৰি চাবলগীয়া।......যৌনকাৰ্য্য সমাপণৰ অন্তত মানুহৰ দেহালৈ ক্লান্তি আহে।" সকলো জীৱ-জন্তুৰে আহে। কেৱল নাহে কুকুৰা চৰাইৰ।

বৰ্ত্তমান যুগৰ যৌনতত্ত্ববিদ সকলে অৱশ্যে এই 'দেহাৰ ক্লান্তি' বোলা কথাষাৰ বৰ বেছি শুদ্ধ নহয় বুলি কয়। অতিৰিক্ত ব্যৱহাৰে যে পুৰুষৰ যৌন-শক্তি হ্ৰাস কৰে, সেইষাৰ বিজ্ঞান-সম্মত কথা নহয়। যৌনবস্তুৰ নিজস্ব এক 'সংৰক্ষণ কৌশল' আছে, যাৰ জৰিয়তে ক্ষয়প্ৰাপ্ত বস্তু নিজে পুনৰ উদ্ধাৰ হয়। প্ৰাচ্যৰ মতে যৌন-ক্ৰিয়া হৈছে স্বাভাৱিক বস্তু। বিপদ আছে যদিও স্বাভাৱিক। স্বাভাৱিক যদিও প্ৰাচ্যৰ সমাজ ইয়াৰ বিপদসঙ্কুল দিশটোৰ প্ৰতি অন্যমনস্ক নহয়।

মই ভাবো, আমাৰ শাস্ত্ৰত যৌনবস্তুৰ প্ৰতি আকৰ্ষণ বৰ্জ্জন কৰিবলৈ কোৱাৰ আচল উদ্দেশ্য হৈছে মানুহৰ মন বিষয়বস্তুৰ পৰা আঁতৰাই আনি আধ্যাত্মিকভাৱে সংশোধিত কৰা। কাৰণ, ভাৰতীয় দৰ্শনৰ মূলবস্তু হৈছে মানুহৰ মন ভগবদমুখী কৰা, বিষয়বস্তুৰ প্ৰতি আকৰ্ষণ হ্ৰাস কৰা।

সম্ভৱতঃ ওপৰত উল্লেখ কৰা উদ্দেশ্য সাৰ্থক কৰাৰ মানসেৰেই বৌদ্ধ-ধৰ্ম্মই কেৱলীয়া শিষ্য-অনুষ্ঠানৰ ওপৰত অধিক গুৰুত্ব প্ৰদান কৰিছিল। এইষাৰ কথাৰ প্ৰমাণ ৰোমান কেথলিক সমাজতো বিদ্যমান। হিন্দু-ধৰ্ম্মই কোনো কটকটীয়া বাধা-নিষেধৰ প্ৰয়োগ নকৰি আসক্তি আৰু অনাসক্তি, দুয়োটা বস্তুৰ মাজত আনহাতে এক সমন্বয় স্থাপন কৰিবলৈ যত্ন কৰিছিল। এই কাৰণেই হিন্দু মন্দিৰত দুটা পৰস্পৰ-বিৰোধী বস্তু একেলগে দেখিবলৈ পোৱা যায়ঃ এটা হৈছে দেৱালত খোদিত দেৱ-দেৱীৰ নগ্ন যৌন-আচৰণৰ চিত্ৰ আৰু আনটো হৈছে মন্দিৰৰ অন্তৰ-



থলীত অনাসক্ত, বন্ধনবিহীন উপাসনা। চমুকৈ কবলৈ গ'লে, এহাতে 'মুক্তিত নিস্পৃহ যিটো' আৰু আনফালে 'হৰমোহন' কাব্যৰ লেখীয়া আখ্যানত বৰ্ণিত উলঙ্গ যৌন-অভিব্যক্তি।

পি. এইছ্. প্ৰভুৰ 'হিন্দু ছ'ছিয়েল্ অৰ্‌গেণিজেছন্' বোলা কিতাপত এনেদৰে আছেঃ "অভিব্যক্তিৰ পিনৰপৰা সংকীৰ্ণ অৰ্থত 'কাম' বোলা শব্দটোৰ মানে হৈছে সম্পূৰ্ণ যৌন-আচৰণ। মানুহৰ ছটা ৰিপুৰ ভিতৰত ই অন্যতম বুলি পৰিগণিত হৈছিল। এইষাৰ কথাও অৱশ্যে সঁচা যে কাম-আকৰ্ষণৰ অবিহনে সৃষ্টি সম্ভৱপৰ হব নোৱাৰে। সেই পিনৰ পৰা যৌন-আচৰণৰ অৰ্থত কাম-আকৰ্ষণৰ প্ৰয়োজনীয়তা আছে।"

প্ৰাচীনকালত ব্ৰহ্মচৰ্য্য ব্ৰত সমাজৰ অপৰিহাৰ্য্য বস্তুস্বৰূপে স্বীকৃত হৈছিল। ব্ৰহ্মচৰ্য্যৰ জৰিয়তে শাৰীৰিক, মানসিক, উভয় প্ৰকাৰৰ সৌষ্ঠৱ আৰু শক্তি সংৰক্ষণ কৰা হৈছিল। ব্ৰহ্মচৰ্য্য হৈছে শিক্ষাব্ৰতীৰ ধৰ্ম্ম। যৌন-উপভোগ হৈছে গাৰ্হস্থ্য জীৱনৰ বস্তু। মনুৰ শাস্ত্ৰত এনেদৰে একেষাৰ কথা আছেঃ "নিজস্ব স্বাৰ্থৰ বহতীয়া হৈ কোনেও যাতে যৌন-উপভোগ কাৰ্য্যত মতলীয়া হৈ নপৰে।" মনুৰ শাস্ত্ৰত আৰু একেষাৰ বাছকবনীয়া কথা আছেঃ "পুৰুষে নাৰীক হাত বুলাই মৰম কৰাত দোষণীয় একো নাই। পুৰুষৰ কাৰণে এনেধৰণৰ উপভোগকাৰ্য্য স্বাভাৱিক বস্তু। তথাপি এইবোৰৰ হাত সাৰি নিৰ্ম্মল হৈ থাকিব পৰাটো অতি সুন্দৰ কথা।" হিন্দু দৰ্শনত বাধাহীন, অতিৰিক্ত যৌন-আচৰণৰ ঠাই নাই।

বৰ আচৰিত যেন লাগে, কনফিউছিয়াছৰ মতে সাত বছৰৰ বয়স-প্ৰাপ্ত ল'ৰা-ছোৱালীকো আনকি ওচৰা-ওচৰিকৈ বহিবলৈ দিয়াটো উচিত নহয়। আমাৰ দেশত বয়সৰ পিনৰপৰা বাধা-নিষেধ ইমান কটকটীয়া নহয় যদিও এনে তৰহৰ বাধা-নিষেধ সৌ সিদিনাখনলৈকে থকাৰ প্ৰমাণ আছে। এন. এছ. ফাড্‌কেৰ 'চেক্স প্ৰব্লেম্ অব্ ইণ্ডিয়া' বোলা কিতাপখনত আছেঃ "দহবছৰ বয়সত ভৰি দিয়াৰ লগে লগে ল'ৰাৰ সংশ্ৰৱ সম্পূৰ্ণৰূপে বৰ্জ্জন কৰিবলৈ ছোৱালীক বাধ্য কৰা হয়। সৌ সিদিনালৈকে যি ল'ৰাহঁতৰ সৈতে তাই নাচিবাগি ধেমালি কৰি ফুৰিছিল, সেই ল'ৰাৰ সঙ্গ বৰ্জ্জন কৰিবলৈ তাইক বাধ্য কৰা হৈছিল।"

আজি আমাৰ সমাজ বহুদূৰ মুক্ত হৈছে। তথাপি সৌ সিদিনালৈকে

কি হৈছিল ? স্কুলীয়া ছোৱালীয়ে কোনোবা ল'ৰা-বন্ধুৰ সৈতে কথাপতা দেখিলেও চোকা চকুৰ শিক্ষয়িত্ৰীয়ে দাবী-হুকি দিয়াৰ উদাহৰণ নথকা নহয়। কেৱল আমাৰ দেশতেই নহয়, একালত এনে বাধা-নিষেধ জাপানত থকাৰো উদাহৰণ আছে। এনে বাধা-নিষেধৰ কথা কওঁতে কনফিউছিয়াছলৈ মনত পৰিছে। দাৰ্শনিক জনাই কৈছিল ঃ "যিসকলে বাধা-নিষেধৰ প্ৰাচীন মথাউবিসমূহ অস্বীকাৰ কৰিব খোজে, সেইসকলৰ জীৱনলৈ বিপদ অহাটো স্বাভাৱিক। যিসকলে এই প্ৰাচীন নীতি-নিয়মসমূহক অলাগতিয়াল বুলি ভাবে, সেইসকলে শৃঙ্খলাহীন দুৰ্যোগৰ পৰা ভুগিব লগা হয়।"

এনেধৰণৰ বাধা-নিষেধৰ আশ্ৰয় লোৱা হৈছিল কিয় ? সমাজৰ যৌন-স্বাস্থ্য ৰক্ষা কৰাৰ উদ্দেশ্যৰে নহয় জানো ? প্ৰফেছৰ ফাড্‌কেই কৰৰ দৰে ঃ "আমাৰ নাৰীৰ অন্তৰত এক ধাৰণাৰ উদয় হৈছিল। সেইটো হৈছে পুৰুষৰ উপভোগৰ কাৰণে নাৰীৰ সৃষ্টি ; ইয়াৰ বাহিৰে নাৰীৰ যেন আন একো দায়িত্ব নাই।"

বিবাহত যাতে অক্ষত যোনিৰ নাৰীক অৰ্পণ কৰিব পৰা হয়, সেই উদ্দেশ্যৰে নাৰীক নিয়ন্ত্ৰণ কৰাৰ মানসেৰে সমাজে নানা প্ৰকাৰৰ বাধা-নিষেধৰ অৱতাৰণা কৰিছিল। নহলে যুৱতীৰ কাৰণে বিবাহপ্ৰয়াসী উপযুক্ত ডেকা পোৱাটো সম্ভৱপৰ নহব পাৰে। যৌৱনকালত ডেকা-গাভৰুৰ পাৰস্পৰিক সন্মোহনৰ সৃষ্টি হোৱাটো স্বাভাৱিক কথা। এই সন্মোহন সুবিধা বুজি যৌন আদান-প্ৰদানলৈ ৰূপান্তৰিত হলে আচৰিত হবলগা একো নাই। বিবাহৰ কাৰণে অক্ষত যোনিৰ নাৰী বিচৰাটো একো ডাঙৰ কথা নহয়। এনেদৰেই যুগে যুগে পুৰুষৰ মনস্তত্বই ৰূপ লৈ আহিছে।

চীনদেশৰ কবিতা এটা পঢ়া মনত আছে। সেই কবিতাটোত আছে ঃ

"ঘোৰ অৰণ্যত এজনী গাভৰু ছোৱালী আছিল,
বসন্তকালৰ যাদুৱে তাইক উন্মনা কৰিছিল ;
কোনোবা যুৱকে যেন তাইক ক'ৰবালৈ লৈ যাব।
তাই তাক কলে ঃ 'লাহে, লাহে, সাৱধানেৰে।
মেখেলাখন এনেদৰে নুখুলিবা
ক'ৰবাত কুকুৰে ভুকিব।'"



যিখন সমাজে নাৰীক মাথোন পুৰুষৰ বশ্যতা স্বীকাৰ কৰিবলৈ শিকাইছে, সেইখন সমাজত পুৰুষৰ অবৈধ যৌন-আক্ৰমণৰ পৰা নাৰী হাত সাৰে কেনেকৈ ? কুকুৰে ভুকিব লাগিব। ওচৰত কুকুৰ যদি নাথাকে, তেতিয়া ?

অৱশ্যে এইষাৰ কথাও সঁচা, যেই সেই মানুহৰ পক্ষে যৌন-প্ৰবৃত্তি নিয়ন্ত্ৰণ কৰাটো সম্ভৱ নহয়। পাণ্ডুৰজাৰ ওপৰত অভিশাপ আছিল ঃ যৌন-কাৰ্য্যত লিপ্ত হলেই তেওঁৰ মৃত্যু অনিবাৰ্য্য। তথাপি তেওঁ জানো নিজকে নিয়ন্ত্ৰণ কৰিব পাৰিছিল !

এনেবোৰ বাধা-নিষেধৰ কাৰণেই বৈবাহিক জীৱনৰ স্বাভাৱিক পৰিমণ্ডলৰ মাজতো কোনো কোনো স্বামীক সময়ে সময়ে বীতৰাগ হোৱা দেখা যায়। এনে উদাহৰণো আছে ঃ কোনো কোনো ক্ষেত্ৰত অতিশয় বাধা-নিষেধৰ কাৰণে একোগৰাকী নাৰীয়ে একোজন পুৰুষৰ হৃদয়-তন্ত্ৰীত যেনেকৈ অনুৰাগ স্পন্দিত কৰাটো উচিত, তেনেকৈ কৰিবলৈ অক্ষম হয়। এনেবোৰ কাৰণৰ বাবেই বৈবাহিক জীৱনৰ বহুক্ষেত্ৰত বিচ্যুতি ঘটা দেখা যায়। 'গুড আৰ্থ' উপন্যাসত বৰ্ণিত ৱাং লাঙৰ চৰিত্ৰটো বিশ্লেষণ কৰিলেই কথাষাৰ স্পষ্ট হৈ পৰিব। উপন্যাসখনত আছে ঃ "নিতৌ তেওঁ চাহৰ দোকানলৈ যায়। এপিয়লা চাহ লৈ তাতে অকলে বহি চাহটোপা খায়। চাহৰ দোকানৰ বেৰত ওলমি থকা ধুনীয়া ধুনীয়া নাৰীৰ ছবিবোৰ নিৰীক্ষণ কৰে। ঘৰটোৰ ওপৰলৈ যাব পৰা সৰু এখন খট্‌খটি আছে। ওপৰৰ কোঠাটোত তেজ-মঙহৰ এই নাৰীসমূহ আছে। এই খট্‌খটিখনেদি পুৰুষ আহিছে আৰু গৈছে। সতৃষ্ণ নয়নেৰে তেওঁ ছবিবোৰ চালে। এইবোৰৰ ভিতৰৰপৰা দেখিবলৈ অতি ধুনীয়া তিনিজনী তেওঁ বাছিলে। ইয়াৰ ভিতৰৰপৰা তেওঁ সবাতোকৈ ধুনীয়াজনী বাছিলে। সেই ছবিখনৰ ফালে একেৰাহে তেওঁ চাই ৰল। এইদৰে চাই থাকোঁতে ৰক্তপ্ৰবাহ তেওঁৰ উত্তপ্ত হৈ পৰিল।"

গণিকা হৈছে পুৰুষপ্ৰধান সমাজে জন্ম দিয়া অনুষ্ঠান। ওপৰত উল্লেখ কৰা কথাখিনি সুক্ষ্মভাৱে বিশ্লেষণ কৰি চালে দেখা যায়, গণিকাৰ এক সামাজিক প্ৰয়োজনীয়তা আছে। পুৰুষৰ অতিৰিক্ত যৌন-ক্ষুধাৰ উপশম গণিকাৰ মাধ্যমেৰে নিবাৰণ কৰাৰ উপায় নথকা হলে সমাজত কোনো নাৰী বিশুদ্ধ হৈ থকাটো সম্ভৱপৰ নহ'লহেঁতেন। সমাজ-বুৰঞ্জীবিদ

লেকীৰ 'হিষ্ট্ৰি অব্ ইউৰোপীয়ান্ মৰেলছ্, ফ্ৰম অ'গ'ষ্টাছ টু চাৰ্লমেন্' পুথিত গণিকাৰ বিষয়ে এনেদৰে আছে ঃ "মানবী দেৱী পুৰুষৰ পাপেৰে পঙ্কিল।" এনেবোৰ কাৰণৰ বাবেই গণিকাবৃত্তি পুৰুষপ্ৰধান সমাজৰ সৃষ্টি বোলা হৈছে।

তাহানি টাইলেণ্ড ভ্ৰমণ কৰিবলৈ গৈছিলোঁ। এই বিষয়ে 'মেকং নৈ দেখিলোঁ' ভ্ৰমণ কাহিনীত লেখিছোঁ। টাইলেণ্ডৰ কিতাপৰ দোকান সমূহত এবিধ কিতাপ পোৱা যায়। এইবোৰ কিতাপত আন খবৰ থকাৰ দৰে দেশৰ বিবিধ গণিকাৰ জলন্ত বৰ্ণনা আছে। একপ্ৰকাৰ গাইড বুকৰ লেখীয়া। গণিকাৰ জীৱন-বৃত্তান্ত থকাৰ উপৰিও কোন গৰাকীৰ একোঘন্টা বা এনিশাৰ বাবে কিমান টকাৰ নিৰিখ, সেইষাৰ কথাৰ উল্লেখো এনেবোৰ কিতাপত পোৱা যায়। পিটাৰ স্মীডৰ 'ইন ডি শ্বেডো অব্ ডি ড্ৰেগন' নামেৰে এখন কিতাপ আছে। সেই কিতাপত এই বিষয়ে এক মনোৰম বৰ্ণনা আছে। সেই বৰ্ণনাৰ পুনৰ উল্লেখ কৰি পঢ়ুৱৈৰ যৌন-ক্ষুধা শাণিত কৰিব নোখোজোঁ।

পশ্চিমৰ দেশসমূহৰ গণিকালয়, এইবোৰৰ সম্মোহন যৌন-তৃপ্তি দান। আনহাতে জাপানত এই একেটা বস্তুকে সূক্ষ্ম অনুভূতিৰ কলাসুলভ মৰ্য্যাদা প্ৰদান কৰা হৈছে। ইয়াকে 'গেইছা' বোলা হয়। 'গেই' শব্দৰ অৰ্থ হৈছে 'সুকুমাৰ কলা,' 'ছা' শব্দৰ অৰ্থ হৈছে 'ব্যক্তি'। 'গেইছা' শব্দৰ অৰ্থ হৈছে 'সুকুমাৰ কলাৰ ব্যক্তি'। এই অনুষ্ঠানটোক একালত আমাৰ দেশত প্ৰচলিত 'দেৱদাসী' অনুষ্ঠানৰ সৈতে ৰিজাবৰ মন যায়। দেৱদাসীৰ বিষয়ে চমুকৈ কব খুজিছোঁ।

পোনতে ভক্তিসহকাৰে কোনো পিতৃ-মাতৃয়ে এই যুৱতী সকলক মন্দিৰৰ পূজা-অৰ্চ্চনাৰ কাৰণে দেৱতাৰ উদ্দেশ্যে অৰ্পণ কৰিছিল। আদিতে এই অৰ্পণ-কাৰ্য্যৰ অৰ্থ সৎ আছিল। হৰিণাৰ মাংসই বৈৰী হোৱাৰ দৰে ক্ৰমাৎ এইসকলৰ ৰূপ-যৌৱন পুৰুষৰ ক্ষুধাৰ বস্তু হৈ পৰিল। আচলতে এই দেৱদাসী সকলৰ দায়িত্ব আছিল এটা। সেইটো হৈছে নৃত্য-গীতৰ জৰিয়তে দেৱতাক তৃপ্তি প্ৰদান কৰা। এই নৃত্য-গীতেই অৱশেষত নাৰীৰ মাংসৰ প্ৰতি পুৰুষৰ যি সহজাত ক্ষুধা, সেই ক্ষুধাক শাণিত কৰিলে। এনেদৰেই দেৱদাসী সকল পুৰুষৰ লোভ আৰু কামনাৰ সামগ্ৰীলৈ ৰূপান্তৰিত হ'ল। পোনতে পূজাৰী সমাজৰ



উপভোগৰ আচুতীয়া বস্তুলৈ তেওঁলোক ৰূপান্তৰিত হ'ল। অৱশেষত আৰু বহলকৈ দুৱাৰ মেলি দিয়া হ'ল। পূজাৰীৰ উপৰিও আনবো তেওঁলোক কামনাৰ আহিলাবস্তু হ'ল। এইখিনিতে অৰ্থলোভ আহি পৰিল। অৰ্থলোভৰ তাড়নাত পোনতে পূজাৰীয়ে দুৱাৰ বহলকৈ মেলি দিছিল। অৱশেষত এই অৰ্থলোভ দেৱদাসীসকলৰ মাজতো বিয়পি পৰিল। পূজাৰী হ'ল নাৰী-দেহৰ ঠিকাদাৰ। দেৱদাসী হ'ল গণিকা। দেৱ বৰুৱাৰ 'দেৱদাসী' বোলা কবিতাটোত আছে ঃ "আমাৰ কাৰণে হেৰা, আমাৰ কাৰণে কান্দে গাভৰুৰ ওঁঠৰ লালিমা।"

বৰ্ত্তমান আমাৰ দেশত এনে ধৰণৰ মন্দিৰকেন্দ্ৰী, ধৰ্ম্মকেন্দ্ৰী গণিকাৰ অৱসান ঘটিছে। তাৰ পৰিৱৰ্ত্তে যৌন ব্যৱসায় কৰা নতুন এক শ্ৰেণী নাৰীৰ উদ্ভৱ হৈছে। এওঁলোক বৰ্ত্তমান চহৰকেন্দ্ৰী, হোটেলকেন্দ্ৰী অনুষ্ঠান। এওঁলোকৰ নতুন আভিধানিক নাম হ'ল 'কল-গাৰ্ল', অৰ্থাৎ মাতিলেই অহা ছোৱালী। এইবোৰ মহানগৰসমূহৰ নৈশ-জীৱনৰ চৰিত্ৰ। এসময়ত ইংলণ্ডৰ চৰকাৰ তোলপাৰ লগোৱা খ্ৰীষ্টেন্ কীলাৰৰ কথা কোনে নেজানে?

গণিকা ব্যৱসায়ৰ উদ্ভৱ হবলৈ পালে কেনেকৈ? কাৰ কাৰণে? মানুহে ধন হলে ধনেৰে কিনিব পৰা বস্তু বিচাৰে। কাঞ্চন আৰু কামিনী, দুয়োটা একেলগে যোৱা বস্তু। এইটো আজিৰ কথা নহয়, প্ৰাচীন যুগৰ পৰা প্ৰচলিত হৈ অহা কথা। অতীজৰ সাউদসকলে ইয়াকে কৰিছিল, আজিও অৰ্থশালী মানুহে ইয়াকে কৰে। অতিৰিক্ত শ্ৰমৰ হেঁচা কমাবৰ কাৰণে মানুহক উপভোগৰ বস্তু লাগে। নাৰী হৈছে পুৰুষৰ উপভোগৰ বস্তু। ক্ৰমাৎ ই এক ব্যৱসায়লৈ পৰিণত হ'ল। এনেদৰেই গণিকালয়ৰ অভ্যুদয় হ'ল। অৱশেষত অধিক তৃপ্তি দিয়াৰ মানসৰে গণিকালয় সমূহৰ পৰিৱেশ অধিক চিত্তাকৰ্ষক কৰিবলৈ যত্ন কৰা হ'ল। উন্নত ধৰণৰ গণিকালয়সমূহ বিলাসৰ হৃৎপিণ্ড। কাৰণ, এইবোৰ হৈছে সম্পদশালীৰ জীৱন উপভোগৰ থলী। ......কিছুমান পুৰুষক নিজৰ তিৰোতাই আমুৱায়। তেনে ধৰণৰ পুৰুষৰ একমাত্ৰ তৃপ্তিৰ আলয় হৈছে এনেবোৰ আকৰ্ষণীয় থলী। য'ত ভাল খাদ্যবস্তু, অনুপ্ৰেৰণা-দায়ক কথোপকথন, চিত্তাকৰ্ষক ৰং-ধেমালি, সকলোৰে বাবে তৰহে তৰহে সুবিধা উভৈনদী হৈ আছে।

পুৰুষপ্ৰধান সমাজত গণিকাবৃত্তি গঢ়ি উঠাৰ কাৰণ হৈছে নিজৰ পত্নীক অস্বীকাৰ নকৰাকৈ মনোৰঞ্জক প্ৰণয়-জীৱনযাপন কৰাটো। এনেদৰেই পুৰুষে অতিৰিক্ত ভোগ-লিপ্সা পূৰণৰ অৰ্থে সুযোগ-সুবিধা পাইছিল।

পাশ্চাত্য জগতৰ কোনো কোনো দেশত বৰ্ত্তমান গণিকালয়ৰ জনপ্ৰিয়তা হ্ৰাস পাই আহিছে। ইয়াৰ এটা কাৰণ হৈছে নাৰীৰ অৰ্থ-উপাৰ্জ্জনৰ স্বাধীনতা আৰু আনটো হৈছে পুৰুষৰ যৌন-তৃপ্তিৰ কাৰণে নানাবিধ সা-সুবিধাৰ উদ্ভাৱন। পছিমৰ মানুহে যৌন-জীৱনৰ বৈজ্ঞানিক আচৰণ প্ৰণালীৰ কথা ভালকৈ জানে। সেইবুলি প্ৰাচ্যৰ বৈবাহিক সম্বন্ধৰ জৰিয়তে গঢ়ি উঠা যি শান্তিপূৰ্ণ সহযোগ, তাৰ আস্বাদৰ পৰা পছিমৰ সমাজ বহুদূৰ বঞ্চিত।

আমাৰ দেশত দ্ৰাবিদ্ৰ্যৰ তাড়নাত নাৰীয়ে দেহাবেচা উদাহৰণ আছে। কমলা মাৰ্কণ্ডেয় বোলা লেখিকা গৰাকীৰ 'নেকটাৰ ইন্ এ ছীভ' নামৰ উপন্যাসখনত এনে বেদনাদায়ক বৰ্ণনা আছে। এটা পৰিয়ালৰ কাহিনী, দাৰিদ্ৰ্যৰ কাৰণে ঘৰৰ জীয়ৰীৰ দেহা বিক্ৰি কৰি উপাৰ্জ্জন কৰা ধনেৰে জীৱন নিৰ্ব্বাহ কৰাৰ এখন নিকৰুণ ছবি।

প্ৰাচ্যৰ পুৰণি সাহিত্যৰ পাত লুটিয়াই চালে দেখা যায়, প্ৰাচ্যৰ জীৱনে কেতিয়াও ৰোমাণ্টিক প্ৰণয়ক উপেক্ষা কৰা নাছিল। আমাৰ দেশত একালত গন্ধৰ্ব্ব বিবাহ নামেৰে এবিধ বিবাহ প্ৰথা আছিল: এই বিবাহপ্ৰথা ৰোমাণ্টিক প্ৰণয়ৰ ৰূপান্তৰ মাথোন। তথাপি কব লাগিব, আমাৰ সমাজে ৰোমাণ্টিক প্ৰণয়ক কেতিয়াও মুখ্য স্থান দিয়া নাই। ইয়াৰ কাৰণ কি? ইয়াৰ ঘাই কাৰণ হৈছে আমাৰ সমাজে বিবাহক চিৰকাল গৌৰৱৰ স্থান প্ৰদান কৰি আহিছে। চমুকৈ কবলৈ গলে এইখিনিতেই প্ৰাচ্য আৰু পাশ্চাত্যৰ দৃষ্টিভঙ্গীৰ মাজত পাৰ্থক্য। পাশ্চাত্য দেশত বিবাহ আৰু প্ৰণয় সমান্তৰাল বস্তু। আমাৰ দেশত বিবাহক যথেষ্ট প্ৰাধান্য দিয়া হৈছে যদিও আমাৰ সাহিত্যত ৰোমাণ্টিক প্ৰণয়ৰ একেবাৰে যে ঠাই নাছিল, সেইষাৰ কথা কবলৈ যোৱাটো ভুল হব। কৃষ্ণপ্ৰণয়, বিহুগীত, বনগীতত উল্লেখ পোৱা প্ৰণয়ৰ কথা বিস্মৃত হোৱাটো জানো শুদ্ধ কথা হব?

আমাৰ দেশত মনুৰ চিন্তাদৰ্শনে পঙ্গু কৰাৰ দৰে চীন দেশত



কনফিউছিয়াছৰ চিন্তাদৰ্শনে প্ৰণয়-সাহিত্যক পঙ্গু নকৰাকৈ নাছিল। এইষাৰ কথা জাপানৰ ৰোমাণ্টিক সাহিত্যৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিব পাৰি। চীন আৰু জাপানৰ ৰোমাণ্টিক সাহিত্যত এটা কথাকে মাথোন কোৱা হৈছিল: ৰোমাণ্টিক প্ৰণয়ৰ শেষ পৰিণতি হৈছে ট্ৰেজেদী। জাপানত প্ৰাচীন নাট্য-সাহিত্য, আনকি বোল-ছবিতো এইষাৰ কথা উভৈনদী হৈ আছে। বৰ্ত্তমান ইয়াৰ অৱশ্যে পৰিৱৰ্ত্তন ঘটিছে। আজি এইবোৰ মিলনাত্মক হৈছে। কনফিউছিয়াছৰ দৰ্শনৰ দ্বাৰা গঢ় পোৱা চীনদেশীয় সমাজ এনে ধৰণেৰে সংস্কাৰধৰ্ম্মী আৰু ৰক্ষণশীল আছিল যে প্ৰণয়-জীৱনৰ নৈষ্ঠিক বিধিসম্মত পন্থাৰ পৰা বিচ্যুত হোৱা কোনো কথাকে স্বীকাৰ কৰা হোৱা নাছিল।

প্ৰাচীন ভাৰতীয় সাহিত্যত প্ৰণয় সম্বন্ধে প্ৰচুৰ চৰ্চ্চা আছে। উদাহৰণ স্বৰূপে কব পাৰি, মহাভাৰত, ৰামায়ণ, দুয়োখন মহাকাব্য প্ৰণয় আখ্যানেৰে ভৰপূৰ। এই বিষয়ে জ'হান্ মেয়াৰ্ বোলা লেখক এজনৰ 'চেক্সুৱেল লাইফ্ ইন্ এনচিয়েন্ট ইণ্ডিয়া' নামৰ কিতাপখনত চমকপ্ৰদ উল্লেখ আছে। বাৎসায়নৰ 'কামশাস্ত্ৰ' পুথিখনে আজিও মানুহক স্তম্ভিত নকৰাকৈ নেথাকে। কেৱল যৌনতত্ত্বয়েই নহয়, প্ৰণয়-আকৰ্ষণ আৰু প্ৰণয়-আকৰ্ষণৰ কৃতকাৰ্য্যতাৰ বিষয়েও পুথিখন এক অভূতপূৰ্ব্ব ৰচনা। আন এঠাইত আমাৰ দেশত প্ৰাচীন কালত প্ৰচলিত গন্ধৰ্ব্ব-বিবাহৰ কথা উল্লেখ কৰিছোঁ। গন্ধৰ্ব্ব-বিবাহৰ ঘাই অনুপ্ৰেৰণা হৈছে পাৰস্পৰিক প্ৰণয়-আসক্তি। অৰ্জ্জুন, ৰুক্মিণী, শকুন্তলা, ইত্যাদিৰ বিবাহ গন্ধৰ্ব্ব প্ৰণালীৰে সংগঠিত হৈছিল।

ক্ৰমাৎ চীনদেশৰ দৰে আমাৰ দেশতো সমাজে প্ৰণয়-আসক্তিক হেয় প্ৰতিপন্ন নকৰাকৈ নাছিল। বিবাহৰ পূৰ্ব্বে উদয় হোৱা অনুৰাগ কামস্পৃহাজনিত, গতিকেই দোষণীয়। এনে আচৰণে বৈবাহিক জীৱনৰ ভাৰসাম্য ৰক্ষা কৰা কাৰ্য্যত বাধা প্ৰদান কৰে। এনে ধাৰণা উদয়ৰ ক্ষেত্ৰত শাস্ত্ৰজ্ঞ মনুৰ বৰঙণি কম নহয়। গন্ধৰ্ব্ব বিবাহক সমাজে হেয় প্ৰতিপন্ন কৰাৰ ঘাই কাৰণ কেইটা হৈছে: (১) বিবাহ-পূৰ্ব্বৰ প্ৰণয়ে যৌন-ব্যভিচাৰৰ বাট মুকলি কৰে; (২) কাম-লিপ্সাই প্ৰাধান্য লাভ কৰা হেতুকে জীৱন-সঙ্গী নিৰ্ব্বাচনৰ ক্ষেত্ৰত ভুল হোৱাৰ সম্ভাৱনা; (৩) ই বৈবাহিক জীৱনৰ বান্ধ সোলোক-ঢোলোক কৰে। ইত্যাদি। ইত্যাদি।

…এইষাৰ কথা সঁচাঃ নাৰী-পুৰুষৰ মাজৰ সকলো প্ৰণয়ৰ শেষ পৰিণতি হৈছে যৌন-কৰ্ম্ম।

বিবাহ-সম্বন্ধ দূৰৰ কথা, প্ৰত্যেক সমাজে তেনেই ওচৰ-সম্বন্ধীয়াৰ মাজত যৌন-আচৰণক বাধা দি আহিছে। এনে যৌন আচৰণৰ জৰিয়তে একোটা পৰিয়ালৰ বান্ধ সোলোক-ঢোলোক হোৱা, স্বাস্থ্যৰ অৱনতি ঘটা সম্ভৱ, সেই কাৰণে। এনেবোৰ কাৰণৰ বাবেই প্ৰণয়ৰ জৰিয়তে যে যৌন-ব্যভিচাৰৰ উদয় হোৱাটো সম্ভৱ, সেইষাৰ কথা প্ৰাচ্যৰ সমাজে স্বতঃসিদ্ধ স্বৰূপে গ্ৰহণ কৰিছিল। ভাৰতীয় সমাজে প্ৰণয়-বিবাহ সমৰ্থন নকৰাৰ কাৰণ প্ৰদৰ্শাই প্ৰফেছৰ ফাড্‌কেই এনেদৰে কৈছেঃ "এনে বিবাহে ইউৰোপীয় সমাজৰ দৰে আমাৰ সমাজতো যৌন-শৃঙ্খলা-হীনতাৰ সাধন কৰাটো সম্ভৱ, সেই কাৰণে।"

এতিয়া কনফিউছিয়াছৰ প্ৰভাৱ নপৰা, প্ৰণয়-জীৱনক কেন্দ্ৰ কৰি একালত ৰচিত হোৱা চীনদেশীয় চুটিগল্পৰ কথা উল্লেখ কৰিব খুজিছোঁ। এইবোৰ যদি পাৰিবাৰিক গল্প হয়, তেন্তে সেইবোৰৰ নায়িকা কোন? পৰিয়ালৰ গৃহিণী নহয়, কোনোবা গণিকা বা লিগিৰীহে। কাৰণ, চীনা সমাজত একালত ধাৰণা কৰা হৈছিল, প্ৰকৃত ৰোমাণ্টিক প্ৰণয় গণিকা নাইবা লিগিৰী অৰ্থাৎ উপৰুৱা নাৰীৰ সৈতেহে সম্ভৱপৰ। নিজৰ পত্নীৰ সৈতে যি যৌন-সম্বন্ধ, সি গতানুগতিক বস্তু। পুৰুষে কেৱল যৌন-তৃপ্তিকে জানো বিচাৰে? যৌন-তৃপ্তিৰ কাৰণে জানো পৰিৱেশ নিবিচাৰে? চীনদেশীয় শিল্পী-সাহিত্যিকৰ মতে যৌন-জীৱন মধুৰ কৰাৰ উদ্দেশ্যেৰে পৰিৱেশৰ প্ৰয়োজন। গতানুগতিক যৌন-জীৱন নিজৰ পত্নীৰ লগত যাপন কৰিব পাৰি। যি যৌন-কাৰ্য্যত বৈচিত্ৰ্য নাই, তেনে যৌন-কাৰ্য্যই পুৰুষক সৰহ দিন অনুপ্ৰাণিত কৰিব নোৱাৰে, এয়ে আছিল এইসকলৰ ধাৰণা।

জাপানত এনে ধৰণৰ ঐতিহ্য আজিও অম্লান হৈ আছে। জাপানী সকলৰ মতে নাৰীৰ সৈতে পুৰুষৰ সম্বন্ধ দুই প্ৰকাৰৰ হব পাৰেঃ এক হৈছে নিজৰ পত্নীৰ সৈতে বৈচিত্ৰ্যহীন গতানুগতিক কৰ্ত্তব্য পালন, আনটো হৈছে গেইছাৰ সৈতে বৈচিত্ৰ্যপূৰ্ণ অভিজ্ঞতাৰ আস্বাদ লাভ। সমান্তৰাল ভাৱে এই দুয়োটা ধাৰা জাপানৰ সমাজত প্ৰবাহিত হোৱাত কোনো বাধা নাই। শ্ৰান্ত পুৰুষে আত্মাৰ তৃপ্তি বিচাৰে। এই তৃপ্তিৰ কাৰণে একমাত্ৰ সুবিধা হৈছে গেইছা যুৱতীৰ সান্নিধ্য। মানুহৰ অন্তৰখন বৰকৈ কঁপিবলৈ লয় কেতিয়া? যেতিয়া ভয় খায়, তেতিয়া। প্ৰেম যিমানেই তীব্ৰ হয়, বিবেক-বুদ্ধি সিমানেই ভোটা হয়। জেইমছ্ বোছাৰ্ড আৰু ইলিয়নৰ ব'ল্, এই লেখক দ্বয়ৰ 'হোৱাই মেৰেজ গো ৰং' বোলা কিতাপখনত এইবিষয়ে সুন্দৰ বিশ্লেষণ আছে।



বৈবাহিক জীৱন প্ৰকৃততে সুখী কৰিবৰ কাৰণে বিবাহ-পূৰ্ব্বৰ ৰোমাণ্টিক প্ৰণয়ৰ ওপৰত বৰ বেছি নিৰ্ভৰ কৰাটো উচিত নহয়। গতিকেই ভাৰতীয় সমাজে এনে ধৰণৰ প্ৰণয়ৰ ওপৰত বিশেষ গুৰুত্ব দিবলৈ বিচৰা নাছিল। এই কাৰণে সদায়েই ডেকা-গাভৰুৰ অবাধ মিলনক আমাৰ সমাজে বাধা দি আহিছে।

যৌৱনকালত ডেকা-গাভৰুৱে আদৰ্শ পুৰুষ বা নাৰীৰ স্বপ্ন ৰচে। নাৰীৰ মনে আদৰ্শ পুৰুষ বিচাৰে। পুৰুষৰ মনে আদৰ্শ নাৰী বিচাৰে। পাশ্চাত্য সমাজত পুৰুষৰ ক্ষেত্ৰত নাৰীয়ে আৰু নাৰীৰ ক্ষেত্ৰত পুৰুষে এইষাৰ কথা প্ৰমাণ কৰি চোৱাৰ সুবিধা আছে। একো গৰাকী নাৰীয়ে একেলগে যোল্লজন পুৰুষৰ ক্ষেত্ৰত এইষাৰ কথাৰ প্ৰমাণ চোৱাৰ উদাহৰণ পাশ্চাত্য দেশত আছে। এগৰাকী নাৰীৰ পক্ষে একেলগে যোল্লজন মানুহক কেনেকৈ ভাল পোৱাটো সম্ভৱ, সেইষাৰ কথা বুজিব পৰা নাই। এইদৰে পৰীক্ষা কৰি চোৱাৰ পিছত, নাৰীয়েই হওক বা পুৰুষেই হওক, যি জনেই মনৰ ছবিৰ কাষ চাপে, সেইজনকে জীৱনটোৰ কাৰণে গ্ৰহণ কৰা হয়। অৱশ্যে কোনো কোনো ক্ষেত্ৰত এনে পৰীক্ষাৰ পৰা যে খেলিমেলিৰ সৃষ্টি নহয়, সেইষাৰ কথাও নহয়। নিৰ্ব্বাচন হৈ যোৱাৰ পিছত যেতিয়া আবিষ্কাৰ হয়, নিৰ্ব্বাচিত জনৰ গাত কিছুমান থাকিবলগীয়া গুণৰ অভাৱ, তেতিয়া? তেতিয়া বিবাহ-বিচ্ছেদৰ বাহিৰে আন জানো কিবা উপায় থাকে? সদায় খৰিয়াল কৰি থকাতকৈ সোনকালে বিবাহ-বিচ্ছেদ হোৱাই ভাল। এনে ধৰণৰ চিঠি এখন সিদিনা পঞ্জাৱৰ ছোৱালী এজনীৰ পৰা পাইছোঁ। তাই লেখিছেঃ "ঘৰৰ মানুহজনে এনেকৈ কাজিয়া কৰি থাকে যে জীৱন মোৰ অতীষ্ঠ হৈ পৰিছে। স্বামী-স্ত্ৰীৰ বিবাহ-বিচ্ছেদ যাতে খৰতকীয়া হব পাৰে, সেই উদ্দেশ্যৰে পাৰ্লামেণ্টত আপুনি প্ৰস্তাৱ উত্থাপন নকৰে কিয়?"

ওপৰত পছিমীয়া নাৰীৰ কথা কৈ আহিছোঁ। পছিমীয়া নাৰীৰ ৰিজনিত ভাৰতীয় নাৰীৰ প্ৰকৃতি স্বকীয়া। ভাৰতীয় নাৰীৰ জীৱনত এহাতে যেনেকৈ অনিশ্চয়তা আছে, আনহাতে তেনেকৈ নাই। ভাৰতীয় নাৰীয়ে নিজে স্বামী নিৰ্ব্বাচন নকৰে, আনে কৰে। এনেদৰে এজনক পোৱাৰ পিছত সেইজনক হিয়া উবুৰিয়াই প্ৰণয় দান কৰাৰ বাহিৰে তেওঁৰ আৰু গত্যন্তৰ নাই। অন্তৰে প্ৰণয় দান কৰিব নুখুজিলেও সমাজ আৰু পৰিস্থিতিয়ে প্ৰণয় দান কৰিবলৈ তেওঁক বাধ্য কৰে। এইখিনিতে ভাৰতীয় নাৰী আৰু পছিমীয়া নাৰীৰ মাজত পাৰ্থক্য। মই ভাবোঁ, যি পুৰুষে মৰম দিয়ে, সেই পুৰুষৰ প্ৰতি নাৰী স্বাভাৱিকতে আকৃষ্ট হয়। এইখিনিতে নাৰীৰো এক দায়িত্ব আছে। পুৰুষৰ মৰমৰ অধিকাৰিণী হবলৈ হলে নাৰীয়েও পুৰুষক অকপটভাৱে মৰম দিব পাৰিব লাগিব।

প্ৰাচ্যৰ জীৱনত সদায় এটা বস্তু দেখা যায়। সামাজিক আৰু পাৰিবাৰিক শৃঙ্খলা ৰক্ষাৰ অৰ্থে ব্যক্তিয়ে নিজৰ স্বাৰ্থ জলাঞ্জলি দিয়াটো ভাৰতীয় সংস্কৃতিৰ মৰ্ম্মকথা। ইয়াত ব্যক্তিৰ নিজৰ কথা নাহে। এইষাৰ কথা বৰ্ত্তমান সময়তো সঁচা। ইয়াৰ উদাহৰণ বহুতো দিব পাৰি। ৰোমাণ্টিক প্ৰণয়ে এইষাৰ কথাকে অস্বীকাৰ কৰে। নিজৰ স্বাৰ্থই মুখ্য স্থান পায়; আনৰ স্বাৰ্থ, আনকি পিতৃ-মাতৃৰ স্বাৰ্থও তল পৰে। অতিপাত খণ্ডৰ সৈতে ৰোমাণ্টিক প্ৰণয় বিজালে সম্ভৱত ভুল নহব। অতিপাত অনিয়ন্ত্ৰিত খণ্ডে যিদৰে মানুহক বিপথগামী কৰে, সেইদৰে অন্ধ প্ৰেমে কৰে। প্ৰকৃততে প্ৰণয় বিবাহ-বন্ধনত আৱদ্ধ থকাটোহে কল্যাণজনক কথা, এনে অনুশাসনৰ অভাৱে বিপদ চপাই আনে। আচলতে প্ৰাচ্যৰ সমাজে প্ৰণয়ক মৰ্য্যাদা নিদিয়া নহয়। ইয়াৰ মৰ্য্যাদা প্ৰাচীন সমাজে অৱশ্যে বিবাহৰ চাৰিসীমাৰ মাজতে আৱদ্ধ ৰাখিছিল। বৈবাহিক জীৱনৰ আদিছোৱাৰ প্ৰণয় নাইবা অন্তৰবৰ্ত্তী কালছোৱাৰ প্ৰণয়, এনে প্ৰণয়কেহে সমাজে মৰ্য্যাদা প্ৰদান কৰা নাছিল।

একালত আমাৰ দেশৰ দৰে জাপানৰ নাৰীকো শিক্ষা-দীক্ষাৰ পৰা বঞ্চিতা কৰা হৈছিল। নাৰীক প্ৰায়েই অনাধৰী কৰি ৰখা হৈছিল। এয়া হৈছে পুৰুষপ্ৰধান সমাজৰ লক্ষণ। এন্. এফ. এম্বোলে



'এ জেপেনীজ্ ভিলেজ্' বোলা পুথিত কোৱাৰ দৰে অতীজত জাপানী নাৰীয়ে বৰ বেছি আখৰ-জ্ঞান লাভ কৰিছিল যদিও সেয়া হৈছে বাৰ পাচি ভুলেৰে কোনো ৰকমে এখন চিঠি লেখিব পৰাৰ বাহিৰে অধিক নহয়।

বিবাহৰ পূৰ্ব্বে ডেকাই গাভৰুক ডিঙি সুঙি মৰম কৰা, পিঠিত হাত বুলাই উত্তেজিত কৰা, যৌন-অভিজ্ঞতা আহৰণ কৰা, অবৈধ সন্তানৰ জন্ম দিয়া, গৰ্ভপাত, গৰ্ভ-নিৰোধৰ নানাবিধ উপায় অৱলম্বন কৰা, ইয়াৰ পৰিণতি স্বৰূপে উদ্ভৱ হোৱা বিবাহ-বিচ্ছেদ, পাৰিবাৰিক অশান্তি—এইবোৰ হৈছে বিবাহ-পূৰ্ব্বৰ প্ৰণয়-আচৰণে সৃষ্টি কৰা সমস্যা। এনে শৃঙ্খলাহীন জীৱনৰ পৰিণাম কি হব পাৰে, যোৱা দুহেজাৰ বছৰে সেইষাৰ কথা প্ৰাচ্যৰ সমাজে উপলব্ধি কৰি আহিছে। এইকাৰণেই ব্যক্তিৰ স্বতন্ত্ৰতাক জলাঞ্জলি দি হলেও এনেবোৰ সমস্যাৰ হাতসৰাৰ উদ্দেশ্যৰে সমাজে ব্যক্তিক কঠোৰভাৱে নিয়ন্ত্ৰণ কৰি আহিছে। এইখিনিতে অৱশ্যে প্ৰশ্ন নোহোৱাকৈ নেথাকে ঃ বৰ্ত্তমান যুগত এই উদ্দেশ্যক প্ৰাচ্যই খামোচ মাৰি ধৰি থাকিব পাৰিবনে? পাৰিলেও কিমান দিন?

প্ৰাচ্যৰ ধাৰণা হৈছে নাৰী-পুৰুষৰ যোৰা ভাগ্যই মিলায়। ইন্দ্ৰৰ শচী, ফেঁচাৰ ফেঁচী; এইষাৰ কথা বাস্তৱত কিমান দূৰ সঁচা, সেইষাৰ কথা ভাবি চাবলগীয়া। ইন্দ্ৰই ফেঁচী আৰু ফেঁচাই শচী পোৱাৰ উদাহৰণো বৰ বিৰল নহয়। এইখিনিতে 'কন্টিনেন্ট অব্ চাৰ্চ্ছি' বোলা কিতাপখনত পঢ়া একেষাৰ কথা উল্লেখ কৰিব খুজিছোঁ। ...শচী দেখিবলৈ অতি সুন্দৰী আছিল। ইন্দ্ৰই শচীক যৌন-তৃপ্তি দিব পৰা নাছিল। এই বিষয়ে শচীৰ আক্ষেপৰ সুৰ ধ্বনিত হোৱা শ্লোকো আছে। আনহাতে এই ইন্দ্ৰয়েই আকৌ নানা ভেশচন ধৰি ঋষি-পত্নীসকলক উপভোগ কৰা কথাও সৰ্ববজনবিদিত। এই ঋষি-পত্নীসকলক ইন্দ্ৰই অৱশ্যে যৌন-তৃপ্তি দিব পাৰিছিল নে নাই, সেই বিষয়ে ক'তো উল্লেখ নাই। ...ভাগ্যই মিলোৱা যোৰা যদিও ইন্দ্ৰৰ সৈতে শচী সুখী হব পৰা নাছিল। সুখী নাছিল কাৰণেই সম্ভৱতঃ ইন্দ্ৰই আনৰ পত্নী উপভোগ কৰি ফুৰিবলগা হৈছিল।

প্ৰাচ্যৰ ৰিজনিত পাশ্চাত্যত নাৰী-পুৰুষৰ বিবাহ নিৰ্ণয় কৰা

পদ্ধতি সুকীয়া। পাশ্চাত্যত ডেকা-গাভৰুৰ শাৰীৰিক আৰু মানসিক আদান-প্ৰদানৰ জৰিয়তে যোবা নিৰ্ণয় কৰা হয়। বিবাহৰ পৰৱৰ্ত্তী কালছোৱাৰ প্ৰায় সকলোবোৰ অভিজ্ঞতা বিবাহৰ পূৰ্ব্বেই এওঁলোকে আহৰণ কৰে। এই ধৰণেৰে যোবা নিৰ্ণয়ৰ পদ্ধতি যে নিখুঁত, সেই বিষয়ে ন দি কব নোৱাৰি। বিবাহ-পূৰ্ব্ব অৱস্থাত ডেকাক সম্মোহিত কৰাৰ উদ্দেশ্যৰে গাভৰুৱে নানান উপায় অৱলম্বন কৰিব লগা হয়। প্ৰকৃততে যিখিনি বস্তুৰ অভাৱ, কৃত্ৰিমভাৱে সেইখিনিও থকাটো দেখুৱাব লগা হয়। এইক্ষেত্ৰত আজিও নাৰীৰ দ্বাৰা স্তনদেশ আৰু কটিদেশ কেনেকৈ সজ্জিত কৰা হয়, সেইবিষয়ে সকলোৱে জানে। ৰবৰ কুৰি শতিকাৰ অপৰিহাৰ্য্য বস্তু। সেইদৰে ডেকায়ো যিখিনি বস্তুৰ অভাৱ, কৃত্ৰিমভাৱে সেইখিনি থকাটো দেখুৱাব লগা হয়। পাতিহাঁহৰ লেখীয়া বুকুৰ ডেকাকতো কোনো গাভৰুৱে মোৰ নোবোলে। আমাৰ ডাকপুৰুষৰ মতে ঃ

"বুকু খাল, চকু লাল,
সেই পুৰুষৰ লক্ষণ ভাল।"

চকু ৰঙা কৰাটো একো ডাঙৰ সমস্যা নহয়। অলপ বেছিকৈ মদ খালেই হ'ল। কিন্তু পাতিহাঁহৰ লেখীয়া বুকুক সিংহ-সদৃশ বুকু কৰা হয় কেনেকৈ? আধুনিক যুগে এই সমস্যা সমাধানৰ উপায় সহজ কৰি থৈছে।

এইখিনিতে একেষাৰ কথা কব লাগিব—প্ৰাচ্যৰে হওক বা পশ্চিমৰে হওক, যি কোনো পদ্ধতিৰেই নহওক লাগিলে সুনিশ্চিতভাৱে যুৱীয়া জীৱনৰ ভৱিষ্যত নিৰ্ণয় কৰিব নোৱাৰি। ৰক্ষাকবচ স্বৰূপে আমাৰ দেশত জ্যোতিষীৰ সহায় লোৱা হয়, ৰাশিযোৱা নিৰ্ণয় কৰা হয়। ৰাজযোৱা অহা মানুহৰ যুৱীয়া জীৱনতো অথন্তৰ ঘটা উদাহৰণ যথেষ্ট আছে। এনেবোৰ ব্যৱস্থাৰেও মানুহৰ ভৱিষ্যত সঠিকভাৱে নিৰ্ণয় কৰাটো টান। কেতিয়াবা আকৌ জ্যোতিষীৰ নেতিবাচক মত অস্বীকাৰ কৰি বিবাহ-সম্বন্ধ স্থাপন কৰা হৈছে। সেই বিবাহ সুখৰ হৈছে, শান্তিৰ হৈছে। এইকাৰণে মই ভাবোঁ, বৈবাহিক জীৱন সুখৰ হোৱাটো স্বামী-স্ত্ৰীৰ পাৰস্পৰিক বুজা-পৰাৰ ওপৰত বহুপৰিমাণে নিৰ্ভৰ কৰে। পত্নীয়ে যিটো কাম বেয়া পায়, সেইটো কাম স্বামীয়ে কৰা



উচিত নহয়। সেইদৰে স্বামীয়ে যিটো কাম বেয়া পায়, সেইটো পত্নীয়ে কৰা উচিত নহয়। মানুহৰ মাজত পাৰস্পৰিক বুজাপৰা এনেকৈ উদ্ভৱ হোৱাটো সম্ভৱ। সোঁৱৰণী চোওৱা হয়। সোঁৱৰণীয়ে সঠিক উত্তৰ জানো দিব পাৰে? এইটো এটা মনৰ সংস্কাৰ।

আমাৰ দেশত বিবাহৰ ক্ষেত্ৰত ভালেমান সংস্কাৰ আছে। এইবোৰৰ আকৰ্ষণ অৱশ্যে ক্ৰমাৎ টুটি আহিছে। উদাহৰণ স্বৰূপে কব পাৰি, আমাৰ শাস্ত্ৰজ্ঞ মনুৰ মতে আচলতে গজগামিনী নাৰীহে লক্ষণযুক্ত। এয়া প্ৰাচ্যৰ ধাৰণা। পছিমীয়া সমাজে এইষাৰ কথা বুজিবলৈ টান পায়। ছোৱালী হাতীৰ নিচিনা হলে সৰ্ব্বনাশ! মনুৰ কথাষাৰৰ আচল অৰ্থ হৈছে নাৰী মৃদুগামিনী হোৱাটো উচিত। অৰ্থাৎ খৰখেদাকৈ জপিয়াই ফুৰা বিধৰ হোৱাটো অনুচিত। এই একেদৰেই মনুৰ মতে নাৰীৰ দাঁত সৰু আৰু দেহৰ অঙ্গ-প্ৰত্যঙ্গসমূহ কোমল হোৱাটো উচিত, অৰ্থাৎ নাৰী হব লাগিব কোমলাঙ্গী। আমাৰ বিহুনামৰ মতে ছোৱালী হব লাগিব 'কঁকাল খামুচীয়া।'

"মিছামাছৰ নিচিনা কঁকাল খামুচীয়া,
যোঁৰা ফাণৰ নিচিনা চুলি,
কাহানিকৈ ধৰিমগৈ বুকুত সাবট মাৰি,
প্ৰাণৰো প্ৰিয়তম বুলি।"

শাস্ত্ৰজ্ঞ মনুৱে কেনে ঘৰৰ ছোৱালী অনাটো অনুচিত, সেই বিষয়েও নিৰ্দ্দেশ নিদিয়াকৈ থকা নাই। যি পৰিয়ালত ধৰ্ম্মকৰ্ম্মৰ কোনো বান্ধ নাই, তেনে পৰিয়ালৰ ছোৱালী অনাটো মঙ্গলজনক কথা নহয়। যি পৰিয়ালত পুত্ৰ-সন্তানৰ কেতিয়াও জন্ম হোৱা নাই, তেনে পৰিয়ালৰ ছোৱালী অনাটো উচিত নহয়। এই একেদৰেই 'কামশাস্ত্ৰ'ৰ পণ্ডিত বাৎসায়নেও কিছুমান নীতি-নিয়ম নিৰ্দ্ধাৰণ কৰি দিছিল। আমাৰ দেশত পিতৃ-মাতৃ আৰু সমাজে সন্তানৰ বিবাহ, লগতে বৈবাহিক জীৱনৰ কল্যাণৰ কথাটো বিশেষভাৱে চিন্তা কৰিছিল। এইক্ষেত্ৰত ব্যক্তিৰেই কেৱল নহয়, সমাজ আৰু পৰিয়ালৰ দায়িত্বও কম নহয়।

বিবাহৰ জৰিয়তে এক মহৎ উদ্দেশ্য সাধন হয়, এয়ে হৈছে প্ৰাচ্যৰ ধাৰণা। এই মহৎ উদ্দেশ্য হৈছে স্ৰষ্টাৰ সৃষ্টি ৰক্ষা কৰা।

আমাৰ দেশৰ দৰে এসময়ত চীনদেশতো এনে ধৰণৰ ধাৰণা প্ৰচলিত আছিল। বিবাহক মৰ্য্যাদা প্ৰদান কৰি কনফিউছিয়াছে এনেদৰে কৈছিল: "পুত্ৰ পৰিবাৰ সমন্বিতে মানুহৰ সুখৰ জীৱন হৈছে বাঁহী আৰু বীণৰ সঙ্গীতৰ সুসংগঠিত সমন্বয়।" এই একেষাৰ কথাকে মনুৱেও কৈছিল: "যিখন ঘৰত স্বামী-স্ত্ৰীৰ মাজত পাৰস্পৰিক সন্তোষ আৰু সুখ বিৰাজমান, সেইখন ঘৰত সুখ আৰু স্বচ্ছলতাৰ বৃদ্ধি নহৈ উপায় নাই।"

চলিত প্ৰথা অনুসাৰে বৈবাহিক জীৱনক এনেদৰে গুৰুত্ব প্ৰদান কৰা হৈছিল যে আমাৰ দেৱ-দেৱী সকলো অকলশৰীয়া নহয়। তেওঁলোকৰ জীৱনৰ স্বৰূপ হৈছে যুৰীয়া। মহাভাৰত, ৰামায়ণ ইত্যাদি প্ৰাচীন ধৰ্ম্মসম্বন্ধীয় পুথিৰ পাত লুটিয়াই চালেই এইষাৰ কথাৰ প্ৰমাণ স্পষ্ট হৈ পৰিব। এই আখ্যানসমূহত দেৱদেৱীৰ যুৰীয়া জীৱনে কেনেদৰে প্ৰাধান্য লাভ কৰিছে, সেইষাৰ কথা উপলব্ধি কৰিবলৈ সৰহ দূৰ যাব নেলাগে।

ওপৰত কৈ অহা কথাষাৰ কেৱল যে আমাৰ দেশৰ ক্ষেত্ৰতেই সঁচা, এনে নহয়। প্ৰাচ্যৰ বহুদেশৰ ধৰ্ম্ম-বিশ্বাসৰ ক্ষেত্ৰত এই কথাষাৰ প্ৰয়োগ কৰিব পাৰি। উদাহৰণ স্বৰূপে কব পাৰি, চীনদেশৰ ক্ষেত্ৰত এইষাৰ কথাৰ প্ৰমাণ পাৰ্ল বাকৰ 'লেটাৰছ্ ফ্ৰম পিকিং' বোলা কিতাপখনত জ্বলন্ত হৈ আছে। এই কিতাপখন এইবাৰ ইংলণ্ডৰ পৰা কিনি আনিছোঁ। কিতাপখনত আছে: "চহৰৰ বাহিৰৰ গাঁৱঁৰ আলিয়ে আলিয়ে ঘূৰি ফুৰি আমি এটা মন্দিৰ পালোঁহি। আলিৰ দাঁতিৰ মন্দিৰ। মৌন শ্ৰদ্ধা জনোৱাৰ মানসেৰে ইয়াত কিছুপৰ আমি ৰলোঁ। মন্দিৰৰ বেদীত এজন দেৱতা আৰু এগৰাকী দেৱীৰ মূৰ্ত্তি। সৰল সহজ জনসাধাৰণে কেৱলীয়া দেৱ-দেৱীৰ কল্পনা কেতিয়াও নকৰিছিল, দেৱীহীন দেৱতা বা দেৱতাহীনা দেৱী। অকলশৰীয়া দেৱ-দেৱীৰ কথা চিন্তা কৰাটো বাস্তৱতা-বিৰোধী কথা।" আমাৰ গুৰুজনাৰ বচনাত জানো নাই? 'পুৰুষ, প্ৰকৃতি, সবাবো নিয়ন্তা।' ইত্যাদি।

আমাৰ সমাজত ছোৱালীক আঙঠী পিন্ধাই বিবাহৰ সিদ্ধান্ত কৰা হয়। পছিমীয়া সমাজতো আগতীয়াকৈ বিবাহৰ সিদ্ধান্ত হয়; ইয়াকে 'এনগেইজমেণ্ট' বোলা হয়। আনহাতে আমাৰ সমাজত আঙঠী



পিন্ধোৱাৰ ওপৰত যেনেদৰে গুৰুত্ব প্ৰদান কৰা হয়—ইয়াৰ জৰিয়তে বিবাহ একপ্ৰকাৰ খাটাং হৈ যায়—তেনেকৈ পছিমীয়া সমাজত গুৰুত্ব প্ৰদান কৰা নহয়। উদাহৰণ স্বৰূপে কব পাৰি: আমেৰিকাত আঙঠী পিন্ধাই নিৰ্দ্ধাৰিত হোৱা বিবাহৰ এক-তৃতীয়াংশ বিবাহ কাৰ্য্যত পৰিণত নহয়, অৰ্থাৎ ভঙ্গ হয়। আনহাতে প্ৰাচ্যত ইয়াৰ বিপৰীত। কেতিয়াবা কাচিৎ আঙঠী পিন্ধোৱাৰ পিছত দুই এখন বিবাহ ভঙ্গ হয় যদিও ছোৱালীক আঙঠী পিন্ধোৱা মানেই আমাৰ দেশত বিবাহ। এনে সিদ্ধান্তই আমাৰ দেশত কঠোৰতাৰ, অৰ্থহীনতাৰ সীমা স্পৰ্শ কৰাৰো উদাহৰণ আছে। এনেকৈ ছোৱালীক আঙঠী পিন্ধোৱাৰ পিছতেই যদি ল'ৰাৰ কেনেবাকৈ মৃত্যু হৈছে, তেন্তে সেই ছোৱালীয়ে চিৰকালৰ কাৰণে বৈধব্যব্ৰত গ্ৰহণ কৰিবলগা হৈছে। এয়া যদি ক্ৰূৰতা নহয়, তেন্তে কি? সঁচা কথা, বিবাহপণৰ গুৰুত্ব আছে। সেইবুলি এনে গুৰুত্ব যেতিয়া অৰ্থহীনভাৱে প্ৰয়োজিত হয়, তেতিয়াই যে মাৰাত্মক কথা হৈ পৰে, সেইষাৰ কথা সমাজে উপলব্ধি কৰা উচিত।

ইয়াৰ উপৰিও আৰু কেইটামান প্ৰথাৰ কথা উল্লেখ কৰিব খুজিছোঁ। পৃথিৱীৰ বহু ঠাইতে বিয়াৰ আগে আগে ছোৱালীৰ গা-ধন লোৱাৰ প্ৰথা আছে। এঘৰৰ পৰা ছোৱালী এজনী উলিয়াই দিয়াৰ অৰ্থ হৈছে সেই পৰিয়ালত ব্যক্তি এগৰাকীৰ হানি। হানি কৰোঁতাজনৰ পৰিয়ালে অৰ্থাৎ দৰাঘৰে ধন-সোণ, সা-সম্পত্তি ইত্যাদি আগবঢ়াই ক্ষতিপূৰণ কৰিব লগিব। এয়ে আছিল ছোৱালীৰ গা-ধন প্ৰথাৰ মূল উৎস। আফ্ৰিকাৰ জনসাধাৰণ আৰু চেমিটিক্ ৰাইজৰ মাজত ছোৱালীৰ গা-ধন লোৱাটো বিবাহৰ এক অপৰিহাৰ্য্য নিয়ম। ইয়াৰ প্ৰচলন প্ৰাচ্যৰ অঞ্চল বিশেষতো থকাৰ প্ৰমাণ আছে। টাইলেণ্ডত দৰাই ছোৱালীৰ কাৰণে নতুন ঘৰ এটা সজাই বস্ত্ৰ-বাহানিৰে সু-সজ্জিত কৰাৰ উপৰিও ছোৱালী-ঘৰক ধন-সম্পত্তি দিয়াৰো নিয়ম আছে। এনেদৰে দিয়া ধন-সম্পত্তিক 'মাতৃ-দুগ্ধ মূল্য' বুলি কোৱা হয়। ইয়াৰ সবিশেষ বৰ্ণনা পি. এ. টমছনৰ 'ল'টাছ লেণ্ড' বোলা কিতাপখনত আছে।

ছোৱালীৰ গা-ধন লোৱাৰ নিয়ম আমাৰ কোনো কোনো জনজাতীয় সমাজতো আছে।......আমাৰ দেশত হিন্দু সমাজৰ মাজত যে ইয়াৰ

বিপক্ষে মতবাদ গঢ়ি উঠা নাছিল, এইযাৰ কথাও নহয়। মনুৰ মতে ব্ৰাহ্মণৰ পক্ষে দৰাঘৰৰ পৰা ছোৱালীৰ ঘৰে সামান্যতম বস্তু এটাও উপহাৰ স্বৰূপে লোৱাটো অশোভনীয় কথা। এনে আচৰণৰ জৰিয়তে ধন লৈ ছোৱালী বেচাটো বুজায়। এইখিনিতে মনুৱে অৱশ্যে এটা পাৰ্থক্যৰ সৃষ্টি নকৰাকৈ থকা নাই। দৰাঘৰে ছোৱালীক উপহাৰ স্বৰূপে দিয়া বস্তু অশোভনীয় নহয়। ছোৱালীলৈ আগবঢ়োৱা দান পৰিয়ালৰ যেই কোনো ব্যক্তিয়েই গ্ৰহণ কৰিব পাৰে।

গা-ধন প্ৰথাৰ কথা এৰিছোঁ। আমাৰ দেশত যৌতুকপ্ৰথাৰ নিচিনা এক অশোভনীয় প্ৰথাৰো প্ৰচলন আছে। ইয়াৰ ৰিজনিত ছোৱালীৰ গা-ধন প্ৰথা তেনেকৈ নিকৃষ্ট নহয়। এনে প্ৰথাৰ ব্যাখ্যা আন ধৰণেৰেও কৰিব পাৰি। ছোৱালীৰ পৰিয়ালক ক্ষতিপূৰণ দিব লগা হোৱাৰ কাৰণ এইটোও হব পাৰেঃ উপাৰ্জ্জনৰ আহিলা স্বৰূপে ছোৱালী অকামিলা। ল'ৰাই উপাৰ্জ্জন কৰি ঘৰখন ধৰে, ছোৱালীয়ে এই কাম কৰিব নোৱাৰে। গতিকেই ক্ষতিপূৰণৰ দাবী উথাপিত হয়। আনহাতে যৌতুকপ্ৰথাৰ উদ্দেশ্য সুকীয়া। এই প্ৰথাৰ জৰিয়তে আওপকীয়াকৈ পৰিয়ালৰ সম্পত্তিৰ ওপৰত যে ছোৱালীৰো অধিকাৰ আছে, সেইযাৰ কথা সাব্যস্ত কৰা হয়। প্ৰথমটো প্ৰথা অনুসাৰে, অৰ্থাৎ ছোৱালীৰ গা-ধন দিয়া প্ৰথা অনুযায়ী, দৰাঘৰৰ ক্ষতি হয়। দ্বিতীয়টো প্ৰথা অৰ্থাৎ যৌতুক প্ৰথা অনুযায়ী দৰা-ঘৰ লাভবান হয়।

যৌতুক প্ৰথাৰ জৰিয়তে ছোৱালীৰ পিতৃ-সম্পত্তিৰ ওপৰত যে অধিকাৰ আছে, সেইযাৰ কথা আওপকীয়াকৈ হলেও স্বীকাৰ কৰা হয়। যৌতুকৰ জৰিয়তে এই অধিকাৰৰ হিচাপ-নিকাচ হৈ যায়। ইয়াৰ পিছত নাৰীৰ অৰ্থনৈতিক নিৰাপত্তাৰ দায়িত্ব স্বামীৰ ওপৰত ন্যস্ত হয়। চীনাসমাজৰ মতে ছোৱালীয়ে বিয়াৰ সময়ত যৌতুক স্বৰূপে নিজৰ ওৰেটো বছৰ যোৱাকৈ সাজ-কাপোৰ, ঘৰুৱা সকলো বয়বস্তু লৈ অহা উচিত। জাপানী কইনাই লগত কেইযোৰমান বিশেষ সাজ লৈ আহে, এযোৰ বগা কপাহী সাজ। এই সাজৰ প্ৰতীকী অৰ্থ হৈছে সেই দিনাৰ পৰা পিতৃ-গৃহৰ সৈতে জীয়ৰীকালৰ সকলো সম্বন্ধ ছেদ। আন এযোৰ হৈছে ৰঙা ৰেছমী সাজ; ইয়াৰ অৰ্থ হৈছে স্বামী-গৃহত তাইৰ পুনৰজন্ম লাভ। ইয়াৰ উপৰিও কইনাক পিতৃ-গৃহৰ পৰা আৰু



পাঁচযোৰ বাছকবনীয়া সাজ দিয়া হয়। ইয়াৰে এযোৰত পাইন গছ বুটা তোলা থাকে। ইয়াৰ প্ৰতীকী অৰ্থ হৈছে সৌষ্ঠৱ। এসাজত বাঁহ গছৰ চানেকী থাকে। ইয়াৰ অৰ্থ হৈছে নম্ৰতা। এসাজত থাকে বগৰীগছৰ চানেকী। ইয়াৰ অৰ্থ হৈছে নাৰীৰ স্বাভাৱিক একাগ্ৰতা। মেবেল স্মিথৰ 'স্প্ৰিং টাইম ইন্ চাংহাই' বোলা কিতাপখনত ইয়াৰ মনোৰম বৰ্ণনা আছে।

আমাৰ দেশত ছোৱালী উলিয়াই দিওঁতে যৌতুক স্বৰূপে আ-অলঙ্কাৰ আদি দিয়া হয়। এই আ-অলঙ্কাৰ ছোৱালীৰ ব্যক্তিগত সম্পত্তি। জীৱনত যেতিয়া দুৰ্য্যোগ আহে, এই আ-অলঙ্কাৰসমূহ সেই দুৰ্য্যোগকালৰ ৰক্ষাকবচ। ইয়াৰ বিষয়ে 'সাগৰ দেখিছা' কিতাপত আছে। শকত যৌতুক লৈ অহা ছোৱালীৰ নতুন ঘৰত বিশেষ মৰ্য্যাদা থাকে। 'সাগৰ দেখিছা' কিতাপত উল্লেখ কৰাৰ লেখীয়া 'মনস্তাত্বিক নিৰাপত্তা'ৰ কথা এৰিছোঁৱেই। ফ্ৰেডা হছৰৰ্থৰ 'এ মেৰেজ টু ইণ্ডিয়া' বোলা এখন কিতাপ আছে। যৌতুকত অধিক সা-সম্পত্তি লৈ অহা ছোৱালীয়ে কেনেকৈ স্বামী-গৃহত সগৌৰৱেৰে চলন ফুৰণ কৰিব পাৰে, তাৰ সমুচিত উল্লেখ এই কিতাপখনত আছে।

এইখিনিতে আন একেযাৰ কথা কোৱাটো উচিত হব। যৌতুক প্ৰথাৰ জৰিয়তে আমাৰ সমাজত সৰ্ব্বনাশ নোহোৱাকৈ থকা নাই। অবাঞ্ছিতভাৱে এই প্ৰথা এক শোষণ-ব্যৱস্থালৈ ৰূপান্তৰিত নোহোৱাকৈয়ো থকা নাই। এইযাৰ কথা বিশেষকৈ হিন্দুসমাজৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব পাৰি। শিক্ষা বঢ়াৰ লগে লগে এই প্ৰথাৰ স্বাভাৱিকভাৱে পতন ঘটিব বুলি ধাৰণা কৰা হৈছিল যদিও বাস্তৱক্ষেত্ৰত ই হোৱা নাই। বাস্তৱ অভিজ্ঞতাই বুৰঞ্জীৰ গ্লানিময় এক অধ্যায়হে মুকলি কৰে। শিক্ষিত মানুহে সৰহ যৌতুক বিচৰাৰ উদাহৰণ যথেষ্ট আছে। ইয়াৰ কাৰণ স্বৰূপে তেওঁলোকে কি কয়? শিক্ষা লাভ কৰোঁতে তেওঁলোকৰ প্ৰচুৰ পৰিমাণে অৰ্থ ব্যয় হ'ল। সেই কাৰণে পৰিপূৰক স্বৰূপে অধিক যৌতুকৰ প্ৰয়োজন। হিন্দুসমাজৰ যিবোৰ বৰ্ণ-বিভাগত যৌতুক-প্ৰথাৰ প্ৰচলন নাছিল, সেইবোৰেও শিক্ষাৰ ওপৰত গইনা লৈ যৌতুক বিচাৰিবলৈ লৈছে।

যৌতুকপ্ৰথাৰ পৰিণতি স্বৰূপে আমাৰ দেশত দেখা দিয়া কিছুমান

ব্যভিচাৰৰ কথাও এইখিনিতে উল্লেখ কৰিব পাৰি। ছোৱালী বিয়া দিবলৈ ওলাই বহু পৰিয়াল সৰ্ব্বস্বান্ত হোৱাৰ উদাহৰণো আমাৰ সমাজত আছে। সেইদৰে পিতৃ-মাতৃয়ে যৌতুক দিব নোৱাৰাৰ কাৰণে বহুতো কুমাৰীয়ে নিজ হাতেৰে জীৱনৰ অৱসান ঘটোৱাৰো উদাহৰণ নোহোৱা নহয়। আনহাতে বহু যুৱকে সা-সম্পত্তিৰ আশাত নিজৰ জীৱন পঙ্গু কৰি দিয়া উদাহৰণো সমাজত বিৰল নহয়। ধনৰ আশাই হৈছে এনে দুৰ্য্যোগৰ ঘাই কাৰণ। কেৱল ল'ৰাৰ জীৱনতেই নহয়, এইষাৰ কথা ছোৱালীৰ জীৱনতো প্ৰয়োগ কৰিব পাৰি। এই কাৰণেই কেউপিনৰ পৰা পৈণত একোজনী ধুনীয়া ছোৱালীয়ে পিতৃ-মাতৃৰ দাৰিদ্ৰ্যৰ কাৰণে একোজন অপদাৰ্থ স্বামীৰ সৈতে ওৰেটো জীৱন অতিবাহিত কৰিব লগা হয়।

"মোক দহহেজাৰ টকা লাগিব, সোণৰ হাতঘড়ী এটা লাগিব, ৰেডিঅ' এটা লাগিব, বিলাতত পঢ়া খৰছ লাগিব"—সাধাৰণতে এইবোৰেই হৈছে ল'ৰাৰ দাবী। কোনো আত্মসম্মান থকা যুৱকে কেতিয়াও ধন লৈ ছোৱালী বিয়া কৰোৱাটো উচিত নহয়। এনে কাৰ্য্যই বৈবাহিক জীৱন কেতিয়াও সুখী কৰিব নোৱাৰে। এনেবোৰ যুৱকক মোৰ কবৰ মন যায়ঃ (১) তুমি অপদাৰ্থ, তুমি অকৰ্ম্মণ্য; তিৰোতাৰ ধনেৰে তুমি মানুহ বোলাব খুজিছা। ধনৰ প্ৰতি যদি ইমানেই মোহ, তেন্তে সৎ উপায়েৰে, শ্ৰমৰ জৰিয়তে নিজে ধন আৰ্জ্জিবলৈ যত্ন নকৰা কিয়? নিজৰ বাহুৰ বলেৰে উপাৰ্জ্জন কৰা এপইছা আনৰ পৰা চলাহি দি পোৱা হেজাৰ টকাতকৈ অধিক মূল্যবান। (২) তুমি উচ্চ শিক্ষা পাইছা, সেইকাৰণেই তুমি অধিক দামী। সেইকাৰণেই তোমাক বেছি যৌতুক লাগে। বৰ হাঁহি উঠা কথা! যি শিক্ষাই নিজক আনৰ হাতত বেচিবলৈ শিকায়, তেনে শিক্ষাৰে শিক্ষিত হোৱাতকৈ জধামূৰ্খ হৈ থকাটো বহুগুণে ভাল।

আমাৰ অসমত অৱশ্যে এনে গৰ্হিত প্ৰথাৰ তেনেকৈ উৎকট প্ৰচাৰ হোৱা নাই। বঙালী সমাজৰ আৰ্হিত আজি কুৰি পঁচিশ বছৰ মানৰ পূৰ্ব্বে আমাৰ সমাজতো এনে প্ৰথাৰ উদ্ভৱ নোহোৱাকৈ থকা নাছিল। সাহিত্যৰথী বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' পুথিত এইষাৰ কথাৰ উদাহৰণ আছে। বৰ্ত্তমান যুগত ই প্ৰায় অচল বুলি কলেও বৰ ভুল কোৱা নহব। এনে ধৰণৰ সামাজিক চেতনা অতি প্ৰশংসনীয় কথা।

# যুৰীয়া জীৱনঃ ৰীতি-নীতি

চীনদেশ আৰু জাপানত বিয়াৰ দিনা পুৱাতে কইনাক বগা সাজ এযোৰ পিন্ধোৱা হয়। এওঁলোকৰ দৃষ্টিত বগা বিষাদৰ চিন। আমাৰো। নহলে পিতৃ-মাতৃৰ মৃত্যুত পুত্ৰসন্তানে নাইবা স্বামীৰ মৃত্যুত পত্নীয়ে বগা সাজ পিন্ধিব কিয়? আকৌ জাপান আৰু চীনদেশৰ বিয়াৰ দিনা পুৱা কইনাই পিন্ধা বগা সাজ যোৰলৈ উলটি আহিব খুজিছোঁ। এইটো দিনতে ছোৱালী এজনীয়ে এখন ঘৰৰপৰা চিৰকালৰ কাৰণে বিদায় লয়। এইটো দিনতে তাই নতুন ঘৰ এখন চিৰ-জীৱনৰ কাৰণে নিজা কৰি লয়। কবি দেৱ বৰুৱাৰ মতেঃ

"নতুন ঘৰত তুমি চেনেহৰ শলিতাৰে
জ্বলাবা যি ন-চাকি গছি
তাৰ পোহৰত যাব জীয়ৰীকালৰ সুখদুখ, আশা
দিনে দিনে মচি।"

এৰি থৈ যোৱা ঘৰখনলৈ তাই যেতিয়া মাজে সময়ে আহে, তেতিয়াও আলহী হৈহে আহে। এইদৰেই একোজনী ছোৱালীয়ে জীৱনৰ এটা ঘাটৰ পৰা বিদায় লৈ আন এটা ঘাটত আশ্ৰয় লয়। বিবাহৰ প্ৰতীক-ধৰ্ম্মী অৰ্থ হৈছে জীৱনৰ এক অধ্যায়ৰ শেষ আৰু নতুন এক অধ্যায়ৰ আৰম্ভন। ছোৱালীৰ এটা পৰিয়ালত মৃত্যু আৰু আন এটা পৰিয়ালত পুনৰ জন্মলাভ। চমুকৈ কবলৈ গলে ছোৱালীৰ কাৰণে বিবাহৰ প্ৰতীকধৰ্ম্মী অৰ্থ হৈছে এইটোৱেই।

……কোৰিয়া দেশত এটা নিয়ম আছে। বিয়াৰ দিনা ছোৱালীয়ে কথাতো কব নেপায়েই, আনকি হাঁহিবও নেপায়। লগৰ ছোৱালীয়ে জোকাই কইনাৰ হাঁহি তোলাব খোজে। কেনেবাকৈ ছোৱালীৰ যদি হাঁহি উঠে, তেন্তে তেওঁৰ কেৱল কন্যা-সন্তানহে জন্ম হব বুলি ধাৰণা কৰা হয়। হুয়নটে কেইন্ বোলা এজনৰ 'ফ'কলোৰ এণ্ড কাষ্টমছ্ অব্ কোৰিয়া' নামৰ কিতাপখনত ইয়াৰ বঢ়িয়া বৰ্ণনা আছে।

বিয়াৰ দিনা সাজপাৰ ভালকৈ পিন্ধাৰ কাৰণেই হওক বা আন কিবা কাৰণেই হওক, প্ৰত্যেকজনী ছোৱালী দেখিবলৈ ধুনীয়া আৰু উজ্জ্বল হয়। মানুহৰ মুখত শুনিছোঁঃ "বিয়াৰ পানী পালে ছোৱালী উজ্জ্বল হয়েই।" কথাষাৰ সঁচা। কিন্তু বিয়াৰ পানী আচলতে নোপাওঁতেই যে ছোৱালী দেখিবলৈ ধুনীয়া হয়, তাৰ কাৰণ কি? ইয়াৰ কাৰণৰ বিষয়ে আনে কি ভাৱে, কব নোৱাৰোঁ। মই ভাৱোঁ, ইয়াৰ অন্তৰালত যৌনবস্তু আছে। যৌনবস্তুক অস্বীকাৰ কৰি এহাল যুৱক-যুৱতীৰ মিলন কেতিয়াও হব নোৱাৰে। আওপকীয়াকৈ হলেও সমাজে বিবাহ-অনুষ্ঠানৰ জৰিয়তে এইষাৰ কথা স্বীকাৰ কৰি লৈছে। বিবাহৰ জৰিয়তে সমাজ-স্বীকৃত যৌন-মিলনৰ মুহূৰ্ত্তটো কাষ চাপি অহাৰ লগে লগে কব নোৱাৰাকৈয়ে ছোৱালীৰ অৱচেতন লোকত যৌন-স্বপ্নৰ তৃপ্তিদায়ক সঁহাৰি সাৰ পাই উঠে। এইষাৰ মনস্তাত্বিক কথাই ছোৱালীক অধিকতৰ উজ্জ্বল আৰু সৌন্দৰ্য্যশালিনী কৰি তোলে।

বিবাহৰ ঘাই অনুপ্ৰেৰণা যে যৌনবস্তু, সেইষাৰ কথাৰ ইতিমধ্যে উল্লেখ কৰিছোঁ। জাপানত নাৰীৰ দ্বাৰা অনুষ্ঠিত এক সমূহীয়া নৃত্য আছে। এই নৃত্য বিবাহৰ সময়ত সম্পাদিত হয়। জাপানত নৃত্যৰতা নাৰী সমাজে নৃত্য-ভঙ্গিমাৰ জৰিয়তে যৌন-কাৰ্য্যৰ অনুকৰণ কৰে, লগে লগে যৌন-আকাঙ্ক্ষা জাগৃত কৰা গীত ধ্বনিত হয়। সমবেত জনতাই এই নৃত্য উপভোগ কৰে—তেওঁলোকৰ মাজত হাঁহিৰ খলকনি উঠে। ইয়াৰ বৰ্ণনা জন এমব্ৰীৰ 'এ জাপানীজ ভিলেইজ' বোলা কিতাপখনত সুন্দৰ কৈ আছে। সেই কিতাপখনৰ এঠাইত আছেঃ "বিয়াৰ কাম গুৰুগম্ভীৰ ধৰণেৰে আৰম্ভ হৈ হাঁহি-ধেমালিলৈ বাগৰি যায়।" আমাৰ যোৰানামো সমজাতীয় বস্তু। এই বিষয়ে 'এই গাঁও এই গীত' পুথিত আছে।

বিবাহৰ যৌন-দিশটোৰ কথা কওঁতে সিংহল দ্বীপত প্ৰচলিত একেষাৰ কথা মনত পৰিছে। প্ৰথম নিশা দৰা-কইনাৰ শোৱাপাটীত শুধবগা কাপোৰ এখন পাৰি দিয়া হয়। পিছদিনা পুৱাই ধুবুনী আহি সেই কাপোৰখন পৰীক্ষা কৰি চায়। তাই যদি কাপোৰত লাগি থকা বিশেষ এক চিহ্ন পায়, তেন্তে ন-ছোৱালী জীয়ৰীকালৰ পৰাই অক্ষত-যোনিৰ বুলি ঘোষণা কৰে। এই পৰীক্ষাত উত্তীৰ্ণ নোহোৱালৈকে কাৰো মনত শান্তি নেথাকে, বিশেষকৈ ছোৱালীৰ মাক-বাপেকৰ ঘৰত সকলো উদ্বিগ্ন হৈ থাকে। ছোৱালী অক্ষত-যোনিৰ বুলি পৰিগণিত হোৱাৰ লগে লগে কইনাৰ ঘৰত নকৈ আকৌ ভোজভাতৰ যোগাৰ হয়। কইনাৰ মাকৰ ঘৰ যদি ওচৰতে হয়, তেন্তে দৰাঘৰৰ পৰা তামোল আৰু ৰঙাফুল পঠোৱা হয়। ইয়াৰ পৰাই কইনাঘৰে তেওঁলোকৰ জীয়ৰী যে প্ৰথম নিশাৰ পৰীক্ষাত কৃতকাৰ্য্যতাৰে উত্তীৰ্ণ হৈছে, সেইষাৰ কথাৰ প্ৰমাণ পায়।......প্ৰাচীন চীনদেশৰ প্ৰথা আৰু আচৰিত। ছোৱালীয়ে তেনেই তলত পিন্ধা কাপোৰখন পিছদিনা পুৱাই দৰাৰ মাকক উপহাৰ দিয়াৰ নিয়ম। কাপোৰখনত তেজৰ চেকুৰা যদি লাগি থাকে, তেন্তে তেওঁলোকৰ ঘৰলৈ অহা ন-ছোৱালী যে জীয়ৰীকালৰ পৰা অক্ষত-যোনিৰ, সেইষাৰ কথা বুজিবলৈ বাকী নেথাকে। যদি এইবোৰ একো সম্ভৱ নহয়, তেতিয়া? তেতিয়া কথা কেনেকৈ লুকুৱাব লাগে, তাৰ জানো কৌশল নোহোৱা হৈছে? ইমান উলহ-মালহকৈ বিয়া কৰাই অনা ছোৱালীৰ যৌনবুৰঞ্জী যে কলুষিত, সেইষাৰ কথা ঘোষণা কৰিবলৈ কোনো প্ৰস্তুত নহয়। গতিকে প্ৰমাণৰ অভাৱ হোৱা যেন দেখিলে নিশাৰ ভিতৰতে সেই প্ৰমাণৰ যোগাৰ কৰাটো একো টান কথা নহয়। মুঠতে কবলৈ গলে বিবাহ যে সম্পূৰ্ণৰূপে যৌনবস্তুকেন্দ্ৰী কথা, এইষাৰ কথা প্ৰাচ্যৰ সমাজে অন্ততঃ যুগে যুগে উপলব্ধি কৰি আহিছে; নানাবিধ ৰীতিনীতি, প্ৰতীক ইত্যাদি ইয়াৰেই প্ৰতিফলন। সৰহ দূৰ যাব নেলাগে, হিন্দু-সমাজৰ হোমৰ গুৰিৰ মন্ত্ৰসমূহ ফঁহিয়াই চালেই বিবাহৰ যৌন-দিশটো স্পষ্ট হৈ পৰিব। মন্ত্ৰবোৰ সংস্কৃত ভাষাত ৰচিত। মানুহে বুজিব পৰা ভাষালৈ এইবোৰ ভাঙি দিলেই কথা ওলাই পৰিব। অৱশ্যে পৃথিৱীত প্ৰকৃততে অশ্লীল বোলা বস্তু এটা জানো আছে? যাক আমি অশ্লীল বুলি ভাৱোঁ, তেনে অশ্লীলতাৰ অভাৱত সৃষ্টি ৰক্ষা পৰিলহেঁতেন কেনেকৈ?

বিবাহ আচলতে যৌনবস্তুকেন্দ্ৰী যদিও হিন্দু-সমাজত ইয়াক ধৰ্ম্মৰ মোহৰ মাৰি শুদ্ধ কৰিবলৈ যত্ন কৰা হয়। সঁচা কথা, মন্ত্ৰধ্বনি, হোম, দেৱতা-অৰ্চ্চনা, শ্ৰাদ্ধ-তৰ্পণ, ইত্যাদি বিবিধ মাঙ্গলিক ব্যৱস্থাসমূহৰ জৰিয়তে বিবাহৰ ধাৰ্ম্মিক মৰ্য্যাদা অধিক গভীৰ কৰা হয়। হিন্দুৰ মতে বিবাহৰ অৰ্থ এযোৰা নাৰী-পুৰুষৰ মাজৰ যুৱীয়া জীৱনৰ চুক্তিয়েই নহয়। ই এক বিশিষ্ট ধৰ্ম্মকাৰ্য্যও। সেইকাৰণেই ধৰ্ম্ম ৰক্ষাৰ্থে হিন্দুৱে

বিবাহ কৰায় বুলি কোৱা হয়। এই একেদৰেই বৌদ্ধ ধৰ্ম্মাৱলম্বী টাও আৰু শ্বিণ্টু ধৰ্ম্ম-গোষ্ঠীৰ মানুহৰ মাজতো বিবাহক সাধাৰণতে ধৰ্ম্ম-অনুষ্ঠান স্বৰূপে গ্ৰহণ কৰা হয়। তথাপি হিন্দু-সমাজত যেনেকৈ ধৰ্ম্মাশ্ৰিত ৰীতি-পদ্ধতিৰ জৰিয়তে বিবাহক ধাৰ্ম্মিক মৰ্য্যাদা প্ৰদান কৰা হয়, তেনেকৈ ওপৰত কৈ অহা শ্বিণ্টু আৰু টাও সমাজত কৰা হয় বুলি কব নোৱাৰি।... বিয়াৰ তৃতীয় দিনৰ দিনা ন-কইনাই চীন দেশত শাহু-শহুৰেকক এসাজ ৰান্ধি খুওৱাৰ নিয়ম। ইয়াৰ পিছত উপৰিপুৰুষ সকলৰ উদ্দেশ্যে তৰ্পণকাৰ্য্য আদি কৰা হয়। ইয়াৰ জৰিয়তে ন-ছোৱালী নতুন পৰিয়ালৰ তেজ-মঙহৰ এজনী যে হৈ পৰিল, সেইষাৰ কথা সাব্যস্ত কৰা হয়। ইয়াৰ পিছত, কেইদিনমানৰ কাৰণে তাই মাকৰ ঘৰত গৈ থাকেগৈ। এইটো পদ্ধতি জাপানতো আছে। জন ৰীলে স্কট নামৰ এজন যৌনতত্ত্ববিদৰ মতে এনেদৰে ন-ছোৱালী মাকৰ ঘৰত গৈ কিছুদিন থকাৰ এটা কাৰণ আছে। সেইটো হৈছে স্বামীৰ যৌন অত্যাচাৰত জৰ্জ্জৰিত হোৱা নাৰীৰ যোনিদেশক কিছুদিনৰ কাৰণে বিশ্ৰাম দিয়া। এইবিষয়ে স্কট চাহাবে বহলাই লেখিছে যদিও ইয়াত মাথোন সামান্যভাৱে কথাষাৰ উল্লেখ কৰাহে হ'ল।

# যুৰীয়া জীৱন ঃ সমাজ-বৈচিত্ৰ্য

বহুপত্নী প্ৰথা পুৰুষপ্ৰধান সমাজৰ সৃষ্টি বুলি আন এঠাইত কৈ আহিছোঁ; এইখিনিতে কেইটামান উদাহৰণ দাঙি ধৰিব খুজিছোঁ। চীন দেশ প্ৰকৃততে পুৰুষৰ দেশ। পুৰুষৰ মতানুসাৰে আন সকলো পুৰুষ-প্ৰধান সমাজত সম্ভৱ হোৱাৰ দৰে ইয়াতো প্ৰায়বোৰ সামাজিক, ঘাইকৈ নাৰীসমন্ধীয় ৰীতি-পদ্ধতিৰ উদ্ভৱ হৈছিল। ওলগা লাঙৰ 'চাইনীজ ফেমিলি এণ্ড ছ'ছাইটি' বোলা পুথিত চীন দেশৰ এজন উচ্চ পদস্থ সামৰিক বিষয়াৰ কথা লিপিবদ্ধ কৰা হৈছে। এই বিষয়াজনৰ একেলগে চাৰিগৰাকী পত্নী আছিল। মাইকী মানুহৰ ডাঙৰ কথা হৈছে কেনেবাকৈ স্বাৰ্থৰ সংঘাত হলে ইজনীয়ে সিজনীৰ ছাঁটোকে সহ্য কৰিব নোৱাৰা হয়। সেই কাৰণেই সম্ভৱতঃ আমাৰ বিহুগীতত আছে ঃ

"পুখুৰী থাকোঁতে পুখুৰী খন্দালে
ৰাজহাঁহ চৰিবৰ মনে;
এজনী থাকোঁতে এজনী আনিলে
খৰিয়াল শুনিবৰ মনে।"

এতিয়া সমস্যা হৈছে এজন পুৰুষ আৰু চাৰিগৰাকী পত্নী। চীনা সামৰিক বিষয়াজনে এটা কাম কৰিলে। তেওঁৰ চাৰিগৰাকী পত্নীৰ মাজত এনেদৰে কাৰ্য্যভাৰৰ দায়িত্ব বিতৰণ কৰি দিলে যে 'খৰিয়াল'ৰ কোনো সুবিধাই নোহোৱা হ'ল। প্ৰথমজনীৰ দায়িত্ব হ'ল ল'ৰা-ছোৱালীৰ আলপৈচান ধৰা, দ্বিতীয়জনীৰ হ'ল গৃহস্থালিৰ পৰিচালনা, তৃতীয়জনী আছিল বিদেশত শিক্ষাপ্ৰাপ্তা। গতিকে এওঁ হ'ল স্বামীৰ প্ৰাইভেট চেক্ৰেটৰী আৰু দোভাষী, চতুৰ্থগৰাকী আছিল অধিক যুৱতী আৰু সুন্দৰী। এওঁৰ দায়িত্ব হ'ল স্বামীৰ যৌন-তৃপ্তি সাধন। কেতিয়াবা এই গৰাকীয়ে আমুৰালেহে ই তিনি গৰাকীৰ কোনোবা গৰাকীয়ে যৌন-আলিঙ্গনৰ সুবিধা পাইছিল। সেই ক্ষেত্ৰত চতুৰ্থ গৰাকীয়ে কোনো

হকাবধা কৰিব নোৱাৰিছিল। ইও এক পুৰুষপ্ৰধান সমাজৰ দ্বাৰাই নিৰূপিত ব্যৱস্থা।

প্ৰকৃততে কবলৈ গলে প্ৰাচ্যৰ প্ৰায়বোৰ দেশতেই বহুবিবাহৰ প্ৰচলন আছিল যদিও ৰীতি স্বৰূপে সমাজে ইয়াক যে স্বীকাৰ কৰি লৈছিল, সেইষাৰ কথাও নহয়। এনে অৱস্থাৰ বাধ্যবাধকতাক গ্ৰহণ কৰি লৈছিল যদিও অনিচ্ছাকৃত ভাৱেহে।

আচল কথা কবলৈ গলে পুৰুষপ্ৰধান সমাজত বহুপত্নী ব্যৱস্থা একো আচৰিত হবলগা কথা নহয়, যেনেকৈ মাতৃপ্ৰধান সমাজত একোগৰাকী নাৰীৰ বহুস্বামী থকাটো একো আচৰিত কথা নহয়। বংশৰক্ষাৰ কাৰণে পুত্ৰ-সন্তানৰ প্ৰয়োজন। পত্নী যদি অপুত্ৰকা হয়, তেন্তে উপায় কি? বন্ধ্যা বুলি জগতত ঘোষিত হবলৈ কোনো নাৰী কেতিয়াও প্ৰস্তুত নহয়। এই কাৰণেই বন্ধ্যা নাৰীয়ে কাৰ দোষত, স্বামীৰ দোষত নে তেওঁৰ নিজৰ দোষত, সন্তান নোহোৱাকৈ আছে, সেইষাৰ কথাৰ প্ৰমাণ বিচাৰি সাধাৰণতে আন পুৰুষৰ সৈতে গোপনে সহবাস কৰে। এই গোপন সহবাসৰ জৰিয়তে তেওঁৰ যদি মাতৃত্ব লাভ হয়, তেন্তে সকলো আহুকালৰ ওৰ পৰে। নহলে পত্নী যদি সঁচাই বন্ধ্যা হয়, তেন্তে সমাজৰ নিয়ম অনুসাৰে পুৰুষে আন এজনী তিৰোতাক পত্নীস্বৰূপে গ্ৰহণ কৰাটো একো দোষণীয় কথা নহয়। এনে ব্যৱস্থাৰ ঘাই উদ্দেশ্য হৈছে পুত্ৰ-সন্তান লাভৰ জৰিয়তে ধৰ্ম্ম-ৰক্ষা। আনকি কোনো কোনো ক্ষেত্ৰত একোগৰাকী পত্নীয়ে জানিবুজি স্বামীৰ মৰমৰ প্ৰতিদ্বন্দ্বিনী আন এগৰাকী নাৰীক পুত্ৰ-সন্তান লাভৰ উদ্দেশ্যে সপত্নী স্বৰূপে গ্ৰহণ কৰাৰ উদাহৰণো নথকা নহয়। এনেদৰে পুৰুষক আন পত্নী যোগাৰ কৰি দিয়াৰো উদাহৰণ আছে।

ইয়াৰ অন্তৰালত ধৰ্ম্মৰ অনুমোদন থকাৰ হেতুকেই পুৰুষপ্ৰধান সমাজত বহু-বিবাহ বাধা দিয়াটো প্ৰায় অসম্ভৱ কথা। ধৰ্ম্মৰ এই অনুমোদনো পুৰুষে নিজে সৃষ্টি কৰা বস্তু। বাইবেল শাস্ত্ৰত আছে: "আব্ৰামৰ পত্নী চাৰাইৰ কোনো সতি-সন্ততি হোৱা নাছিল। তেওঁৰ এগৰাকী লিগিৰী আছিল। ইজিপ্টৰ ছোৱালী। নাম হেগাৰ। চাৰায়ে এদিন আব্ৰামক কলে: 'ভগৱানে মোক সতি-সন্ততি একো নিদিলে। মই তোমাক মিনতি জনাওঁ, মোৰ লিগিৰীজনীৰ সৈতে



সহবাস কৰা। তাইৰ গৰ্ভজাত সন্তানেই মোৰ সন্তান হব।' আব্ৰামে পত্নী চাৰাইৰ কথামতে হেগাৰৰ সৈতে সহবাস কৰিবলৈ ললে। হেগাৰ গৰ্ভৱতী হ'ল।" (অল্ড টেষ্টামেন্: জেনেছিছ)

এনে প্ৰথাৰ জৰিয়তে গৰ্ভধাৰণ শক্তিৰহিত পত্নীৰ প্ৰতি যে কিছু অবিচাৰ কৰা নহয়, সেইষাৰ কথাও নহয়। স্বামীয়ে বন্ধ্যা নাৰীক যে সম্পূৰ্ণৰূপে প্ৰত্যাখ্যান কৰিছিল, এনেও নহয়। বিবাহ-বিচ্ছেদ যদি হয়, তেন্তে বন্ধ্যা নাৰীক আন পুৰুষে বিবাহ কৰাবলৈ প্ৰস্তুত নোহোৱাটো একো আচৰিত কথা নহয়। উপৰুৱাকৈ যৌন তৃপ্তি দিবলৈ যেই সেই পুৰুষ প্ৰস্তুত হব পাৰে। সেইবুলি এনে নাৰীক জীৱনসঙ্গিনী কৰি লবলৈ প্ৰস্তুত নহয়। গতিকে সকলো লাঞ্ছনা-গঞ্জনা সহ্য কৰি হলেও এনে নাৰী স্বামীৰ মৰমৰ প্ৰতিদ্বন্দ্বিনী দ্বিতীয় পক্ষৰ পত্নীৰ সৈতে একেলগে থাকিবলৈ বাধ্য হৈছিল।

এইপিনৰ পৰা চাবলৈ গলে কোনো কোনো পণ্ডিতৰ মতে বিবাহ-বিচ্ছেদতকৈ বহু-বিবাহ অধিক কল্যাণকৰ। অধিক নীতিসম্পন্ন। এজন পুৰুষৰ একাধিক নাৰী বা পত্নী, ইয়েই হৈছে পুৰুষপ্ৰধান সমাজৰ সমস্যা সমাধানৰ একমাত্ৰ ব্যৱস্থা। কোনো কোনো পুৰুষে অৱশ্যে যৌন-তৃপ্তিৰ কাৰণেও এগৰাকীতকৈ অধিক নাৰী বিচাৰিছিল; যেনে নেপোলিয়ন। নেপোলিয়নৰ এষাৰ অতি অৰ্থপূৰ্ণ কথা আছে: "মাহেকত চাৰিদিনৰ কাৰণে কোনো নাৰী কেতিয়াও কাৰো পত্নী হব নোৱাৰে। সেই নাৰী যেতিয়া গৰ্ভৱতী হয়, তেতিয়াতো নোৱাৰেই। যেতিয়া ৰোগগ্ৰস্তা হয়, তেতিয়াও নোৱাৰে। গতিকেই একোজন পুৰুষক একোগৰাকীতকৈ অধিক নাৰীৰ প্ৰয়োজন।" বহু-বিবাহৰ সমৰ্থনত এইষাৰ কথা বৰ আচৰিত যেন লাগে। যৌন-তৃপ্তি প্ৰদানেই জানো পত্নীৰ একমাত্ৰ দায়িত্ব?

যি সমাজে নাৰীৰ মৰ্য্যাদা বুজে, তেনে সমাজত কাৰো প্ৰতি অবিচাৰ নকৰাকৈ বহু-বিবাহ সংগঠিত কৰিবলৈ যত্ন কৰা হৈছিল। ন'ৰা ৱালনৰ 'দি হাউছ্ অব্ এক্সাইল' বোলা কিতাপখনত আছে: "সন্তান উৎপাদনৰ কাৰণে লিগিৰীজনীৰ যদি প্ৰয়োজন হৈছিল, এই কাম নিৰলে সম্পাদিত কৰা হৈছিল। নিজৰ বিবাহিতা পত্নীক অপমানিতা কৰিব নোৱাৰি, সেই কাৰণেই; বিবাহিতা পত্নীক ৰক্ষিতাৰ

শাৰীলৈ নিম্নগামী কৰাটো অন্যায়। সেই একেদৰে পত্নীৰ জীৱিত অৱস্থাত ৰক্ষিতাক পত্নীৰ মৰ্য্যাদা দিয়াটোও ভুল।"

ওপৰত উল্লেখ কৰা কথাযাবৰ পৰা এটা কথাকে বুজিব পাৰিঃ চীনদেশত আইনসম্মতভাৱে একোজন মানুহৰ এগৰাকী পত্নীহে হব পাৰে। প্ৰথমগৰাকীক পুৰুষে ত্যাগ কৰিব নোৱাৰে, নাইবা সেইগৰাকী থাকোঁতে দ্বিতীয় এগৰাকীক পত্নী স্বৰূপে গ্ৰহণ কৰিব নোৱাৰে। আইনসম্মতভাৱে এইযাব কথা অন্ততঃ অনুমোদিত হব নোৱাৰে। ইয়াৰ অন্যথা কৰা মানে দ্বিতীয়খন বিবাহ আইনবিৰোধী বুলি ঘোষণা কৰা। এইযাৰ কথা হিন্দু সমাজতো কিছুদূৰ প্ৰয়োগ কৰিব পাৰি। এসময়ত আমাৰ সমাজত 'পিতৃঋণ পৰিশোধ' কৰাৰ উদ্দেশ্যেৰে দ্বিতীয় পক্ষৰ পত্নী আইনসঙ্গতভাৱে গ্ৰহণ কৰাটো দোষণীয় বুলি পৰিগণিত হোৱা নাছিল। আজি অৱশ্যে এইযাৰ কথা সঁচা নহয়। এনেদৰে আন এগৰাকী পত্নী গ্ৰহণ কৰিবলৈ হলে প্ৰথমগৰাকীৰ অনুমোদন থাকিব লাগিব। জাপানতো সেইদৰে এগৰাকীতকৈও অধিক আইনসম্মত পত্নীস্বৰূপে গৃহীত নহৈছিল।

চমুকৈ কবলে গলে আইনসম্মতভাৱে বহু-বিবাহ আনকি প্ৰাচ্যৰ দেশসমূহতো অনুমোদন কৰা হোৱা নাছিল। পুৰুষে বিবাহৰ জৰিয়তে পত্নীস্বৰূপে গ্ৰহণ কৰা নাৰী গৰাকীৰ বাহিৰে আন নাৰীৰ, ৰক্ষিতাই হওক বা উপপত্নীয়েই হওক, পৰিয়ালত স্থান নিম্নস্তৰত আছিল। কোনো কোনো ক্ষেত্ৰত ৰক্ষিতা দেখাশুনাকৈ ঘৰলৈ অনা হৈছিল যদিও তেওঁৰ স্থান আচল আন বিবাহিতা নাৰীৰ তুলনাত নিম্নস্তৰৰ আছিল। ৰক্ষিতা ৰক্ষিতা। পত্নী পত্নী।

নকলেও হব, ঈৰ্ষা নাৰীৰ সহজাত বস্তু। সেইবুলি ঈৰ্ষা পুৰুষৰ যে নাই, সেইযাৰ কথাও নহয়। কোনো পুৰুষে দেখাশুনাকৈ দূৰৰ কথা, চকুত ধূলি মাৰি হলেও নিজৰ পত্নী আন পুৰুষৰ সৈতে যৌন-ব্যভিচাৰত লিপ্ত হোৱাটো সহ্য কৰিব নোৱাৰে। এনে আচৰণৰ জৰিয়তে বহুতো অঘটন ঘটাৰ প্ৰমাণ আছে। ইয়াৰ ব্যতিক্ৰম যে নাই, এনেও নহয়। আমেৰিকাৰ এজন অধ্যাপকৰ কথা কৰবাত পঢ়া মনত আছে। মানুহজন বৰ সৎ আৰু নিৰ্জ্জু প্ৰকৃতিৰ আছিল। এদিন তেওঁ আৱিষ্কাৰ কৰিলে যে তেওঁৰ যুৱতী পত্নী তেওঁৰ



ছাত্ৰ এজনৰ সৈতে যৌন-কাৰ্য্যত লিপ্ত হৈছে। কথাযাৰ জনাৰ লগে লগে ছাত্ৰজনক মাতি আনি নিজৰ পত্নীক ছাত্ৰজনক জীৱনৰ কাৰণে দান কৰিলে। এনে উদাহৰণো পৃথিৱীৰ বুৰঞ্জীত আছে। ...ওপৰত নাৰীৰ ঈৰ্ষা 'সহজাত বস্তু' বুলি কৈ আহিছোঁ। গৰ্ভধাৰণ কৰিব পৰা শক্তি নাৰীৰ গৌৰৱ। যিজনীয়ে পাৰে, তাই নোৱাৰাজনীক ঈৰ্ষাৰ চকুৰে চোৱাটো একো আচৰিত কথা নহয়। আনকি আন এঠাইত উল্লেখ কৰা বাইবেল শাস্ত্ৰৰ আব্ৰামৰ কাহিনীটোত আছেঃ "হেগাৰে যেতিয়া বুজিলে তাইৰ গৰ্ভধাৰণ হৈছে, তাইৰ চকুত আব্ৰামৰ পত্নী চাৰাই ঘৃণাৰ বস্তু হৈ পৰিল।" হেগাৰ লিগিৰী যদিও তাই মাতৃত্বৰ গৌৰৱেৰে উদ্ভাসিতা, গতিকেই গৰ্ব্ব। গতিকেই চাৰাই ঘৃণাৰ পাত্ৰী। নাৰীৰ সৰ্ব্বোচ্চ এই গৌৰৱৰ পৰা চাৰাই বঞ্চিতা।

কনফিউছিয়াছৰ দিনৰে পৰা চীনদেশত ৰক্ষিতাৰ স্থান সমাজত আৰু পৰিয়ালত ঠিৰাং কৰা আছে। ৰক্ষিতা সকলৰ সৌন্দৰ্য্য থাকিব পাৰে, যৌৱন থাকিব পাৰে, সেইবুলি তেওঁলোকৰ অতীত ঐতিহ্য কি? আদিতে হয়তো তেওঁলোক কোনো চহকী পৰিয়ালত লিগিৰী আছিল। চহকী পৰিয়ালৰ লিগিৰী মানে ঘৰৰ ডেকা ল'ৰাৰ পৰা আৰম্ভ কৰি আন বনকৰা ল'ৰালৈকে, সকলোৰে ভোগ্যা। নাইবা কোনোবা আগতে গণিকা আছিল। গতিকেই সুন্দৰী বা যুৱতী নহলেও ঘৰৰ বিবাহিতা পত্নীৰ তুলনাত তেওঁলোকৰ স্থান স্বাভাৱিকতে নিম্ন হোৱাটো একো আচৰিত কথা নহয়। ঘৰৰ কৰ্ত্তৃত্ব ন্যস্ত হৈছিল আচল বিবাহিতা পত্নীৰ ওপৰত। ৰক্ষিতাৰ দায়িত্ব বা কৰ্ত্তব্য মাথোন এটাই আছিল। সেইটো হৈছে স্বামীক যৌৱন প্ৰদান কৰা, যৌন-তৃপ্তি প্ৰদানেৰে মুগ্ধ কৰা। আনকি এনে উদাহৰণো আছেঃ ৰক্ষিতাৰ সৈতে যৌন-উপভোগৰ কাৰণে স্বামীয়ে বিবাহিতা পত্নীৰ পৰা অনুমোদন লবলগা হৈছিল। ই অৰ্থহীন কথা। এইযাৰ কথা অৱশ্যে সঁচা। তৃতীয় ব্যক্তিৰ অনুমতি লৈ যি যৌন-কাৰ্য্যত লিপ্ত হবলগা হয়, সেই যৌন-কাৰ্য্য স্পন্দনহীন হবলৈ বাধ্য। যি যৌন-কাৰ্য্যত ভয় বা শঙ্কা আছে, সেই যৌন-কাৰ্য্য তৃপ্তিদায়ক হব নোৱাৰে।

এইবুলি চীনদেশৰ পৰিয়ালত উপ-পত্নীৰ স্থান যে সুসংৰক্ষিত আছিল, সেই বিষয়ে সন্দেহ কৰিবলগীয়া একো নাই। সামাজিক গঞ্জনা

বা অৱমাননা উপ-পত্নীয়ে সহ্য কৰিবলগা হোৱা নাছিল। উপ-পত্নী পৰিয়াললৈ অনাৰ পূৰ্ব্বে অৱশ্যে বিবাহিতা পত্নীৰ অনুমতিৰ কথা উত্থাপিত নোহোৱাকৈ নাছিল। আইনে নকৰিলেও উপ-পত্নী আৰু তেওঁৰ গৰ্ভজাত সন্তানৰ আৰ্থিক নিৰাপত্তাৰ কথা সমাজে স্বীকাৰ কৰি লৈছিল।

এইবাৰ কথা সঁচা হলেও বাস্তৱ ক্ষেত্ৰত উপ-পত্নীৰ প্ৰকৃত নিৰাপত্তা নাছিল। কাৰণ, তেওঁ আইনসম্মত পত্নী নহয়। যেতিয়াই ইচ্ছা কৰে, তেতিয়াই পুৰুষে এনে নাৰীক পৰিত্যাগ কৰিব পাৰে। পুৰুষৰ এনে আচৰণৰ বিৰুদ্ধে আইনৰ আশ্ৰয় তেওঁ লব নোৱাৰে। গতিকে নিজৰ স্থান নিৰাপদ কৰাৰ উদ্দেশ্যৰে এনে নাৰীয়ে কিছু কৌশল প্ৰয়োগ কৰিবলৈ বাধ্য হয়। কৌশলৰ ভিতৰত ঘাই কেইটা হৈছেঃ (১) যেই কোনো উপায়েৰে এনে নাৰীয়ে নিজৰ যৌন-আকৰ্ষণ অটুট ৰাখিবলৈ সমৰ্থ হব লাগিব; যৌন-আকৰ্ষণ অটুট ৰাখিব পৰাৰ ওপৰতেই উপ-পত্নীৰ ভৱিষ্যত নিৰ্ভৰ কৰে। (২) তেওঁ পুত্ৰ-সন্তানৰ জননী হব পাৰিব লাগিব। এনেবোৰ উপায় অৱলম্বনৰ জৰিয়তে পুৰুষৰ স্নেহ যদি এনে নাৰীয়ে অটুট ৰাখিবলৈ সমৰ্থ হয়, তেতিয়া হলে ইতিমধ্যে যদি বিবাহিতা পত্নীৰ মৃত্যু হয়, সেই ঠাই পুৰাবলৈকো তেওঁ আশা কৰিব পাৰে।

বহুক্ষেত্ৰত দেখা যায়, একোজন ব্যক্তিয়ে উপ-পত্নী গ্ৰহণ কৰিছিল বিবাহিতা পত্নীয়ে সন্তান জন্ম দিব নোৱাৰাৰ কাৰণে নহয়, কেৱল কন্যা সন্তান জন্ম দিয়াৰ কাৰণেহে। উপ-পত্নী গ্ৰহণপ্ৰথা এনেবোৰ কাৰণতেই যে সীমাৱদ্ধ আছিল, এনে নহয়। আৰু কাৰণ আছে। এইটো কাৰণ নেপোলিয়নে প্ৰদৰ্শন কৰা কাৰণৰ সমজাতীয়। চীনদেশত এটা নিয়ম আছিল, গৰ্ভৱতী হোৱাৰ লগে লগেই নাৰীক স্বামীক পৰা আঁতৰত ৰখা হৈছিল। এই কালছোৱাত সকলো সহবাস নিষিদ্ধ কৰা হৈছিল। এই কালছোৱাৰ কাৰণে পত্নীয়ে নিজেই স্বামীৰ যৌনতৃপ্তিৰ কাৰণে উপকৰা নাৰীৰ যোগাৰ কৰিছিল। সৰহ দূৰলৈ নগৈ এই উদ্দেশ্য সাধনৰ অৰ্থে বনকৰা ছোৱালী এজনী স্বামীক গটোৱা হৈছিল। এনে এক সাময়িক ব্যৱস্থাৰ জৰিয়তে গৰ্ভধাৰণ কালছোৱাত পত্নীয়ে নিজকে স্বামীৰ যৌন-আক্ৰমণৰ পৰা ৰক্ষা কৰিছিল।



ইয়াৰ উপৰিও উপ-পত্নী প্ৰথা গঢ়ি উঠা আন এটা কাৰণো আছে। এনে কিছুমান অত্যাচাৰী স্বামী আছে, যি অকণো বিৰতি নোহোৱাকৈ পত্নীৰ দেহাৰ ওপৰত অত্যাচাৰ কৰিবলৈ বিচাৰে। এই যৌন-অত্যাচাৰ সহিব নোৱাৰাৰ কাৰণেই কোনো কোনো ক্ষেত্ৰত স্বামীয়ে উপকৰা একোগৰাকী সৌষ্ঠৱশালিনী যুৱতী লোৱাটো পত্নীয়ে বিচাৰে। চীন-দেশত একালত এইটো প্ৰথা ব্যাপকভাৱে চলিছিল।

চীনদেশৰ পুৰুষে জানিছিল, পৰিয়ালৰ শান্তি ভঙ্গ নকৰাকৈ উপ-পত্নী গ্ৰহণ কৰিবলৈ হলে পত্নীৰ অনুমোদন ক্ৰমে নাইবা পত্নীয়ে নিজে বাছি দিয়া ছোৱালী গ্ৰহণ কৰাটোৱেই হৈছে সবাতোকৈ উত্তম উপায়। এনে ব্যৱস্থাৰ জৰিয়তে বিবাহিতা পত্নীৰ ওচৰত স্বামী আৰু উপ-পত্নী, উভয়েই চিৰকালৰ কাৰণে কৃতজ্ঞতা পাশত আৱদ্ধ থকাটো সম্ভৱ। আনহাতে স্বামীৰ প্ৰস্তাৱত অমত হলে বিবাহিতা পত্নীৰো যে বিপদ নাই, সেইষাৰ কথাও নহয়। স্বামীৰ ইচ্ছাৰ বিৰোধিতা কৰাৰ কাৰণে স্বামীয়ে যদি বিবাহ-বিচ্ছেদৰ দাবী কৰে, তেতিয়া ?

বহু-পত্নী ব্যৱস্থা ঘাইকৈ চহকী পুৰুষ-প্ৰধান সমাজৰ বস্তু। গুটি-ভঁৰাল, মাটি-বাৰী, হাতী-ঘোঁৰা, ইত্যাদিৰ সংখ্যাই যেনেকৈ চহকীৰ সামাজিক মৰ্য্যাদা নিৰূপণ কৰে, তেনেকৈ তিৰোতাৰ সংখ্যাও কৰে। এজাক চকুত লগা তিৰোতাৰে এখন সংসাৰ ব্যক্তিৰ সামাজিক মৰ্য্যাদাৰ বস্তু। চীনদেশত নাৰীয়ে অৱশ্যে পথাৰসমাৰৰ নাইবা তেনেধৰণৰ ঘৰৰ বাহিৰৰ কাম কৰিবলগা নহৈছিল। এই পিনৰ পৰা চাবলৈ গলে অৰ্থনৈতিক দৃষ্টিকোণৰ পৰা বহু-পত্নী হানিকৰ। আমাৰ কৃষক-সমাজৰ ক্ষেত্ৰত এইষাৰ কথা প্ৰয়োগ কৰিব নোৱাৰি। বহু-নাৰীয়ে উপাৰ্জ্জনৰ ক্ষেত্ৰত আমাৰ কৃষকক সহায় কৰে।

জৰ্জ্জ বাৰ্ণাড শ্বৰ মতে, ধন হলে মানুহ খাই-বই নোদোকা হয়। লগতে ধন হলে মানুহে যিমান পাৰে সিমান উপভোগৰ সামগ্ৰী গোটাই লয়। পুৰুষ-প্ৰধান সমাজৰ মতে নাৰীও এবিধ উপভোগৰ সামগ্ৰীহে। সেই কাৰণেই কৈছোঁ, বহু-পত্নী বিধান চহকী পুৰুষ-প্ৰধান সমাজৰ সৃষ্টি। কথাষাৰৰ সমৰ্থনত পাৰ্ল বাকৰ 'গুড আৰ্থ' উপন্যাসৰ এটা ঘটনাৰ কথা উল্লেখ কৰিব খুজিছোঁ। ৱাং লাঙৰ খুৰীয়েকে চোতালত থিয় হৈ এদিন ভোৰভোৰাই আছেঃ "মূৰ্খ, কোনো পুৰুষকে এজনী তিৰোতাৰে নহয়।

তিৰোতাজনী যেতিয়া বন কৰি কৰি শুকাই যায়, তেতিয়াতো নহয়েই। পুৰুষৰ মনে তেতিয়া আন তিৰোতা বিচাৰে। কাম কৰি কৰি মূৰ্খ তই, জুৰুলা হৈছ। তাৰ ধন হৈছে। সি যদি আৰু এজনী ঘৰলৈ আনে, তোৰ আপত্তি কৰিবলগা কিটো আছে?"

ৱাং লাওে মনে মনে খুৰীয়েকক গৈ কলেঃ "তুমি চোতালত থিয় হৈ কোৱা কথাখিনি মই শুনিছোঁ। তুমি ঠিকেই কৈছা। মোক আৰু এজনী তিৰোতা লাগে। এজনী কিয়, কেইবাজনী তিৰোতা পুহিব পৰা মোৰ শক্তি হৈছে। মোৰ ইমানবোৰ খেতিৰ মাটি আছে।"

কথাষাৰ শুনি খুৰীয়েকে বৰ উৎসাহেৰে কলেঃ "আৰু এজনী তিৰোতা কিয় নানিবি? প্ৰত্যেকটো ধন থকা মানুহেই এই কামটো কৰে। দুখীয়া মানুহহে একেটা পাত্ৰৰ পৰা পানী খায়। ধনীয়ে নেখায়।"

মই ভাবোঁ, বৰ বেছি ধন হোৱাটো বেয়া কথা। সাধাৰণভাবে জীৱন নিৰ্ব্বাহ কৰিবলৈ যিমান ধনৰ প্ৰয়োজন, তাতোকৈ অধিক হলে মানুহ বিপথগামী হয়। সমাজত পাপৰ জন্ম এনেকৈয়ে হয়।

অতিপাত ঐশ্বৰ্য্যশালীজনে যুক্তি আগবঢ়ায়ঃ একোজন চহকী কৃষক বা ব্যৱসায়ীৰ যদি এগৰাকীতকৈ অধিক উপ-পত্নী থাকিব পাৰে, তেন্তে যাৰ ধন উভৈনদী, তেওঁৰ এবাহ উপ-পত্নী থাকিব নোৱাৰিব কিয়? ধনেই জীৱন-উপভোগৰ মূল। সমাজ-বুৰঞ্জী ফঁহিয়াই চালেই দেখা যায়, সামাজিক মৰ্য্যাদা বৃদ্ধিৰ উদ্দেশ্য সাধন কৰাৰ মানসেৰে প্ৰতাপী ব্যক্তি একোজনৰ বহুসংখ্যক উপ-পত্নী হবলৈ ধৰিলে। ধন আছে কাৰণেই এই উপ-পত্নীসমূহক ধনীসমাজে ঐশ্বৰ্য্য-সম্পদেৰে, বিলাসিতাৰে বুৰাই থবলৈ ললে। প্ৰাচীনকালত এনেকৈয়ে হেৰেম অৰ্থাৎ 'পত্নী-ভঁৰাল' টনকীয়াল হবলৈ লয়। সৌ সিদিনাখনলৈকে প্ৰকাশ পোৱা নৃপতিসকলৰ জীৱন-বুৰঞ্জী ফঁহিয়াই চালেই প্ৰমাণ ওলাই পৰিব। কিমান ল'ৰাই পিছ লৈছে, সেইষাৰ কথাৰ ওপৰত আজিৰ অধ্যয়নৰতা ছোৱালীৰ গৌৰৱ নিৰ্ভৰ কৰাৰ দৰে কিমান নতুন গাভৰু উপভোগ কৰিবলৈ সমৰ্থ হৈছে, সেইষাৰ কথাৰ ওপৰত নৃপতিৰ গৌৰৱ নিৰ্ভৰ কৰিছিল। একোজনী কুমাৰী যুৱতী নাৰী যেন একোটা আপেলহে; নিতৌ নিশা নতুন একোটা আপেল খাব পৰাৰ ওপৰত নৃপতিৰ ৰাজনৈতিক মৰ্য্যাদা নিৰ্ভৰ কৰিছিল। কথাষাৰ হাঁহি উঠা যদিও সঁচা।



ৰজাৰ উপ-পত্নীসকলৰ জীৱন দুৰূহ আছিল। এই উপ-পত্নীসকলৰ সংখ্যা ইমান সৰহ আছিল যে কেতিয়াবা এবছৰৰ মূৰতহে একোগৰাকীয়ে ৰজাৰ সৈতে সহবাস কৰাৰ সুবিধা পাইছিল। ইয়াকে লৈ চীনদেশত বিষাদৰ কৱিতা ৰচনা হোৱাৰ উদাহৰণ আছে। চীনদেশৰ প্ৰাচীন কৱিতাৰ সংকলন 'বুক অব্ অ'ডছ্' বোলা কিতাপত এনে ধৰণৰ কৱিতা এটা পঢ়া মনত আছে। কৱিতাটো হাতত আছে। অসমীয়ালৈ অনুবাদ কৰিবলৈ টান পাইছোঁ। সেই কাৰণে ইয়াত উদ্ধৃত কৰা নাই।

এতিয়া প্ৰাচীন কালত নৃপতিসকলৰ 'পত্নী-ভঁৰাল' কেনেকৈ সংগঠিত কৰা হৈছিল, সেই বিষয়ে কব খুজিছোঁ। উদাহৰণটো জৰ্জ্জ ৰীলে স্কটৰ 'ফাৰ ইষ্টাৰ্ণ চেক্স-লাইফ্' বোলা পুথিখনৰ পৰা লৈছোঁ। এইখন চীন দেশত নৃপতিসকলৰ দ্বাৰা সংগঠিত হোৱা যৌন-ছবি।

নৃপতিসকলৰ নাৰী-ভৱনৰ দায়িত্ব সাধাৰণতে ন্যস্ত কৰা হৈছিল কিছুমান নপুংসকৰ হাতত। এই ক্ষেত্ৰত পুৰুষৰ কোন স্থান নাছিল। পুৰুষ হলেই বিপদ, সেই কাৰণেই চীনদেশৰ নাৰী-ভৱনৰ সকলো কৰ্ম্মচাৰী, বনকৰা মানুহ, ইত্যাদি নপুংসক আছিল। এনেদৰে নিযুক্তি পোৱা মানুহৰ সংখ্যা প্ৰায় তিনি হেজাৰ আছিল। ইয়াৰ পৰাই একোজন নৃপতিৰ নাৰী-ভৱনত কিমান উপ-পত্নী আছিল, সেই বিষয়ে অনুমান কৰিব পাৰি। এনে এখন পুৰুষবিহীন নাৰী-সমাজত নৃপতি জনাই আছিল একমাত্ৰ পুৰুষ। নাৰী-ভৱনৰ কৰ্ম্মচাৰী সকলৰ দায়িত্ব বহুত। কোন নিশা কোন গৰাকী নাৰী ৰাজকক্ষত শয়ন কৰিব, তাৰ হিছাপ ৰখাৰ উপৰিও ইয়াৰ ফল স্বৰূপে কোনোবা গৰাকীৰ গৰ্ভধাৰণ যদি হয়, সেইষাৰ কথাৰো হিছাপ ৰাখিবলগা হয়। গতিকে দায়িত্ব বহুত হোৱাটো তেনেই স্বাভাৱিক কথা।

কোন নিশা কোন গৰাকী নাৰী ৰাজকক্ষত শয়ন কৰিব, সেইষাৰ কথাৰ সিদ্ধান্ত কৰা হয় কেনেকৈ? প্ৰত্যেক দিনা পুৱাই নিশা কাৰ সৈতে শয়ন কৰিব, নৃপতিয়ে সেই গৰাকীৰ নিজে নাম লেখি মুখ্য নপুংসক কৰ্ম্মচাৰী গৰাকীৰ হাতত দিয়ে। তেওঁ ফলিখন নি ৰজাৰ বাছনিত উঠা নাৰী গৰাকীৰ হাতত অৰ্পণ কৰে। নিশাৰ কাৰণে সকলো প্ৰকাৰে প্ৰস্তুত হোৱাৰ উপৰিও সেই নাৰীগৰাকীয়ে ফলিখন ৰেকৰ্ড হিছাপে সযত্নৰে থৈ দিয়ে। নৃপতি শয়নকক্ষত প্ৰৱেশ কৰাৰ লগে লগে

নপুংসক লিগিৰীহঁতে দোলা এখনত তুলি নাৰী গবাকীক সেই ঠাইলৈ লৈ যায়। নিশা ৰজাৰ শয্যাশায়িনী হোৱাৰ পিছত পুৱা নাৰী গবাকীক নিজ ভৱনলৈ অনা হয়। এখন বিশেষ ৰেজিষ্টাৰ বহী আছে। পুৱা নাৰীগবাকীৰ নাম তাত লেখা হয়। সেই নামৰ দাঁতিত ৰজাই নিজে চহী কৰে। ইয়াৰ অৰ্থ হৈছে আগনিশা তাইক ৰজাই গ্ৰহণ কৰিছিল।

কম বেছি পৰিমাণে ৰজাৰ মৰম যেনেদৰে নেপাওক লাগিলে, এই নৃপতি-পত্নীসমূহৰ সামাজিক মান-মৰ্য্যাদা যথেষ্ট ৰূপে বৃদ্ধি পাইছিল। ৰজাই গ্ৰহণ কৰা ছোৱালী মাকৰ ঘৰলৈ কেতিয়াবা ফুৰিবলৈ গলেও ৰাজ-ৰাণী যোৱাদি যায়। এডৱাৰ্ড টমছনৰ 'সতী' বোলা কিতাপখনত আছে ঃ "প্ৰাচ্যৰ নৃপতিৰ ৰক্ষিতায়ো সমাজত ওখ আসন পাইছিল। সেইবুলি আচলতে ৰাণী গৰাকীৰ যি মৰ্য্যাদা, সেই মৰ্য্যাদা এইসকলে পোৱা নাছিল। আচলতে এই উপ-পত্নী সকলৰ জীৱন আছিল চগাৰ লেখীয়া। চাকিৰ উজ্জ্বল পোহৰে চগাক মাতি অনাৰ দৰে ৰাজপ্ৰাসাদৰ বিলাসী জীৱনে এইসকল যুৱতীক আদৰি আনিছিল। সেয়ে আদি, সেয়ে অন্ত।"

"চাকিৰ শিখাত জানো চগাৰ হিছাপ
লেখা থাকে ?"

# যুৱীয়া জীৱন ঃ সন্তান

নাৰীৰ কোচত সন্তান, ইয়াতোকৈ চৰম গৌৰৱ আৰু আনন্দৰ কথা নাই বুলি প্ৰাচ্যই চিৰকাল বিবেচনা কৰি আহিছে। পুত্ৰ-সন্তানৰ জন্মই পৰিয়াল একোটাক নকৈ জীপ দিয়ে, আয়ুস দিয়ে। এনেকৈয়ে একোটা বংশ ৰক্ষা পৰে। জীৱনৰ জ্যোতি এজনৰ পৰা আন এজনলৈ হস্তান্তৰিত হয়। এনেদৰেই মৃত্যুৰ পিছতো একোজনৰ জীৱন শিখা অনিৰ্ব্বাণ হয়। এনেকৈয়ে জীৱনৰ চিৰন্তন সত্য ৰক্ষা পৰে। দৈৱ আশীৰ্ব্বাদপ্ৰাপ্ত জীৱন এনেকৈয়ে মৃত্যুঞ্জয়ী হয়।

পুত্ৰ-সন্তানৰ যেতিয়া অভাৱ হয়, তেতিয়া দাম্পত্য-জীৱন যুগে যুগে নিৰস আৰু কৰুণ হোৱাৰ উদাহৰণ আছে। এনে অৱস্থাতকৈ যুৱীয়া জীৱন বেদনাদায়ক আন একো কাৰণে কৰিব নোৱাৰে। বংশ ৰক্ষাৰ ক্ষেত্ৰত পুত্ৰ-সন্তানৰ অভাৱ জুখিব নোৱাৰা। পুত্ৰ-সন্তানৰ অভাৱে কেৱল পিতৃ-মাতৃৰ জীৱন যে বেদনাময় কৰে, এনে নহয় ; ইয়াৰ জৰিয়তে স্বৰ্গগত উপৰিপুৰুষ সকলৰ প্ৰতিও অবিচাৰ কৰা হয়। সংস্কৃত ভাষাত ল'ৰা-সন্তানক 'পুত্ৰ' বোলা হয়। যিয়েই পিতৃ-মাতৃক 'পুত' সলিলৰ পৰা ৰক্ষা কৰে, সেয়ে হৈছে 'পুত্ৰ'। প্ৰাচীন কালৰ পৰাই আমাৰ সমাজে নৰকৰ কল্পনা 'গহ্বৰ', 'অন্ধকূপ', এনেধৰণৰে কৰি আহিছে। মৃত্যুৰ অন্তত 'পাপাত্মা' এনে অৱস্থাপ্ৰাপ্ত হয়। প্ৰাচীন সমাজে ধাৰণা কৰিছিল, পিতৃ-মাতৃক এনে অৱস্থাপ্ৰাপ্তিৰ পৰা কেৱল পুত্ৰ-সন্তানেহে ৰক্ষা কৰিব পাৰে। এয়ে হৈছে ভাৰতীয় চিন্তাবস্তুৰ কেন্দ্ৰস্থ ধাৰণা। আমাৰ বিবাহ-মন্ত্ৰতো এই উদ্দেশ্যই প্ৰধানতঃ ধ্বনিত হোৱা শুনা যায় ঃ

"সকলো সৎ পদাৰ্থৰ উৎস
হে অগ্নি-দেৱতা,
আমাক অধিক সন্তান প্ৰদান কৰা।

হে ইন্দ্রদেৱতা,
মোৰ পত্নীক সামৰ্থ্যশালী, গৌৰৱশালী
সন্তানৰ জননী কৰা ;
তোমাক প্ৰাৰ্থনা জনাওঁ
মই যাতে দহ পুত্ৰ-সন্তানৰ
জনক হওঁ।”

এয়ে হৈছে সমাজৰ গুৰি-কথা। এনেকৈয়ে হোমৰ কাষত কইনাক বহুৱাই লৈ আমাৰ সমাজে কামনা বাসনাৰ প্ৰকাশ দি আহিছে।

জন্মৰ সৈতে মৃত্যু অনিবাৰ্য্যভাৱে সাঙোৰ খাই আছে। মৃত্যুক জয় কৰা যায় কেনেকৈ, ইয়েই হৈছে মানৱ জীৱনৰ সৰ্ব্ববৃহৎ প্ৰশ্ন। ইয়াৰ উত্তৰ ‘বেক টু মেথুচেলা’ নাটকত জৰ্জ্জ বাৰ্ণাৰ্ড শ্বই এনেদৰে দিছেঃ বিশ্বৰ প্ৰথমা নাৰী ঈভে জ্ঞানী সাপটোক এনেদৰে সুধিছেঃ “মৃত্যু জয় কৰা যায় কেনেকৈ?” তাৰ উত্তৰত সাপটোৱে কৈছেঃ ‘জন্মেৰে’। অৰ্থাৎ নাৰী তুমি সন্তানৰ মাতৃত্ব গ্ৰহণ কৰিব লাগিব। ঈভৰ কাণে কাণে জ্ঞানী সাপটোৱে সন্তান জন্ম কেনেকৈ সম্ভৱ কৰি তুলিব পাৰি, সেইষাৰ কথা শিকাই দিলে। ঈভে জীৱনৰ বিষয়ে নতুন সন্ধান পালে। সাপটোৱে আৰু কলেঃ “তোমাৰ আৰু আডমৰ চেষ্টাৰ জৰিয়তে সন্তান মূৰ্ত্তিমন্ত হৈ পিতৃ-মাতৃ উভয়কে মৃত্যুৰ পিছতো অমৰত্ব প্ৰদান কৰিব।”

মানৱ-সমাজে এই গভীৰ সত্যফাকি আদি কালৰে পৰা উপলব্ধি কৰি আহিছে। ব্যক্তি এজনৰ মৃত্যু হয়। সেই ব্যক্তিজন জীয়াই থাকিব নিজৰ পুত্ৰ-সন্তানৰ মাধ্যমেৰে। ‘এইটো কাৰ ল’ৰা?’ ‘অমুকৰ’। ‘ইয়াৰ ককাকৰ নাম অমুক’। সম্ভৱতঃ ককাক বুঢ়ীমাকৰ পো-নাতিৰ প্ৰতি অভূতপূৰ্ব্ব মৰমৰ ইও এটা কাৰণ। অৰ্থাৎ তাৰ জৰিয়তে তৃতীয় পুৰুষলৈকে জীয়াই থকাৰ হাবিয়াস পূৰ্ণ হৈছে। অজানিতে ককাকৰ মনত হয়তো ধাৰণা হয়ঃ ইয়াৰ জৰিয়তে অন্ততঃ দুই পুৰুষ মই জীয়াই থাকিম। বুঢ়ীমাকৰো সম্ভৱতঃ ধাৰণা হয়ঃ মোৰ গৰ্ভৰ সন্তানৰ সন্তান। ইয়াৰ জৰিয়তে ময়ো জীয়াই থাকিম। আমি অমৰ হবলৈ ওলাইছোঁহক। অমৰত্ব লাভ-কামনা মানৱ-আত্মাৰ সূক্ষ্মতম আকাঙ্খা।



মানৱাত্মাৰ চিৰন্তন এই আকাঙ্খা পূৰণৰ অৰ্থে সন্তানৰ প্ৰয়োজন। নাৰীৰ গৰ্ভকোষৰ অবিহনে সন্তান উৎপাদন সম্ভৱপৰ নহয়। যেনেকৈ গছৰ খোৰোঙত চৰায়ে পোৱালি তোলে, সেইদৰে পুৰুষ-বীৰ্য্যই নাৰীৰ গৰ্ভকোষ সাৰুৱা কৰি সন্তান জন্মৰ কাৰণে প্ৰস্তুত কৰে। এনেবোৰ কাৰণৰ বাবেই আদিম সমাজে যুগে যুগে সন্তান-উৎপাদন আৰু শস্য-উৎপাদন, এই দুয়োটা বস্তু সমজাতীয় বুলি গ্ৰহণ কৰি আহিছে। কৃষি-উৎপাদন ব্যৱস্থা হৈছে কৃষিজীৱী সমাজৰ সৰ্ব্বসত্য অভিজ্ঞতা। চমুকৈ কবলৈ গলে শস্যৰ জন্মবৃত্তান্তৰ সৈতে মানুহৰ জন্মবৃত্তান্ত সাঙুৰি পথাৰ আৰু নাৰীৰ সৃষ্টি-অঙ্গ, দুয়োটা বস্তুকে একে চকুৰে নিৰীক্ষণ কৰা হৈছিল। দুয়ো ক্ষেত্ৰতে কৰ্ষণৰ প্ৰয়োজন—গতিকে দুয়ো ক্ষেত্ৰৰে সৃষ্টিমূলক প্ৰচেষ্টা সমজাতীয়। এইষাৰ কথাৰ উল্লেখ ‘চেক্স ইন্ হিষ্ট্ৰি’ বোলা কিতাপ এখনত পঢ়া মনত আছে। এই একেষাৰ কথাকে বাৰট্ৰাণ্ড ৰাছেলেও কয়। শস্যৰ গুটি পথাৰৰ অন্তৰথলীত নিক্ষেপ কৰাৰ দৰে পুৰুষ-বীজাণু নাৰীৰ গৰ্ভকোষত নিক্ষেপ কৰা হয়। অন্ধকাৰ থলীত, মানুহৰ চকুৰ আঁৰত, দুয়োটা বস্তুৱে জীপ্ লয়। এইদৰে জীপ্ লোৱাৰ অন্তত দুয়োটা বস্তু পোহৰলৈ ওলাই আহে। এয়ে হৈছে সন্তান আৰু শস্য, উভয়ৰে জন্ম-কাহিনী।

থোৰতে কবলৈ গলে কৃষি-উৎপাদনৰ পদ্ধতি হৈছে জীৱ-সৃষ্টিৰো পদ্ধতি। মাটি চহাই যেনেকৈ পথাৰৰ বুকুত শস্যৰ গুটি নিক্ষেপ কৰা হয়, তেনেকৈ নাৰীৰ গৰ্ভকোষত জীৱ-সৃষ্টিৰ বীজ নিক্ষেপ কৰা হয়। এয়ে হৈছে আদিম সমাজৰ ধাৰণা। এয়ে হৈছে আদিম সমাজৰ জীৱ-সৃষ্টিৰ বিষয়ে বাস্তৱধৰ্ম্মী ব্যৱহাৰিক অভিজ্ঞতা। এইখিনিতে কৈ থোৱাটো উচিত হব, পুৰুষৰ শুক্ৰ-বীজাণু আৰু নাৰীৰ গৰ্ভকোষ, এই দুটাৰ বিষয়ে প্ৰাচীন মানুহৰ তেনে কোনো সম্যক জ্ঞান নাছিল। আদিম মানুহে ভাবিছিল, পুৰুষ-বীৰ্য্য নাৰীৰ গৰ্ভত একত্ৰিত হৈ ক্ৰমাৎ সন্তানৰ উৎপত্তি হয়। নাৰীৰ ৰুদ্ধ হৈ যোৱা ঋতুস্ৰাৱৰ তেজে জীপ্ দি গৰ্ভৰ সন্তানক পূৰঠ কৰে, এয়ে আছিল প্ৰাচীন সমাজৰ ধাৰণা। এইখিনিতে আৰু এষাৰ কথা কব খুজিছোঁ—মানৱ ইতিহাসৰ আদিম পুৱাত যৌন-সঙ্গমৰ জৰিয়তে যে নাৰীৰ গৰ্ভত সন্তানে থিত লয়, এইষাৰ কথা মানুহে নেজানিছিল। মানুহে ধাৰণা কৰিছিলঃ গছ এজোপা

বাঢ়ি অহাৰ লগে লগে যেনেকৈ গুটি লাগে, তেনেকৈ ছোৱালী এজনী বাঢ়ি অহাৰ লগে লগে গৰ্ভত তাইৰ সন্তানে থিত লয়, এয়ে আছিল সন্তান উৎপত্তিৰ বিষয়ে আদিমতম ধাৰণা। যৌনসঙ্গমৰ জৰিয়তেহে যে নাৰীৰ গৰ্ভধাৰণ হয়, এইযাৰ কথা প্ৰথমতে যিজনে আবিষ্কাৰ কৰিলে, সেইজন কম বৈজ্ঞানিক নহয়। বৰ্ত্তমান অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰে সম্পাদিত হোৱা বৈজ্ঞানিক বিশ্লেষণে সৃষ্টিবিষয়ক আদিম ধাৰণাসমূহৰ যে তেনে কোনো সমৰ্থনযোগ্য ভিত্তি নাই, এইযাৰ কথা প্ৰমাণ কৰিছে।

পথাৰে শস্যৰ গুটিক জীপ্ দি পূৰঠ কৰে। সেইবুলি শস্য পথাৰৰ নহয়—মাটি চহাই, গুটি সিঁচি শস্য-উৎপাদন সম্ভৱপৰ কৰা খেতিয়ক‌ৰহে। সেইদৰে নাৰীৰ গৰ্ভকোষত জীপ লৈ পূৰঠ হোৱা সন্তান পিতৃ-পুৰুষৰহে। কাৰণ, এয়া তেওঁৰ জীৱ-বীজাণুৱে সম্ভৱ কৰি তোলা সৃষ্টি। নকৈ উৎপাদিত এসোঁতা সৃষ্টিৰ জৰিয়তে তেওঁৰ জীৱক্ৰিয়া সঞ্জীৱিত হৈ উঠাৰ এক ব্যৱস্থা।

প্ৰাচ্যৰ দৰেই প্ৰাচীন পাশ্চাত্য দৰ্শনতো নাৰীক যদিও গ্ৰহণথলী বুলি ধৰা হৈছিল, তথাপি এই ধাৰণাই প্ৰাচ্যত যেনেদৰে নাৰী-পুৰুষৰ সামাজিক স্থান নিৰ্ণয় কৰিছিল, তেনেদৰে পাশ্চাত্যত কৰা নাছিল। প্ৰাচ্যত নাৰী পুৰুষৰ স্থান উভয়ৰে কৰ্ম্ম-দায়িত্বৰ জৰিয়তে নিৰ্ণয় কৰা হৈছিল। কৃষিৰ ক্ষেত্ৰত যেনেকৈ গুটিৰ প্ৰাধান্যহে অধিক—পথাৰৰ কোনো প্ৰাধান্য নাই—সেইদৰে মানৱ সমাজতো গুটিৰ অধিকাৰীৰহে প্ৰাধান্য অধিক। গুটি গ্ৰহণ কৰোঁতা নাৰীৰ তেনে কোনো প্ৰাধান্য নাই। এনেদৰেই যুগে যুগে আদিম সমাজে ধাৰণা কৰি আহিছে। এই মৌলিক ধাৰণাই সমাজত যেনেকৈ পুৰুষক এক স্বকীয় ৰূপ দিছে, তেনেকৈ নাৰীকো দিছে। উচ্ছাসৰ বশৱৰ্ত্তী হৈ কেতিয়াবা কৱি সমাজে যদিও নাৰীক "অৰ্দ্ধেক মানৱী তুমি, অৰ্দ্ধেক কল্পনা", এনেধৰণৰ গৌৰৱ-উজ্জ্বল ব্যাখ্যা দিছিল, তথাপি সমাজৰ চকুত নাৰীৰ যি প্ৰকৃত দায়িত্ব, সেই দায়িত্বৰ বিষয়ে ধাৰণা অম্লান হৈ আছিল। নাৰীক পুৰুষৰ সহধৰ্ম্মিণী আখ্যা দিয়া হৈছিল যদিও কাৰ্য্যত নাৰীক পুৰুষৰ বহতীয়া স্বৰূপেহে ব্যৱহাৰ কৰা হৈছিল। এইযাৰ কথা প্ৰাচ্যতে কেৱল নহয়, একালত পাশ্চাত্যতো সত্য বুলি গ্ৰহণ কৰা হৈছিল।



এইখিনিতে এটা প্ৰশ্নৰ উদয় হোৱাটো সম্ভৱ। বিবাহ-বন্ধনৰ আশ্ৰয় নোলোৱাকৈ সন্তান জন্ম জানো দিব নোৱাৰি? বন্যযুগত আন বনৰীয়া জন্তুৰ দৰে মানুহে যেতিয়া হাবিত আহাৰ বিচাৰি ফুৰিছিল, সেইটো যুগত প্ৰত্যেক নাৰীয়েই প্ৰত্যেক পুৰুষৰ পত্নী আৰু প্ৰত্যেক পুৰুষেই প্ৰত্যেক নাৰীৰ স্বামী আছিল। সেই অবাধ যৌন-মিলনৰ যুগত এনে এটা পৰিস্থিতি সম্ভৱপৰ হৈছিল। কিন্তু যেতিয়া ক্ৰমবৰ্দ্ধমান গতিসোঁতত মানৱ সমাজৰ বিৱৰ্ত্তন হবলৈ ধৰে, ব্যক্তিগত সম্পত্তিৰ উদ্ভৱ হবলৈ ধৰে, তেতিয়া "মোক এখন পথাৰ লাগে, সেই পথাৰত মইহে হাল বাম, পথাৰৰ শস্য মোৰহে হব," এনে ধৰণৰ ধাৰণা স্বাভাৱিকতে ঘনীভূত হবলৈ ধৰিলে। তেতিয়াৰ পৰাই সমাজৰ যৌন-আচাৰ পদ্ধতিৰো ক্ৰমাৎ বিৱৰ্ত্তন হবলৈ ধৰিলে। মোৰ যেনিবা এখন পথাৰ হ'ল, সেই পথাৰৰ শস্যৰ কেইটামান ভঁৰালো হ'ল, মোৰ মৃত্যুৰ পিছত এই ব্যক্তিগত সম্পত্তিৰাজিৰ কোন অধিকাৰী হব? এই প্ৰশ্নই এক সমস্যাৰ ৰূপ ললে। এই সম্পত্তিৰ উত্তৰাধিকাৰী হব মোৰ ঔৰসৰ পৰা জন্ম পোৱা মোৰ সন্তান। গতিকে মোৰ সন্তান নিৰ্দ্দিষ্ট হব লাগিব। বন্যযুগত প্ৰচলিত প্ৰথাৰ দৰে যেই সেই নাৰীৰ গৰ্ভজাত সন্তানৰ পৰিচয় কত? মোৰ নহৈ সেই সন্তান আন কাৰোবাৰতো হব পাৰে। পৰিচয়হীন সন্তান কেতিয়াও সম্পত্তিৰ গৰাকী হব নোৱাৰে। নিজা শস্যৰ পৰিচয় থাকিবলৈ হলে যেনেকৈ নিজা এখন পথাৰৰ প্ৰয়োজন, তেনেকৈ নিজা ঔৰসজাত সন্তানৰ পৰিচয় থাকিবলৈ হলে নিজাকৈ এগৰাকী নাৰীৰ প্ৰয়োজন। পুৰুষপ্ৰধান সমাজৰ ধাৰণা, নাৰী পুৰুষৰ ব্যক্তিগত সম্পত্তি বিশেষ। সমাজত ব্যক্তিগত সম্পত্তিৰ স্থান নিৰূপিত হোৱাৰ দৰে ক্ৰমাৎ নাৰীৰ স্থান নিৰূপিত হবলৈ লয়। এনে ধাৰণাৰ প্ৰতিদান স্বৰূপে সমাজত ক্ৰমাৎ অনুষ্টুপীয়াকৈ বিবাহ-অনুষ্ঠানৰ আৱিৰ্ভাৱ হয়। পথাৰ খৰাং হলে যেনেকৈ খেতিয়কৰ বিপদ, সেইদৰে নাৰীৰ গৰ্ভকোষ শুকান হলে পিতৃপুৰুষৰ বিপদ।

প্ৰাচ্যৰ প্ৰায়বোৰ সমাজতে সন্তান লাভৰ ওপৰত এনেকৈ গুৰুত্ব দিয়া হয় যে প্ৰাচ্যৰ মানুহৰ এটা সহজাত ধাৰণা হৈছে: কোনো এক অশৰীৰী জগতৰ পৰা পৰিয়ালৰ উপৰি পুৰুষ সকলে সন্তান জন্মৰ কথা নিৰীক্ষণ কৰি থাকে। সেই অশৰীৰী জগতৰ পৰা স্নেহৰ চকুৰে

তেওঁলোকে সন্তান বৃদ্ধি কথাবাৰ লক্ষ্য কৰি থাকে। জীৱনৰ সাঁকো বগাই পাৰ্থিৱ জগতৰ পৰা বিচ্ছিন্ন হৈ পৰে যদিও এৰি অহা পৰিয়ালৰ প্ৰতি স্বৰ্গগত উপৰিপুৰুষ সকলৰ স্নেহ আৰু কুশল কামনা অটুট হৈ থাকে। বংশ ৰক্ষাৰ কাৰণে পুত্ৰ-সন্তান জন্মৰ প্ৰয়োজন। গতিকে পৰিয়ালত পুত্ৰ-সন্তানৰ জন্ম হলে ই যে কেৱল জীৱিত সকলৰ কাৰণেই আনন্দৰ কথা এনে নহয়, অন্তৰীক্ষৰ পৰা চাই থকা পূৰ্ব্ব-পুৰুষ সকলৰ কাৰণেও আনন্দৰ কাৰণ।..... আমাৰ নিজৰ অভিজ্ঞতাৰ পৰাই দেখোন জানোঁ, যেতিয়া দুজন বুঢ়া বা দুগৰাকী বুঢ়ী গোট খায়, তেতিয়া তেওঁলোকে সাধাৰণতে কি কথা পাতে? নিজৰ সন্তান বা নাতি ল'ৰা-ছোৱালীৰ কথা নহয় জানো? সন্তানৰ কুশল চিন্তাৰ লগত এনেদৰে মন সাঙোৰ খাই থাকে যে ইয়াৰ বাহিৰে এওঁলোকৰ কাৰণে আন সকলোবোৰ চিন্তা গৌণ। এনেদৰে মৃত্যুৰ আগমুহূৰ্ত্তলৈকে জীৱন্ত হৈ থকা চিন্তা মৃত্যুৰ অন্ততো এইসকলৰ মনৰ দিগন্তত জীৱন্ত হৈ থাকে বুলি সমাজে ধাৰণা কৰিছিল। যি পুৰুষৰ পুত্ৰ-সন্তান অধিক, সেই পুৰুষক ভাগ্যবান বুলি সমাজে গণিতা কৰিছিল। যাৰ এটিও নাই, তাতোকৈ অসুখীজন কোনো আৰু হব নোৱাৰে। যি নাৰী পুত্ৰ-সন্তানৰ জননী হোৱা শক্তিৰ পৰা বঞ্চিতা, সমাজে তেনে নাৰীক ঘৃণাৰ চকুৰে চাইছিল। পুত্ৰ-সন্তান জন্ম নোহোৱাৰ কাৰণে একোটা পৰিয়াল-প্ৰবাহ যদি নিশ্চিহ্ন হবলগা হয়, তাতোকৈ শোকাবহ কথা আন একোৱেই হব নোৱাৰে। নিঃসন্তান জনৰ ঠাই নৰকত। যিজনৰ পুত্ৰ-সন্তান নাই, সেইজনক নৰকৰ পৰা পৰিত্ৰাণ কৰিব কোনে?

প্ৰথম সন্তান যদিহে পুত্ৰ-সন্তান হয়, পৰিয়ালত সি যেনেদৰে সা-সুবিধা পায়, তেনেদৰে সা-সুবিধা আন সন্তানে নেপায়। ইয়াৰ অৰ্থ আছে। পৰিয়াল ৰক্ষাৰ দায়িত্ব যেনেকৈ প্ৰথম সন্তানৰ ওপৰত ন্যস্ত হয়, তেনেকৈ আন সন্তানৰ ওপৰত নহয়। গতিকেই প্ৰথম সন্তানৰ অন্তৰত এই বাস্তৱ সত্যফাকি প্ৰকট কৰাৰ উদ্দেশ্যৰে এনেধৰণৰ সা-সুবিধা দি তেওঁক প্ৰস্তুত কৰি তোলা হয়।

আৰু এটা কথা লক্ষ্য কৰিবলগীয়া। পৰিয়ালত পুত্ৰ-সন্তানৰ যি স্থান, সেই স্থান কন্যা-সন্তানৰ নাই। আনকি সবাতোকৈ সুমলীয়া ল'ৰাটোৰ ৰিজনিতো বৰ জীয়ৰীৰ স্থান নিম্নস্তৰত। জাপানত প্ৰচলিত ই এইছ ক্ৰেছবীয়ে কৰা শৰীৰ প্ৰখালনৰ ৰীতি এটাৰ কথা এইখিনিতে উল্লেখ কৰিব খুজিছোঁঃ ইয়াৰ পৰাই পৰিয়ালত কাৰ কেনে স্থান, সেইবিষয়ে অনুমান কৰিব পাৰি। প্ৰথমতে গা ধুব দেউতাকে, দ্বিতীয়তে বৰ ল'ৰাই, তাৰ পিছত ঘৰৰ আনবোৰ ল'ৰাই। অৱশেষত মাকে। মাকৰ পিছত ইজনীৰ পিছত সিজনীকৈ ঘৰৰ ছোৱালীহঁতে। তাৰ পিছত ঘৰৰ বনকৰা ল'ৰা-ছোৱালীহঁতে।



পৰিয়াল ৰক্ষাৰ দায়িত্ব ঘৰৰ জীয়ৰীৰ নহয়। জীয়ৰী ঘৰৰ ঘাই ঠাল-ঠেঙুলি নহয়। সময়ত সৰি পৰা গছপাতহে। বিয়া দি উলিয়াই দিয়াৰ লগে লগে সকলো শেষ। এঘৰৰ জীয়ৰী আন এঘৰৰ বোৱাৰী হয়। সেই ঘৰৰ বংশৰক্ষাৰ দায়িত্ব বোৱাৰীৰ ওপৰত ন্যস্ত হয়। এই কাৰণেই সম্ভৱতঃ আমাৰ বিহুগীতত জীয়ৰী ছোৱালীক "জুৰণীয়া মৌ" বোলা হৈছে। এই একেদৰেই ভাৰতীয় আন লোকগীতত ছোৱালীক "উৰণীয়া চৰাই", "ঘৰচিৰিকা" আদি আখ্যা দিয়া উদাহৰণ আছে। এনে তৰহৰ ধাৰণা সহজাত মনস্তাত্বিক ধাৰণা। ঘৰৰ ভাত তাকৰীয়া হলে ছোৱালীৰ ভাগত কমকৈ পৰে, ল'ৰাৰ ভাগত কিন্তু হীনডেঢ়ি নঘটে। ঘৰৰ শোৱাপাটীৰ নাটনি হলে ছোৱালীহঁত হেঁচাথেলাকৈ হলেও একেখন পাটীতে শুব লগা হয়। পৰাপক্ষত ল'ৰাহঁত এনে অসুবিধাৰ সন্মুখীন হব লগা নহয়।

ল'ৰা-ছোৱালীৰ যেতিয়া বিয়াৰ বয়স হয়, ছোৱালীহঁত এজনী এজনীকৈ ওলাই যায়। তাৰ পৰিৱৰ্ত্তে এজনী এজনীকৈ বোৱাৰীহঁত সোমাই আহে। ল'ৰাহঁত ৰৈ যায়, ছোৱালীহঁত ওলাই যায়।

চৰায়ে তুলিলে চ-অৰা পোৱালি
গছৰ ডাল শুৱনী কৰি।
আমাক তুলিলে আয়ে বোপায়ে
আনৰ ঘৰ শুৱনী কৰি।

বোৱাৰী ছোৱালী নতুন এখন ঘৰলৈ আচহুৱা হৈ আহে। অৱশেষত সেইখন ঘৰত তেওঁ নিগাজী হৈ পৰে। নাৰীৰ গ্ৰহণীয় শক্তিৰ ৰিজনি পৃথিৱীত নাই। দুদিনতে এখন ঘৰৰ পৰিৱেশ, সেইখন ঘৰৰ প্ৰত্যেকজনৰ মনস্তত্বৰ বিষয়ে একোগৰাকী নাৰীয়ে যেনেকৈ সহজে ব্যুৎপত্তি আহৰণ

কৰিব পাৰে, তেনেকৈ আনে নোৱাৰে। এনে ধৰণৰ শক্তি আছে বাবেই যেই কোনো এখন ঘৰৰ পৰিৱেশত নাৰী সহজে জাহ যাব পাৰে। সাবিত্ৰী দেৱী নন্দৰ "দি চিটি অব্ টু গে'টৱেজ্" বোলা কিতাপখনত এটা লোকগীত আছে। গীতটো হৈছে ঃ

"আয়ে যঁতৰত সূতা কাটিছে,
আই, কাৰ কাৰণে তুমি সূতা কাটিছা ?
কাৰ কাৰণে সৌবোৰ পাচিত তুমি কপাহ গোটাইছা ?
আমি, তোমাৰ জীয়ৰীহঁত গুছি যাম একেবাৰে
আমাৰ স্বামীৰ গৃহলৈ
কাৰ কাৰণে তুমি সূতা কাটিছা ?

কাৰ কাৰণে মই সূতা কাটিছোঁ ?
কাৰ কাৰণে পাচিত কপাহ গোটাইছোঁ ?
তহঁত, মোৰ জীয়ৰীহঁত একেবাৰে গুছি যাবি
কোনোবা দূৰ দূৰণিলৈ
এয়া মই সূতা কাটিছোঁ
মোৰ বোৱাৰীহঁতৰ কাৰণে,
সিহঁতৰ কাৰণে এয়া মই কপাহ গোটাইছোঁ,
মোৰ বোৱাৰীহঁত এইখন ঘৰলৈ আহিব,
সিহঁতৰ নিজা ঘৰলৈ আহিব।"

প্ৰাচ্যত সাধাৰণতে প্ৰায়বোৰ ছোৱালীৰে বিয়া হয়। নহলে উপায়ো নাই। এনেদৰেই একোটা পৰিয়ালৰ ছোৱালী উদং হৈ যায়, আন এটা পৰিয়াল ভৰি পৰে। পিতৃপ্ৰধান সমাজৰ ইয়েই হৈছে প্ৰচলিত ৰীতি, সৰ্ব্বসম্মত স্বৰূপ। এইদৰেই ইটো পুত্ৰ-সন্তানৰ পৰা সিটো পুত্ৰ-সন্তানলৈ অবিচ্ছিন্নভাৱে একোটা পৰিয়াল প্ৰবাহিত হয়। এই ক্ষেত্ৰত নাৰীৰ দায়িত্ব হৈছে পিতৃ-পুৰুষৰ বীজ গৰ্ভত ধাৰণ কৰি পৰিয়াল-প্ৰবাহ অক্ষুণ্ণ ৰখা। অৰ্থাৎ, সন্তানৰ, ঘাইকৈ পুত্ৰ-সন্তানৰ মাতৃত্ব লাভ কৰা। দেখাত নাৰীৰ দায়িত্ব গুৰুতৰ ; তথাপি সমাজে ইয়াক দ্বিতীয় তৰপীয়া বস্তু স্বৰূপেহে গ্ৰহণ কৰি আহিছে।



ল'ৰাৰ কাৰণে বোৱাৰী আৰু ছোৱালীৰ কাৰণে জোঁৱাই যোগাৰ কৰাটো প্ৰত্যেক পৰিয়ালৰে অপৰিহাৰ্য্য কৰ্ত্তব্য। একোটা পৰিয়ালৰ ভৱিষ্যত যেতিয়া ইয়াৰ ওপৰতে নিৰ্ভৰ কৰে, বিবাহক পাৰিবাৰিক বস্তু বুলি আখ্যা দিব পাৰি। সাধাৰণতে আমাৰ সমাজত বিয়াৰ ক্ষেত্ৰত ল'ৰা-ছোৱালীৰ অভিমত গ্ৰহণ কৰা নহয়। কৰিলেও পৰিয়ালৰ সমূহীয়া স্বাৰ্থৰ ওপৰত যাতে আঘাত নপৰে, সেইফালে বিশেষভাৱে দৃষ্টি ৰাখিহে কৰা হয়। ল'ৰা-ছোৱালীৰ মঙ্গলৰ কাৰণে যোৰা যাতে ভাল হয়, সেইফালে বিশেষভাৱে লক্ষ্য কৰা হয়। ৰাশিযোৰা চোওৱা প্ৰথা এনে এক উদ্দেশ্যৰ মাধ্যম। সদায়েই ল'ৰা-ছোৱালীৰ অভিমত বৰ্জ্জনীয় বুলি পৰিগণিত হৈ আহিছে। এনে ব্যৱস্থাই প্ৰাচ্যৰ সমাজত সংঘাতৰ সৃষ্টি কৰি ব্যক্তিৰ দাম্পত্যজীৱন একেবাৰে যে থানবান কৰিছে, সেইষাৰ কথা বৰ বেছি শুদ্ধ নহয়। আনহাতে এনে ব্যৱস্থাৰ স্বত্বেও বৈবাহিক জীৱন সমাজত সুচাৰুৰূপে পৰিচালিত হোৱাৰহে উদাহৰণ আছে।

বিবাহৰ সময়ত, বিশেষকৈ ছোৱালীৰ ক্ষেত্ৰত, এটা স্বত্ব অপৰিহাৰ্য্য স্বৰূপে দাঙি ধৰা হৈছিল। সেইটো হৈছে বিবাহ-যোগ্যা যুৱতীৰ যৌন-জীৱন চেকালগা বিধৰ হব নোৱাৰিব। ল'ৰাৰ ক্ষেত্ৰত যৌন-বিচ্যুতিৰ কথা উত্থাপিত নহয়। নাৰীৰ ক্ষেত্ৰত হয়, নাৰী হব লাগিব অক্ষত যোনিৰ। এই মানদণ্ড পুৰুষৰ ক্ষেত্ৰত প্ৰয়োগ কৰা নহয়। নাৰীৰ ক্ষেত্ৰতহে হয়—এইখিনিতেই প্ৰাচ্য আৰু পাশ্চাত্যৰ মাজত পাৰ্থক্য। পাশ্চাত্য দেশত নাৰী-পুৰুষ কাৰো ক্ষেত্ৰত অতীত যৌন-জীৱনৰ বুজ লবলৈ চেষ্টা কৰা নহয়। প্ৰাচ্যত প্ৰচলিত নাৰীসম্বন্ধীয় এনে ধৰণৰ মনোভাবক পুৰুষৰ নাৰীজাতিৰ প্ৰতি অবিচাৰ বুলি পাশ্চাত্যই সমালোচনা কৰে।

আগতে কৈ অহা হৈছে, পুত্ৰ-সন্তান লাভ হৈছে প্ৰাচ্যৰ সমাজৰ চৰম আকাঙ্ক্ষা। এই পুত্ৰ-সন্তান চেকালগা বিধৰ হব নেলাগিব। গতিকে যি নাৰীৰ গৰ্ভই এনে পুত্ৰ-সন্তান ধাৰণ কৰে, সেই নাৰীৰ গৰ্ভ আন পুৰুষৰ জীৱ-বীৰ্য্যৰে কেতিয়াও কলুষিত হব নেলাগিব। সেই কাৰণেই পত্নীৰ কুমাৰীকালৰ যৌন-জীৱনৰ বিষয়ে স্বামী-পুৰুষ সচেতন হব লাগিব। বিবাহৰ পূৰ্ব্বে কোনো যুৱতীৰ যৌন-জীৱন

যদি কলুষিত হৈছে, তেন্তে সমাজে সেই নাৰীক বিবাহৰ কাৰণে অনুপযুক্তা বুলি ঘোষণা কৰিবলৈ বাধ্য হয়। সমাজে এনেদৰে ধাৰণা কৰিছিল ঃ বিবাহৰ পূৰ্ব্বে য নাৰীৰ নিজৰ যৌন-আচৰণৰ ওপৰত সংযম নাই, সেই নাৰীৰ বৈবাহিক জীৱনৰ চাৰিবেৰৰ মাজতো যৌন-বিচ্যুতি ঘটাটো একো আচৰিত কথা নহয়। এনে নাৰীক বিশ্বাস কৰা টান বুলি সমাজে ধাৰণা কৰিছিল। এনে অৱস্থাত সন্তানৰ বিশুদ্ধতাৰ বিষয়ে নিশ্চিত হোৱাটো টান কথা। কেতিয়াও এনে নাৰী সুগৃহিণী হব নোৱাৰে বুলি সমাজে ধাৰণা কৰিছিল। এইষাৰ কথা বৰ শুদ্ধ নহয়। এই বিষয়ে মোৰ সন্দেহ আছে। বিবাহৰ পূৰ্ব্বে যৌন-বিচ্যুতি ঘটা বহুত ছোৱালীক দেখিছোঁ, বিবাহৰ পিছত এনে ছোৱালী ভাবিব নোৱাৰা ধৰণৰ সুগৃহিণী, সুপত্নী, সু-মাতৃ হৈছে। অৱশ্যে বিবাহৰ পূৰ্ব্বে যৌন-বিচ্যুতি আৰু বিবাহৰ পৰৱৰ্ত্তী কালছোৱাৰ নিৰ্ম্মল জীৱন-যাপন, দুয়োটাৰ মাজত স্বতঃসিদ্ধ কোনো সম্বন্ধ নাই।

বিবাহৰ পূৰ্ব্বে যি গৰাকীৰ যৌন-জীৱন বিশুদ্ধ, সেই গৰাকী যুৱতীৰ বৈবাহিক কালছোৱাতো যৌন-জীৱন নিৰ্ম্মল হবলৈ বাধ্য। এয়ে হৈছে সমাজৰ সৰল, সহজ ধাৰণা। আমাৰ আইতাই তাহানি কোৱা শুনিছিলোঁ ঃ "অ', অমুকৰ ছোৱালীজনী কেনেকৈ আনিবা ? ডেকা ল'ৰা দেখিলেই চকুলৈ চাই হাঁহে।" এনেবোৰ কথাৰ ওপৰতেই সমাজৰ বিবাহসম্বন্ধীয় বিচাৰ-বুদ্ধি নিৰ্ভৰ কৰিছিল। বিবাহিতা নাৰীৰ যৌন বিচ্যুতি গুৰুতৰ অপৰাধ বুলি ধাৰণা কৰা হৈছিল। এনে আচৰণৰ জৰিয়তে সেই গৰাকী নাৰীয়ে যে কেৱল নিজৰ স্বামীৰ প্ৰতি অবিচাৰ কৰে এনে নহয়, সমূহ পৰিয়ালৰ প্ৰতি অবিচাৰ কৰে বুলি ধাৰণা কৰা হৈছিল।

বৰ আচৰিত, পুৰুষৰ ক্ষেত্ৰত এনে বাধ্য-বাধকতাৰ প্ৰয়োগৰ উদাহৰণ কতো পাবলৈ নাই। পুৰুষ সৃষ্টি-বীজাণুৰ অধিকাৰী, ইচ্ছা অনুসৰি এই সৃষ্টি-বীজাণু তেওঁ যি কোনো স্থানতে নিক্ষেপ কৰিব পাৰে। এই ক্ষেত্ৰত তেনে ধৰণৰ কোনো বাধ্য-বাধকতাৰ কথা উত্থাপিত হব নোৱাৰে। তথাপি খেতিৰ বাবে পুৰুষক এডোখৰ নিৰ্দ্দিষ্ট পথাৰ লগাৰ দৰে সন্তান জন্ম দিবৰ বাবেও পুৰুষক নিৰ্দ্দিষ্ট এক পত্নীৰ প্ৰয়োজন। পত্নীৰ প্ৰয়োজন হৈছে নিশ্চিতভাৱে সন্তানৰ জন্ম দি



বংশ ৰক্ষা কৰাৰ উদ্দেশ্যৰে। সন্তান জন্মৰ ক্ষেত্ৰত পত্নী হৈছে এক নিশ্চিত মাধ্যম ; সেইদৰে অৱশ্যে স্বামীও। ইয়াৰ উপৰিও সেইজন পুৰুষৰ যদি আন নাৰীৰ জৰিয়তে সন্তান জন্ম হয়, সমাজে সেইষাৰ কথা দোষণীয় বুলি গ্ৰহণ কৰা নাছিল। আনকি সেইদৰে জন্ম পোৱা সন্তান সেইজন মানুহৰ ঔৰসজাত বুলি যদি স্বীকৃত হয়, তেন্তে সেই সন্তানৰ ভৰণ-পোষণৰ দায়িত্ব সেইজন পুৰুষে যাতে গ্ৰহণ কৰে, সেই বিষয়ে সমাজ সদায়েই সজাগ আছিল। যাৰ ঔৰসজাত, সেই সন্তান সেইজন পুৰুষৰ। গতিকে এই ক্ষেত্ৰত বিবাহিতা পত্নীৰ সন্তান আৰু উপৰুৱা নাৰীৰ গৰ্ভত থিত লোৱা সন্তান, এই দুয়োবিধ সন্তানৰ ভিতৰত কোনো ব্যৱধান কৰা নহয়। সেইবুলি সম্পত্তি বিভাজনৰ ক্ষেত্ৰত নাইবা আন ধৰণৰ স্বীকৃতিৰ ক্ষেত্ৰত যে এনে ধৰণৰ গুপ্ত যৌন-আচৰণৰ জৰিয়তে জন্ম পোৱা সন্তানৰ ক্ষেত্ৰত ব্যৱধানৰ সৃষ্টি কৰা নহৈছিল, এইষাৰ কথাও নহয়। এই ক্ষেত্ৰত সমাজে নিৰপেক্ষ নীতি গ্ৰহণ কৰাৰ উদাহৰণ দেখা নেযায়।

গুপ্ত প্ৰণয়ৰ দ্বাৰা জন্ম পোৱা সন্তানৰ পিতৃত্বৰ বিষয়ে সহজে নিশ্চিত হব পৰাটো টান। কোনো কোনো ক্ষেত্ৰত বিবাহিতা নাৰীৰো যৌন-বিচ্যুতি হোৱা দেখা যায়। তাহানি মোপাচাঁৰ গল্প এটা পঢ়া মনত আছে ঃ শ্বেতাঙ্গ এযোৰা স্বামী-স্ত্ৰী। তেওঁলোকৰ এটা পুত্ৰ-সন্তান জন্ম হ'ল। ল'ৰাটোৱে মাকৰো চেহেৰা নললে, দেউতাকৰ চেহেৰাও নললে। শ্বেতাঙ্গ যদিও দেখাত ল'ৰাটো তেনেই নিগ্ৰো পোৱালি যেন হ'ল। নিজৰ পত্নীৰ বিষয়ে পুৰুষজনৰ সন্দেহ হবলৈ ধৰিলে। ল'ৰাটো নিশ্চয় কোনোবা নিগ্ৰোৰ ঔৰসজাত। পত্নীয়ে নিশ্চয় তেওঁক প্ৰতাৰণা কৰিছে। সন্দেহে দুয়োৰো সম্বন্ধ বিপন্ন কৰিবলৈ ধৰিলে। অৱশেষত আৱিষ্কাৰ হ'ল যে তেওঁলোকৰ শোৱনী কোঠাৰ দেৱালত আগৰে পৰা নিগ্ৰো ল'ৰা এটাৰ এখন ছবি আঁৰা আছিল। এই সদ্যজাত শিশুটোৰ ছবিত থকা নিগ্ৰো ল'ৰাটোৰ লগত সাদৃশ্য আছে। এই আৱিষ্কাৰে পুৰুষজনৰ মনৰ সকলো সন্দেহ দূৰীভূত কৰিলে। ডাৱৰ নোহোৱা হ'ল। এই কাৰণেই আমাৰ সমাজত এটা বিশ্বাস আছে ঃ গৰ্ভৱতী নাৰীৰ আগত সদায়েই অনুপ্ৰেৰণাদায়ক সৎ আদৰ্শৰ আৰু মহৎ পুৰুষ সকলৰ কথা কব লাগে। এনে কথা, যি কথাই

গৰ্ভৱতী নাৰীক অনুপ্ৰেৰণা যোগাব পাৰে। তেনে অনুপ্ৰেৰণাদায়ক কথাই গৰ্ভস্থিত সন্তানকো অনুপ্ৰেৰণা যোগায় বুলি এটা বিশ্বাস আছে। এইটো বিশ্বাস কেৱল আমাৰ দেশতেই নহয়, প্ৰাচীন গ্ৰীছদেশতো আছিল বুলি অস্কাৰ ৱাইল্ডৰ কিতাপত পঢ়া মনত আছে। গৰ্ভস্থিত সন্তান যাতে দেখনিয়াৰ হয়, মহৎ হয়, এই উদ্দেশ্যৰে গ্ৰীছত একালত গৰ্ভৱতী নাৰীৰ শোৱনিকোঠাত দেশ-বিদেশৰ আদৰ্শসম্পন্ন দেখনিয়াৰ ব্যক্তিৰ প্ৰতিচ্ছবি ৰখা হৈছিল। এইযাৰ কথা নজনাৰ কাৰণেই মোপাঁছাৰ গল্পৰ স্বামী-স্ত্ৰী যোৱাই শোৱনিকোঠাত নিগ্ৰো ল'ৰাৰ ছবি ৰাখি বিপদত পৰিছিল।

ওপৰত গুপ্ত প্ৰণয়ৰ দ্বাৰা জন্ম পোৱা সন্তানৰ পিতৃত্বৰ বিষয়ে নিশ্চিত হোৱা কঠিন বুলি কৈ আহিছোঁ। এইখিনিতে বাস্তৱ ঘটনা এটা উল্লেখ কৰিব খুজিছোঁ। এবাৰ এগৰাকী অপৰিচিতা ছোৱালীৰ পৰা এখন অতি কৰুণ চিঠি পাইছিলোঁ। সেই চিঠিত তাই মই চিনি পোৱা এজন যুৱকৰ কথা লেখিছে: সেই যুৱকজনে হেনো তাইক বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দি 'যৌন সঙ্গমৰত হয়।' সেই ছোৱালীজনীয়ে লেখিছিল: "এতিয়া মোৰ গৰ্ভত তেওঁৰ সন্তান।" ছোৱালীজনীৰ গৰ্ভত সন্তান থিত লোৱাৰ পিছৰ পৰা ডেকাজন আঁতৰি আঁতৰি ফুৰিছে। বিয়া কৰোৱাৰ কোনো লক্ষণেই নাই। এই অপৰিচিতা ছোৱালীজনীৰ কৰুণ কাহিনী ভৰা চিঠিখন পঢ়ি অন্তৰখন মোৰ বেদনাৰে ভৰি পৰিছিল। ডেকাজনক সাক্ষাত কৰি সকলো কথা কলোঁ। লগতে তেওঁক কলো: তুমি ছোৱালীজনীক বিয়া কৰোৱা। বিয়াখন সাধাৰণভাৱে পাতিবা। নিজে দুখীয়া যদিও তোমাৰ বিয়াৰ খৰছ মই দিম। দুহেজাৰ মান টকাৰ ভিতৰত বিয়াখন পাতিব নোৱাৰিবানে?......এইখিনি কথাৰ পিছত বিদায় লৈ ডেকাজন মোৰ ওচৰৰ পৰা গলগৈ। যাবৰ সময়ত খৰছ দিলে বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতিও মোক দি গল। অপৰিচিতা যদিও এজনী বিপদত পৰা ছোৱালীক এনেকৈ সহায় কৰিবলৈ পাই ভগবানলৈ মনে মনে সেৱা আগবঢ়ালোঁ। ছোৱালীজনীলৈ চিঠি দিলোঁ। চিঠিখন ডাকত দিয়াৰ কিছুদিনৰ পিছত ডেকাজন মোৰ আগত উপস্থিত হ'লহি। বিয়াৰ কাৰণে টকা নিবলৈ আহিছে বুলি ভাবি বৰ ভাল লাগিল। পিছে সেইটো



নহয়। ল'ৰাজনে মোক কলে: "ছাৰ, সিদিনা আপোনাক এষাৰ কথা কবলৈ ন'হল। আজি কবলৈ আহিছোঁ। সেই ছোৱালীজনীৰ গৰ্ভত থিত লোৱা সন্তানটো মোৰ নহয়। স্থানীয় কংগ্ৰেছৰ কৰ্ম্মকৰ্ত্তা এজনৰহে। তেওঁ বিবাহিত মানুহ। ছোৱালীজনীৰ ঘৰখন বৰ দুখীয়া। গতিকে পইছা দি সহায় কৰি সিয়েই এইটো কাম কৰিলে। ছাৰ, তাইক বিয়া কৰাবলৈ মোক নকব।" এইবুলি কৈ ডেকাজন উচাত মাৰি মোৰ কাষৰ পৰা গুচি গল। মূৰত মোৰ সৰগ ভাগি পৰা যেন লাগিল। এতিয়া ছোৱালীজনীক আশ্বাস দিওঁ কেনেকৈ? তাই যদি আত্মহত্যা কৰে। মনত মোৰ ভাব হ'ল—এইখন পৃথিৱীত মানুহ বৰ বেছি ভাল হোৱাটো মাৰাত্মক ভুল। সৰল, সহজ, ভাল মানুহক সমাজে 'মূৰ্খ' বুলি ভাবে। এনেবোৰ মানুহ সহজেই প্ৰতাৰিত হয়।

আজি কিছুদিনৰ আগতে এজন উকীলৰ মুখত শুনিলোঁ। সেই ছোৱালীজনীৰ এটা পুত্ৰ-সন্তান জন্ম হয়। তাই ডেকাজনৰ ওপৰত মোকৰ্দ্দমা কৰিছিল। এই উকীল জনাই ডেকাজনৰ সপক্ষে ওকালতি কৰিছিল। উকীলজনে মোক কলে: "সন্তানটো সেই ডেকাজনৰে, দেখিলেই ধৰিব পাৰি। তথাপি এনে এটা আইন উলিয়াই ল'ৰাটো সকৰাই দিলোঁ যে সকলো আচৰিত হৈ গল। বিয়াৰ কাৰণে ল'ৰাটোক আপুনি কিয় টকা দিব খুজিছিল? সি ধনী মানুহৰ ঘৰৰ ল'ৰা, তাৰ পৰা ভালকৈয়ে ফীজ আদায় কৰিছোঁ। মোকৰ্দ্দমাত হাৰি ছোৱালীজনীয়ে বৰকৈ কান্দিছিল।" ছোৱালীজনীৰ কান্দোনৰ কথা শুনি উকীলজনক কলোঁ: "তাইৰ অন্তৰ আত্মাই আপোনাক ছাগে শাও দিছে।" ......এইবিষয়ে আৰু নেলেখোঁ। ইতিমধ্যে ঘটনাটোৰ বৰ্ণনা যথেষ্ট দীঘলীয়া হৈছে। গোপন প্ৰণয়ৰ দ্বাৰা জন্ম পোৱা সন্তানৰ পিতৃত্ব সাব্যস্ত কৰা বৰ টান কথা। এনেধৰণৰ উদাহৰণ বাস্তৱ-জীৱনৰ পৰা বহুতো দিব পাৰি।

গণিকাৰ গৰ্ভজাত সন্তানৰ কথা সম্পূৰ্ণৰূপে সুকীয়া। একে সময়তে আনকি এনিশাৰ ভিতৰতে একোগৰাকী গণিকা বহু পুৰুষৰ ভোগ্যা। গতিকেই গণিকাৰ গৰ্ভজাত সন্তানৰ পিতৃত্বৰ পৰিচয় ঠিৰাং কৰাটো প্ৰায় অসম্ভৱ কথা। এনে নাৰীৰ গৰ্ভজাত সন্তানৰ পিতৃত্বৰ দায়িত্ব এই বাবেই কাৰো ওপৰত নিশ্চিতভাৱে আৰোপ কৰিব নোৱাৰি।

উপকৰ্‌বা নাৰীৰ সৈতে সহবাস প্ৰাচ্যত ঘাইকৈ দোষণীয় বুলি বিবেচনা কৰা হয়। পত্নী আৰু প্ৰণয়নী, দুয়োবিধ নাৰীৰ মাজত দায়িত্বৰ পাৰ্থক্য আছে। পত্নীৰ দায়িত্ব হৈছে বংশৰক্ষাৰ কাৰণে স্বামীৰ ঔৰস্‌সম্ভূত সন্তান গৰ্ভত ধাৰণ কৰা। এইটো সমাজৰ দ্বাৰা স্বীকৃত ব্যৱস্থা। এনে এক গুৰু দায়িত্ব সমাজে উপকৰ্‌বা নাৰীৰ ওপৰত ন্যস্ত কৰা নাই। উপকৰ্‌বা নাৰী হৈছে কামলিপ্সা পূৰণৰ থলী। সমাজৰ নিৰ্দ্দেশ অনুসাৰে পুৰুষ-বীৰ্য্য নিক্ষেপৰ মুখ্য উদ্দেশ্য হৈছে সন্তান জন্ম। উপকৰ্‌বা নাৰীৰ ক্ষেত্ৰত এইষাৰ কথা মুখ্যবস্তু নহয়। এই ক্ষেত্ৰত গৰ্ভধাৰণ সম্ভৱপৰ নোহোৱাকৈ যৌন-সম্ভোগ কৰিব পৰাটোৱেই হৈছে নাৰী আৰু পুৰুষ, উভয়ৰে ঘাই উদ্দেশ্য। এই বিষয়ে 'মেৰেইজ ঃ ইস্ট এণ্ড ৱেস্ট' বোলা কিতাপখনত আছে ঃ "আন নাৰীৰ সৈতে যৌন-সম্ভোগে নিজৰ পত্নীৰ গৰ্ভত সন্তান সৃষ্টিৰ বীজাণু নিক্ষেপ কৰা কাৰ্য্যৰ পৰা পুৰুষক কেতিয়াও বিৰত কৰিব নোৱাৰে। পত্নীৰ গৰ্ভজাত সন্তান হৈছে বংশধৰ। গতিকেই আন নাৰীৰ সৈতে যৌন-কাৰ্য্যত পুৰুষ লিপ্ত হোৱাটোৱে তেওঁৰ চৰিত্ৰস্খলনৰ কথা নুবুজায়, তেওঁতো পত্নীৰ প্ৰতি দায়িত্ব পালন নকৰাকৈ থকা নাই। আন হাতে এনেধৰণৰ কামত পত্নী যদি লিপ্ত হয়, তেন্তে তেওঁক ব্যভিচাৰিণী বুলি গণিতা কৰা হয়। নাৰীপুৰুষৰ মাজত এনেধৰণৰ তাৰতম্যৰ কাৰণ কি? এনে বিচাৰৰ ঘাই কাৰণ হৈছে যৌনকেন্দ্ৰী, ......আগতে কৈ অহা হৈছে, পুৰুষৰ যৌন-বিচ্যুতিয়ে সন্তানৰ ক্ষেত্ৰত বেমেজালিৰ সৃষ্টি নকৰে, নাৰীৰ যৌন-বিচ্যুতিয়ে কৰে।

ওপৰত উল্লেখ কৰা বিচাৰধাৰাৰ পৰা যদি অনুমান কৰা হয় যে প্ৰাচ্যত পুৰুষৰ বাবে যৌন-অভিজ্ঞতা অৰ্জ্জনৰ স্থান অবাৰিতভাৱে বিস্তৃত, তেন্তে মাৰাত্মক ভুল কৰা হব। যিখন সমাজত বিবাহ হৈছে অপৰিহাৰ্য্য বস্তু, বৈধভাৱে সন্তান জন্ম দিয়াটোও সেইদৰে অপৰিহাৰ্য্য বস্তু। সেইখন সমাজত অবাধ যৌন-অভিজ্ঞতা অৰ্জ্জনৰ বাবে সুযোগ কত? আন নাৰীৰ সৈতে বিবাহিতজন যৌন-কাৰ্য্যত লিপ্ত হোৱাৰ ক্ষেত্ৰত নিজৰ পত্নীৰ প্ৰতি অবিচাৰ কৰা হৈছে বুলি সমাজে নধৰিলেও, যি গৰাকী নাৰীৰ সৈতে যৌনকাৰ্য্যত অৱতৰণ কৰা হৈছে, সেই গৰাকী নাৰী বিবাহিতা হলে তেওঁৰ স্বামীৰ প্ৰতি আৰু অবিবাহিতা হলে তেওঁৰ ভাবী স্বামীৰ প্ৰতি অবিচাৰ কৰা হৈছে বুলি সমাজে নভবাকৈ নাছিল।



নাৰীগৰাকী যদি বিবাহিতা হয়, তেন্তে তেওঁৰ স্বামীৰ পত্নীৰ ক্ষেত্ৰত যৌন-তৃপ্তি আহৰণ কৰাৰ যি একচেতীয়া অধিকাৰ, তাৰ ওপৰত আঘাত কৰি সেইজনা ব্যক্তিৰ প্ৰতি অবিচাৰ কৰা হয়। কেৱল এইষাৰ কথাই নহয়, এই গোপন যৌন-মিলনৰ জৰিয়তে সেই নাৰীৰ গৰ্ভত যদি সন্তানে থিত লয়, তেন্তে বিজতৰীয়া ৰক্ত-প্ৰবাহেৰে সেই পৰিয়ালটোৰ বংশৰক্ষাৰ ক্ষেত্ৰতো অবিচাৰ কৰা হয়। গোপন যৌন-কাৰ্য্যত লিপ্ত হোৱা নাৰী-পুৰুষ উভয়েই সমাজৰ ওচৰত জগৰীয়া। পত্নীয়ে, অৰ্থাৎ সেই নাৰী গৰাকীয়ে এনেদৰে যৌন-কাৰ্য্যত লিপ্ত হৈ নিজৰ বৈবাহিক জীৱনৰ পৱিত্ৰতাৰ ওপৰত আঘাত হানিছে আৰু পুৰুষজনে এনে কাৰ্য্যত লিপ্ত হৈ আন এযোৰা মানুহৰ বৈবাহিক জীৱনৰ পৱিত্ৰতাক খৰ্ব্ব কৰিছে।

সঁচা কথা, পাশ্চাত্যৰ ৰিজনিত প্ৰাচ্যৰ যৌন-নীতিৰ প্ৰচলিত বিচাৰধাৰা বহুদূৰ স্বকীয়া। প্ৰাচ্যৰ যৌন-দৰ্শনৰ ওপৰত পুৰুষপ্ৰধান সমাজৰ চিন্তাধাৰাৰ প্ৰভাৱ স্পষ্ট হৈ আছে। পুৰুষপ্ৰধান সমাজে নাৰীৰ পৰা সন্তানৰ উপৰিও বহুবস্তুকে বিচাৰে। নাৰীৰ ওপৰত সাব্যস্ত কৰা দাবী এনে এখন সমাজৰ মৰ্ম্মস্পন্দন। নাৰী আৰু পুৰুষ, উভয়ৰে ব্যৱহাৰিক জীৱন হৈছে স্বকীয়া। এনে ধৰণৰ যৌনতত্বমূলক ব্যৱধানক কেন্দ্ৰ কৰি পুৰুষপ্ৰাধান্যৰ আদৰ্শ গঢ়ি তোলা হৈছে। দেখাত পুৰুষৰ ক্ষেত্ৰত বাধ্যবাধকতাৰ হেঁচা কম যদিও কাৰ্য্যত এই হেঁচা পাশ্চাত্যৰ পুৰুষৰ ওপৰতকৈ প্ৰাচ্যৰ পুৰুষৰ ওপৰত যে অধিক, সেই বিষয়ে সন্দেহ নাই।

বিবাহৰ উদ্দেশ্যই হৈছে সন্তান জন্ম। স্বামী-স্ত্ৰীৰ যুৱীয়া আকৰ্ষণ যিমানেই মধুৰ নহওক লাগিলে, সন্তানহীন সম্বন্ধ নিৰৰ্থক হবলৈ বাধ্য। এই পিনৰ পৰা চাবলৈ গলে সন্তানহীন যোৰা বিফল বুলিব লাগিব। বিবাহৰ ঘাই উদ্দেশ্যই যদি সাৰ্থক নহ'ল, তেন্তে সেই যুৱীয়া জীৱনক অসাৰ্থক নুবুলি আন কি বুলিব পাৰি? আচলতে বৈবাহিক জীৱন মধুৰ কৰিবলৈ হলে যেনেদৰে সন্তানৰ প্ৰয়োজন, তেনেদৰে স্বামী-স্ত্ৰীৰ ব্যক্তিগত আচৰণ-মাধুৰ্য্যৰো প্ৰয়োজন। জীৱনৰ শেষ মুহূৰ্ত্তলৈকে যিগৰাকী পত্নী স্বামীৰ প্ৰতি সন্মোহন অটুট ৰাখিবৰ কাৰণে সক্ষম, সেই গৰাকী নাৰীয়েই হৈছে সুগৃহিণী। মাতৃত্বৰ অধিকাৰিণী কাৰণেই

নাৰী মহিয়সী। বহুক্ষেত্ৰত স্বামীয়েও আনকি পত্নীৰ পৰা মাতৃ-স্নেহকেই বিচাৰে।

সন্তানৰ, বিশেষকৈ পুত্ৰ-সন্তানৰ আগমনৰ বাবে কেৱল স্বামী-স্ত্ৰী নাইবা পৰিয়ালৰ আন মানুহেই নহয়, স্বৰ্গগত উপৰিপুৰুষ সকলো আগ্ৰহেৰে বাট চাই থাকে বুলি সহজ এক জন-বিশ্বাস আছে। এলেন কে. ফ'ষ্টৰ 'ডি নিউ জেপেনীজ্ ৱমেনহুদ' বোলা কিতাপ খনত আছেঃ "সন্তানহীন হোৱাতকৈ দুখৰ কথা আৰু একো হব নোৱাৰে। সন্তানহীন পুৰুষ-স্ত্ৰীৰ স্থান হৈছে পাপাত্মাৰ গহ্বৰত। ই হৈছে এক অমাৰ্জ্জনীয় পাপ। এই পাপৰ কাৰণে জীৱাত্মাই মৃতাত্মাৰ হাতত কঠোৰ শাস্তি ভুগিবলগা হয়।"

বিয়াৰ লগে লগে সন্তানৰ কথা চিন্তা কৰা হয়। আমাৰ নোৱাই তোলনি বিয়ানামত আওপকীয়াকৈ হলেও সন্তানৰ কথা ধ্বনিত হোৱা শুনা যায়। চীন দেশত এটা প্ৰথা আছে, বিয়াৰ অন্তত ফুলশয্যাৰ দিনা নিশা দৰা-কইনাক সৰু ল'ৰা-ছোৱালীৰ স্নান-পাত্ৰ এটা উবুৰিয়াই, সেই পাত্ৰত আহাৰ খাবলৈ দিয়া হয়। প্ৰতীকী অৰ্থত পাত্ৰটো হৈছে নাৰীৰ গৰ্ভকোষ। নাৰীৰ গৰ্ভকোষত সন্তানে স্থান পাব লাগিব, এনে প্ৰথাৰ এয়ে হৈছে প্ৰতীকী অৰ্থ।

বিয়াৰ কিছুদিনৰ পিছত ন-কইনাৰ যদি গৰ্ভধাৰণ নহয়, তেন্তে পৰিয়ালৰ মাজত বু-বু, বা-বা হোৱাটো আচৰিত কথা নহয়। নানা ধৰণৰ মন্তব্য দিয়া হয়। কববাত কেনেবাকৈ কেনা লাগিছে বুলি কোৱা হয়। এই কেনাৰ কাৰণ বিচাৰিবলৈ গৈ নানা প্ৰকাৰৰ মন্তব্যৰ উৎপত্তি হয়। প্ৰাচীন ইহুদী সমাজে ধাৰণা কৰিছিল, নাৰীৰ গৰ্ভধাৰণ কেৱল যৌন-সঙ্গমৰ পৰিণতি নহয়। ইয়াৰ বাবে ভগবানৰ আশীৰ্ব্বাদৰ প্ৰয়োজন। ভগবানৰ আশীৰ্ব্বাদ নহলে কেৱল যৌন-সঙ্গমে কোনো নাৰীৰ গৰ্ভকোষ সাৰুৱা কৰিব নোৱাৰে। এইষাৰ কথা ডেভিদ মেচৰ 'হিব্ৰু মেৰেজ' বোলা কিতাপখনত আছে। দাৰ্শনিক প্ৰবৰ কনফিউছিয়াছৰো এনে তৰহৰ একেষাৰ মন্তব্য আছেঃ "ভগবানৰ কৰুণাৰ অবিহনে কোনো জন্ম বা সৃষ্টি কেতিয়াও সম্ভৱপৰ হোৱা নাই। ভগবানহে আচল জীৱস্ৰষ্টা।" এইষাৰ কথাৰ উল্লেখ 'স্প্ৰীং এণ্ড অ'টম্' বোলা কিতাপখনত আছে।



নাৰীৰ কাৰণে সন্তান জন্ম অপৰিহাৰ্য্য বস্তু বুলি প্ৰাচীন সমাজে ধাৰণা কৰিছিল। এই কাৰণেই অতীজত সম্ভৱতঃ 'নিয়োগ প্ৰথাৰ' উদ্ভৱ সাধন কৰা হৈছিল। মনু যদিও যৌন-সম্বন্ধৰ ক্ষেত্ৰত নৈষ্ঠিকতাবাদী আছিল, তথাপি তেওঁৰ দ্বাৰা নিয়োগপ্ৰথা অনুমোদিত নোহোৱাকৈ নাছিল। মনুৰ শাস্ত্ৰত আছেঃ "স্বামী যদি সন্তান উৎপাদনৰ কাৰণে অপাৰগ হয়, তেন্তে সেই নাৰীৰ সৈতে সহবাসৰ জৰিয়তে স্বামীৰ কোনোবা ভাতৃৰ বা সপিণ্ডৰ দ্বাৰা সন্তান উৎপাদন কৰোৱাটো দোষণীয় কথা নহয়। যৌন-কাৰ্য্য সমাপন কৰাৰ আগতে সেই নাৰীক মধুপৰ্কৰে শুচি কৰি লব লাগিব। তাৰ পিছত সেই নাৰী যদি বন্ধ্যা হয় বা সন্তানহীনা অৱস্থাত বিধৱা হয়, তেন্তে সপিণ্ডৰ ঔৰসৰ জৰিয়তে তেওঁ এটা পুত্ৰ-সন্তানৰ মাতৃ হোৱাটো দোষণীয় কথা নহয়। সেইবুলি এটাত কৈ অধিক সন্তান হব নোৱাৰে।" এনে হোৱাটো দোষণীয় বুলি ধৰা হৈছিল। এনে ধৰণৰ ব্যৱস্থাৰ গুৰিতে অতীজত নাৰীক পথাৰৰ সৈতে সমপৰ্য্যায়ৰ সৃষ্টিবস্তু বুলি ধাৰণা কৰাটোৱেই। যি পথাৰত শস্য নহয়, সেই পথাৰৰ কোনো মূল্য নাই। পথাৰত শিলগুটি, তাৰ জানো কিবা মূল্য আছে? পথাৰ আৰু শস্যৰ গুটি, দুয়োটাৰ সম্মিলনৰ জৰিয়তেহে শস্য জন্ম সম্ভৱপৰ হয়। মনুৰ মতে ভালকৈ গুটি সিঁচিব জানিলে পথাৰত শস্য উৎপাদন নোহোৱাকৈ নেথাকে। সেইদৰে ভালকৈ বীৰ্য্য সিঁচিব জানিলে নাৰীৰ গৰ্ভকোষ সাৰুৱা নোহোৱাকৈ নেথাকে, মনুৱে নাৰীৰ বন্ধাত্বৰ কথাৰ লেখ লোৱা নাছিল। ভাল খেতি নোহোৱাৰ কাৰণে যেনেকৈ খেতিয়কক দোষাৰোপ কৰা হয়, তেনেকৈ সন্তানজন্ম নোহোৱাৰ কাৰণে পুৰুষকহে তেওঁ দোষাৰোপ কৰিছিল। পৃথিৱী হৈছে সকলো উদ্ভিদ জাতীয় পদাৰ্থৰ গৰ্ভকোষ। নাৰীৰ গৰ্ভকোষ হৈছে সৃষ্টিৰ আলয়।

মনুৰ মতে নাৰীতকৈ যৌন-কাৰ্য্যত পুৰুষ অধিক শক্তিশালী হোৱা উচিত। এনে হলেহে পুত্ৰ-সন্তান জন্ম হয়। ইয়াৰ বিপৰীত যদি হয়, অৰ্থাৎ যৌন-কাৰ্য্যত পুৰুষতকৈ নাৰী যদি অধিক শক্তিশালিনী হয়, তেতিয়া কন্যা সন্তানৰ জন্ম হয়। নাৰীৰ যৌনশক্তি চল্লিশৰ পৰা পঞ্চাছ বছৰ বয়সৰ ভিতৰত অধিকভাৱে তীব্ৰ হয় বুলি কোনো কোনো যৌনবিদে কয়। ওপৰত কৈ অহা মনুৰ ধাৰণাটো কেৱল আমাৰ

দেশতেই নহয়, একালত আফ্রিকাৰ বন্য অঞ্চলতো বিস্তৃতভাৱে ব্যাপ্ত আছিল।

এইখিনিতে একেষাৰ কথা কব খুজিছোঁ। প্ৰাচীন সমাজে কন্যা-সন্তানক অৱজ্ঞাৰ চকুৰে চোৱাৰ প্ৰমাণ কেৱল আমাৰ দেশতেই নহয়, চীনদেশ, ইজিপ্ট, ইত্যাদি দেশতো আছিল। কোনো কোনো দেশত জন্ম পোৱাৰ লগে লগে কন্যা-সন্তানক হত্যা কৰা, নৈত উটুৱাই দিয়া নাইবা আনক বেচি দিয়া, ইত্যাদি ধৰণৰ নিৰ্ম্মম প্ৰথাও একালত প্ৰচলিত আছিল। জাপানত আজি কিছুদিনৰ আগলৈকে দৰিদ্ৰ পৰিয়ালৰ জীয়ৰী বজাৰত বেচাটো এক সৰ্ব্বসাধাৰণ কথা আছিল।

আমাৰ সমাজত আৰু এটা প্ৰথাৰ প্ৰচলন আছিল। ল'ৰা-ছোৱালী দেখাত চকুত লগা হলে ভূত-প্ৰেতে পায় বুলি একেষাৰ কথা আছে। সেই কাৰণেই বহু কথাত সতৰ্ক হবলগা হয়। অতি দেখনিয়াৰ ল'ৰা-ছোৱালীৰ নাম আপচুকৈ ৰখা হয়। দেখিবলৈ অপেশ্বৰীৰ লেখীয়া ছোৱালীৰ নাম 'গেন্ধেলী' হোৱাটো একো আচৰিত কথা নহয়। কুমুৎ চান্দবোৰাং বোলা এজনৰ 'মাই বয়হুড ইন শ্যাম্‌' বোলা কিতাপখনত আছে ঃ "মোৰ ভাইটোৰ আচল নাম আছিল 'ৰঙা পদুম।' তাক সকলোৱে 'গেন্ধেলা' বুলিহে মাতিছিল। ইয়াৰ কাৰণ হৈছে ভূত-প্ৰেতৰ হাতৰ পৰা তাক ৰক্ষা কৰা। সি দেখিবলৈ ইমান বেয়া যে ভূত-প্ৰেতে তাৰ পিনে চকু নিদিয়াই ভাল। এইটোৱেই আছিল আপচু নাম ৰখাৰ আচল উদ্দেশ্য।"

কোনো কোনো প্ৰাচীন সমাজত সন্তানৰ ক্ষেত্ৰত মাতৃৰ দায়িত্বহে সাব্যস্ত হৈছিল, পিতৃৰ নহয়। পিতৃ-মাতৃৰ বিচ্ছেদ হলেও সন্তানৰ দায়িত্ব মাতৃৰ ওপৰতহে ন্যস্ত হৈছিল, পিতৃৰ ওপৰত নহয়। বহু-পত্নী সম্বলিত পুৰুষৰ ক্ষেত্ৰতো এই নীতিকেই অনুসৰণ কৰা হৈছিল। এনে নাৰী-সমাজৰ প্ৰত্যেক গৰাকী পত্নী নিজৰ নিজৰ সতিসন্ততিক লগত লৈ সুকীয়াকৈ থাকে। ইচ্ছা অনুসৰি একোগৰাকীৰ সৈতে স্বামীয়ে নিশা যাপন কৰে। প্ৰত্যেকখন ঘৰ, সন্তান আৰু মাতৃ গোট খাই হোৱা এটা সুখী পৰিয়াল—এয়ে হৈছে পুৰুষপ্ৰধান সমাজত প্ৰচলিত বহু-পত্নী ব্যৱস্থাৰ ৰীতি।......কিছুমান সমাজত বিবাহৰ পিছত নাৰী পুৰুষৰ ঘৰলৈ নাহে, পুৰুষহে নাৰীৰ ঘৰলৈ যায়। এনে নিয়ম প্ৰৱৰ্ত্তন



থকাৰ বহুতো প্ৰমাণ আছে। এয়ে হৈছে মাতৃ-স্বত্বৰ অভ্যুদয়ৰ মূল কাৰণ। ইয়াৰ উপৰিও কিছুমান মধ্যৱৰ্ত্তী সমাজ থকাৰো প্ৰমাণ আছে। বিবাহৰ পিছত ডেকা যদি কইনাৰ ঘৰত থাকিবলৈ লয়, তেতিয়া হলে মাতৃস্বত্ব সাব্যস্ত হয় আৰু সেইদৰে কইনা যদি দৰাৰ ঘৰত থাকিবলৈ যায়, তেতিয়া হলে পিতৃস্বত্ব সাব্যস্ত হয়।

সাধাৰণতে নাৰীৰ দায়িত্ব হৈছে গৃহকেন্দ্ৰী। ঘৰচীয়া জীৱ-জন্তু, সতি-সন্ততি ইত্যাদিৰ লালন পালনেই হৈছে ঘৰুৱা জীৱনৰ ঘাই কাম। এই কামৰ দায়িত্ব নাৰীৰ ওপৰত ন্যস্ত। মাতৃপ্ৰধান সমাজত এনে দায়িত্বৰ জৰিয়তে নাৰীৰ গৃহকেন্দ্ৰী কৰ্ত্তৃত্ব প্ৰকট হৈ উঠে। উন্নতশীল কৃষি-সমাজত ঘৰ আৰু পথাৰ, উভয়ৰে দায়িত্ব পুৰুষৰ ওপৰত বহুদূৰ ন্যস্ত হোৱা হেতুকে নাৰীৰ গৃহমুখী দায়িত্ব কিছুদূৰ সীমিত হৈছে যদিও নাৰীৰ পাৰিবাৰিক কৰ্ত্তৃত্ব প্ৰায় একেদৰে আছে। পথাৰ আৰু শস্য-উৎপাদনৰ ক্ষেত্ৰত নাৰীৰ উৎপাদিকা শক্তিক সমাজে চিৰকাল প্ৰতীকী অৰ্থত ব্যৱহাৰ কৰি অহা হেতুকে নাৰীৰ সামাজিক স্থান আজিও অলঙ্ঘনীয় হৈ আছে।

এইখিনিতে একেষাৰ কথা মন কৰিবলগীয়া ঃ প্ৰাচীন সমাজ পিতৃ-প্ৰধান আৰু মাতৃপ্ৰধান, এই দুটা ভাগত যদিও বিভক্ত, তথাপি দুয়োটাৰ মাজত তেনেধৰণৰ পানী-নসৰকা ব্যৱধানৰ আঁচ মাৰিব নোৱাৰি। দুয়োটা সমান্তৰালভাৱে প্ৰৱাহিত বস্তু নহয় যদিও সন্তানৰ ক্ষেত্ৰত ইটোৰ সৈতে সিটো সূক্ষ্মভাৱে সাঙোৰ খাই আছে। ইটো সিটোৰ পৰিপূৰকহে। পৰিয়াল-জীৱন আৰু ব্যক্তিগত-জীৱন, দুয়োটাকে নিয়াৰিকৈ গঢ় দিব পৰাৰ ওপৰতেই বৈবাহিক-জীৱনৰ সাৰ্থকতা নিৰ্ভৰ কৰিছে। নাৰীক গঢ় দি সুগৃহিণী কৰি তোলাৰ ক্ষেত্ৰত পুৰুষৰ বৰঙনি কম নহয়। এইষাৰ কথা বিস্মৃত হলে কাৰো কল্যাণ হব নোৱাৰে। ফৰাছী সাহিত্যিক ব্যালজাকে বৰ মনোৰম কথা এষাৰ কৈছিল ঃ "পত্নী স্বামীৰ সৃষ্টি।"

মানুহৰ সন্তান জন্মৰ বহুবছৰ পাচলৈকে অসহায় হৈ থাকে, পিতৃ-মাতৃ বা আন কাৰোবাৰ সহায় নহলে জীৱন-ধাৰণ কৰা সন্তানৰ পক্ষে অসম্ভৱ। উপজিয়েই গৰু পোৱালি নিজৰ ঠেঙৰ ওপৰত ভৰ দি চলন-ফুৰণ কৰিব পৰা হয়। মাকৰ বিশেষ সহায় নোহোৱাকৈ সি ডাঙৰ-

দীঘল হয়। মানুহৰ সন্তানৰ ক্ষেত্ৰত এইষাৰ কথা বিপৰীত। বিখ্যাত সমাজ বুৰঞ্জীৰ পণ্ডিত ব্ৰনীছ্‌লো মেলীনোস্কীৰ 'চেক্স, কালছাৰ এণ্ড মিথ' বোলা অবিস্মৰণীয় কিতাপখনত একেষাৰ কথা পঢ়া মনত আছে: "ক্ৰমবৰ্দ্ধমান গতিস্ৰোতত কোনো এক জীৱ যিমানেই আগবঢ়া হয়, সিমানেই তাৰ শৈশৱকালৰ অপৰিপক্কতা আৰু সিমানেই নিঃসহয়তা, সিমানেই তাৰ পিতৃ-মাতৃৰ সাহাৰ্য্য আৰু শিক্ষা প্ৰয়োজন। এই কাৰণেই সম্ভৱতঃ মানুহৰ জীৱনত বিবাহৰ জৰিয়তে যৌন-সঙ্গম আৰু তেনে যৌন-সঙ্গমৰ জৰিয়তে সন্তান জন্ম ব্যৱস্থা সাৰস্ত্য কৰা হৈছিল।" গৰুৰ পিতৃৰতো কোনো পৰিচয় নাই। গতিকে পোৱালি যদি চাব লগা হয়, সেই দায়িত্ব সম্পূৰ্ণৰূপে গাইজনীৰ। গতিকেই ভগবানৰ এই কৌশল।

প্ৰকৃতপক্ষে বিবাহ-অনুষ্ঠানক জীৱন দিছে সন্তানে। অৰ্থাৎ সন্তানৰ প্ৰতি পিতৃ-মাতৃৰ যি স্বভাৱসিদ্ধ দায়িত্ব, সেই দায়িত্বই। গৰ্ভধাৰণ কালছোৱাত নাৰীক পুৰুষৰ সহায় লাগে, সন্তান জন্ম হোৱাৰ পিছতো এই সাহাৰ্য্যৰ প্ৰয়োজন। এই দায়িত্ব পালন কৰিব কোনে? যাৰ ঔৰসজাত সন্তান, সেই সন্তানৰ পিতৃয়ে। এনে প্ৰয়োজনীয় সম্বন্ধ সূক্ষ্ম অনুভূতি সঞ্চাৰ কৰি জীয়াই ৰাখিব লগা হয়। সেইকাৰণেই বৈবাহিক সম্বন্ধৰ লেখীয়া সুশৃঙ্খল সম্বন্ধৰ প্ৰয়োজন। ইতৰ জন্তু-জগতৰ দৰে কেৱল সন্তান উৎপাদনতেই মানৱ-জীৱনৰ উদ্দেশ্য শেষ নহয়। জন্তুজগতত সন্তান উৎপাদনৰ কাৰণে বিবাহ-বন্ধনৰ প্ৰয়োজন নহয়। গাইজনীয়ে গৰ্ভধাৰণ কৰিবলৈ বিচাৰে, ষাঁড়টোৱে তাইৰ এই দাবী পূৰণ কৰে। ইয়াতেই তাৰ দায়িত্বৰ আদি আৰু অন্ত। এইষাৰ কথা মানুহৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব নোৱাৰি; ই মানুহৰ প্ৰকৃতি-বিৰোধী। মাতৃপ্ৰধান সমাজত সন্তানৰ প্ৰতি দায়িত্ব পিতৃয়েই যে কেৱল পালন কৰিবলগীয়া হয়, এনে নহয়; সন্তানৰ মাতৃবৰ্গয়ো এই দায়িত্ব, কোনো কোনো ক্ষেত্ৰত আংশিকভাৱে হলেও, পালন কৰিব লগা হয়। চমুকৈ কবলৈ হলে, একোটা যুৱীয়া পৰিয়ালৰ কেন্দ্ৰস্থ বস্তু হৈছে স্বামী, স্ত্ৰী আৰু সন্তান। এইষাৰ কথা যৌনতত্বৰ পিনৰ পৰা যেনেকৈ সঁচা, তেনেকৈয়ে অৰ্থনীতিৰ পিনৰ পৰাও সঁচা; কেৱল মাতৃপ্ৰধান সমাজতহে কিছুদূৰ ইয়াৰ ব্যতিক্ৰম হোৱা দেখা যায়। এই ক্ষেত্ৰত, সম্পূৰ্ণৰূপে নহলেও, দায়িত্ব কিছুদূৰ মাতৃৰ ভাতৃবৰ্গৰ ওপৰতো ন্যস্ত হয়।



যৌনবিধান যেনেকৈ কিবা এটা লক্ষ্যত উপনীত হোৱা পন্থা বিশেষ, তেনেকৈ ই পৰিয়ালগত অৰ্থনৈতিক জীৱন নিৰ্দ্ধাৰণৰো পন্থা বিশেষ। বৈবাহিক জীৱনৰ দ্বাৰা সাধাৰণতে এই কেইটা লক্ষ্যক গাঢ় কৰা হয়; (১) সন্তানজন্ম, (২) সন্তানৰ লালন-পালন, (৩) সন্তানৰ শিক্ষা-দীক্ষা, (৪) সন্তানৰ জীৱনত পিতৃমাতৃৰ প্ৰভাৱ-বিস্তাৰ, আৰু শেষৰটো হৈছে (৫) পৰিয়ালৰ অৰ্থনৈতিক নিৰাপত্তা আৰু অৰ্থনৈতিক জীৱন-নিৰ্দ্ধাৰণ। এই কেইটা বস্তুক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা সামগ্ৰিক চেতনা হৈছে বৈবাহিক জীৱনৰ হৃদিস্পন্দন। এনে ধৰণৰ সামগ্ৰিক চেতনাক বিভিন্ন কোৱাছলৈ ৰূপান্তৰিত কৰিব নোৱাৰি।

পথাৰত নাৰীৰ শ্ৰম, ইয়াৰ জৰিয়তে তেওঁৰ সামাজিক মৰ্য্যাদা আৰু পৰিয়ালৰ অৰ্থনৈতিক জীৱনলৈ বৰঙণি, এনেবোৰ বস্তুক কেন্দ্ৰ কৰি মাতৃপ্ৰধান সমাজৰ অৰ্থনৈতিক চিন্তা-দৰ্শনৰ উৎপত্তি হৈছিল। এই খিনিতে অৱশ্যে একেষাৰ কথা মনত ৰখা উচিত। মাটিৰ মালিক নাৰী নহয়, তেওঁৰ স্বামীহে।

প্ৰায় সকলো সমাজতে সন্তানৰ উল্লেখ পিতৃ-মাতৃৰ নামৰ উল্লেখেৰে কৰা হয়। "এইটো অমুকৰ ল'ৰা, এইজনী অমুকৰ ছোৱালী", ইত্যাদি। এই কাৰণেই ল'ৰা-ছোৱালীৰ জন্মৰ নিশ্চয়তাৰ কথা আহি পৰে। এনে নিশ্চয়তা বৈবাহিক জীৱনৰ দ্বাৰাইহে নিৰূপণ কৰিব পৰা হয়; গতিকেই বিবাহ-অনুষ্ঠানৰ প্ৰয়োজন। বিবাহৰ ক্ষেত্ৰত কেইটামান অপৰিহাৰ্য্য বস্তুৰ কথা আছে: এটা হৈছে নাৰী-পুৰুষ উভয়ৰে শাৰীৰিক সম্মোহন। আনটো হৈছে চাৰিত্ৰিক সামঞ্জস্য। এই কেইটা কথাৰ উপৰিও পাৰম্পৰিক বংশ-মৰ্য্যাদা আৰু অৰ্থনৈতিক নিৰাপত্তাৰ প্ৰশ্নও উত্থাপিত নোহোৱাকৈ নেথাকে। অৰ্থনৈতিক নিৰাপত্তা কেৱল পত্নীৰ কাৰণেই নহয়, সন্তানৰ কাৰণেও অপৰিহাৰ্য্য।

শিশুৰ জীৱন আৰু পিতৃ-মাতৃৰ জীৱন, এই উভয়ৰে সম্বন্ধ অভেদ্য। যুগে যুগে মানুহৰ সাংস্কৃতিক বুৰঞ্জীয়ে এই সম্বন্ধক জীপ দি আহিছে। সংস্কৃতিয়ে ৰূপ দিয়া এই মানৱ-সম্বন্ধ কৃত্ৰিম বস্তু হব নোৱাৰে। এই সম্বন্ধৰ অন্তৰালত আছে মানুহৰ স্বভাৱগত স্নেহ-প্ৰীতি। নাৰীৰ গৰ্ভধাৰণ সময়ৰ পৰা সন্তান-জন্মৰ মুহূৰ্ত্তলৈকে যি সংস্কাৰসমূহ পালন কৰা হয়, এই সংস্কাৰ সমূহেই হৈছে উপৰুক্ত স্নেহ-প্ৰীতিৰ সংস্কৃতিগত

প্ৰকাশ। এই বিষয়ে "আঁচুফুল" কিতাপত সন্নিৱিষ্ট 'জন্ম, মৃত্যু, বিবাহ' বোলা প্ৰৱন্ধটোত বিশেষ উল্লেখ আছে।

ওপৰত উল্লেখ কৰা পাৰিবাৰিক স্নেহ-প্ৰীতিৰ ক্ষেত্ৰত একেষাৰ কথা কব লাগিব ঃ মাতৃপ্ৰধান সমাজত এই প্ৰীতিৰ সম্বন্ধৰ কিছু তাৰতম্য নঘটাকৈ নেথাকে। কোনো কোনো মাতৃপ্ৰধান সমাজত সন্তানৰ মাতৃ-গৃহত পিতৃ হৈছে আলহী। তথাপিও পিতৃৰ সন্তানৰ প্ৰতি যি স্বভাৱগত স্নেহ, মাতৃপ্ৰধান সমাজত সেই স্নেহৰ স্বভাৱতে কিছু তাৰতম্য ঘটে বুলি ধাৰণা কৰাটো বৰ শুদ্ধ কথা নহব। মানৱ-পৰিয়ালৰ একমাত্ৰ লক্ষ্য যৌন-কাৰ্য্য নহয়।

পিতৃপ্ৰধান সমাজত সন্তান-সন্ততিৰ ওপৰত পিতৃৰ কৰ্তৃত্ব স্বভাৱ-সিদ্ধ বস্তু। মাতৃপ্ৰধান সমাজত সাধাৰণতে এই কৰ্তৃত্ব বিকেন্দ্ৰীভূত হয়। আগতে কৈ অহা হৈছে, এই ক্ষেত্ৰত সন্তানৰ মাতুলবৰ্গৰ কৰ্তৃত্ব কেনেদৰে সাব্যস্ত হয়, সেই বিষয়ে। সমাজত তেজৰ সম্বন্ধ যেনেদৰে ব্যক্তিগত বস্তু, তেনেদৰে ই সামগ্ৰিক চেতনাৰ বস্তুও। এই সম্বন্ধ সন্তান জন্ম হোৱাৰ লগে লগে আৰম্ভ হয়। ক্ৰমাৎ ই বিস্তৃতি লাভ কৰি এক সুসংগঠিত বাস্তৱলৈ ৰূপান্তৰিত হয়। অৱশ্যে এই সম্বন্ধ ৰক্ষাৰ ক্ষেত্ৰত যে কিছুদূৰ বিপদে দেখা নিদিয়ে, তেনে কথা নহয়। বিবাহ জানো এক বিপদ নহয়? এই বিপদৰ সন্মুখীন হৈ এক সুশৃঙ্খল যুৱীয়া জীৱনৰ উদ্ভাৱন সাধন কৰিব পৰাটো কেনে কষ্টকৰ কথা, সেই বিষয়ে বহলাই কব খোজা নাই। বৈবাহিক জীৱন সাৰ্থক কৰি তুলিব পৰাৰ ওপৰতেই বহুদূৰ জীৱনৰ সাৰ্থকতা নিৰ্ভৰ কৰে। কোনো কোনো সমাজত আনকি মৃত্যুৰেও ৰক্তস্ৰোতৰ সম্বন্ধক বিচ্ছিন্ন কৰিব নোৱাৰে বুলি ধাৰণা প্ৰৱৰ্ত্তমান। বিচ্ছিন্ন কৰিব নোৱাৰে কাৰণেই কোনো কোনো সমাজত এতিয়াও উপৰিপুৰুষ উপাসনা, শ্ৰাদ্ধ-তৰ্পণ, আদি ব্যৱস্থা প্ৰৱৰ্ত্তমান।

আগতে এটা অধ্যায়ত কৈ অহাৰ দৰে জাপানৰ শ্বিণ্টোপন্থীসকলৰ সমাজত উপৰিপুৰুষ উপাসনা এক অপৰিহাৰ্য্য বস্তু। এই সকলৰ সমাজত পৰিয়ালে প্ৰতি একোটা মন্দিৰ আছে। মন্দিৰত কাঠৰ ফলিত স্বৰ্গগামী পূৰ্ব্বপুৰুষসকলৰ নাম, জন্ম আৰু মৃত্যুৰ তাৰিখ লেখা থাকে। ধূপৰ ধোঁৱাৰে সুৰভিত মন্দিৰত পৰিয়ালবৰ্গই উপৰিপুৰুষসকলৰ



উদ্দেশ্যৰে সেৱা জনায়। ধৰ্ম্ম-উৎসৱত এইসকলৰ উদ্দেশ্যৰে উপচাৰ আগবঢ়োৱা হয়।

প্ৰাচ্যৰ মনে সদায়েই পৰিয়ালৰ মৃতাত্মাসকলক সমূহ পৰিয়ালৰ জীৱন্ত সত্বাৰ অংশ স্বৰূপে ধৰি আহিছে। আমাৰ শ্ৰাদ্ধ প্ৰথা এনে এক মনস্তত্বৰ অংশবিশেষ। পৰিয়ালৰ চকুত মৃতাত্মাসকলে দেৱতাৰ ৰূপ লয়। পূৰ্ব্বপুৰুষ উপাসনা চীন আৰু জাপান, উভয় দেশতে এতিয়াও আমাৰ শ্ৰাদ্ধ-তৰ্পণৰ লেখীয়াকৈ প্ৰৱৰ্ত্তমান। এইষাৰ কথা যে কেৱল প্ৰাচ্যতে প্ৰৱৰ্ত্তমান, এনে নহয়। একালত এই প্ৰথা ৰোমান সকলৰ সমাজতো প্ৰচলিত আছিল। উপৰিপুৰুষসকলৰ অৰ্চনা সম্পাদিত নহলে বিবাহ-কাৰ্য্য সম্পাদিত হব নোৱাৰে। এয়ে আছিল প্ৰাচীন ৰোমান সমাজৰ ৰীতি। সেইদৰে দেৱতা সকলৰ তৃপ্তিবিধান আছিল বিবাহ অনুষ্ঠানৰ এক অপৰিহাৰ্য্য বস্তু। দেৱতাৰ উদ্দেশ্যে দৰা-কইনাই পিঠা উছৰ্গা কৰাটো আছিল এক প্ৰয়োজনীয় বিধান। আজি পাশ্চাত্য সমাজত প্ৰচলিত 'বিবাহ-পিঠা', 'ৱেডিং কেক্' সম্ভৱতঃ এই প্ৰাচীন প্ৰথাৰ ৰূপান্তৰ বিশেষ। এইবোৰ পিতৃপ্ৰধান সমাজে ৰূপ দিয়া সামাজিক ৰীতি-পদ্ধতি। বহুক্ষেত্ৰত এই ৰীতি-পদ্ধতিসমূহৰ প্ৰকৃত অৰ্থ হেৰাই গৈছে। তথাপি সেইবোৰৰ স্মৃতিচিন আজিও আমাৰ সমাজ-সভ্যতাৰ বুকুত জীৱন্ত হৈ আছে।

অৱশ্যে মেলিনোস্কীয়ে কবৰ দৰে এইষাৰ কথাও সঁচা ঃ "অন্তঃসাৰ-শূন্য আনুগত্যই কোনো প্ৰাণহীন পদ্ধতিক জীপ দি কেতিয়াও জীৱন্ত কৰি তুলিব নোৱাৰে। প্ৰাণহীন বস্তুক ঐতিহ্যৰ মৰ্য্যাদা দি জীৱন্ত কৰি তুলিবলৈ যত্ন নকৰাই ভাল।"

সন্তান-উৎপাদনৰ কাৰণে আদিম সমাজে দুটা বস্তুৰ প্ৰয়োজন বুলি সাব্যস্ত কৰিছিল। এক হৈছে ভূত-প্ৰেতৰ অশুভ দৃষ্টিৰ পৰা গৰ্ভসম্ভৱা নাৰীক ৰক্ষা কৰা; ইয়াৰ বাবে সমাজত বহুতো যাদুবিদ্যাৰ আৱিৰ্ভাৱ হৈছিল। ইয়াৰ বিষয়ে এখন কিতাপ লেখাৰ সমল আছে। আমাৰ কোনোবা সুধীজনে লেখিলে ভাল পাম। আৰু দ্বিতীয় হৈছে ব্যক্তিগত ব্যৱহাৰিক জীৱনতেই কেৱল নহয়, সাংস্কৃতিক জীৱনতো এনে বস্তুৰ সৈতে সম্বন্ধ স্থাপন, যি বস্তুৱে নাৰীৰ সন্তানদায়িনী শক্তিক কিবা এক প্ৰখৰতা প্ৰদান কৰিবৰ কাৰণে সক্ষম। ইয়াৰ পম খেদি সৰহদূৰ যাব

নেলাগে: আদিম কৃষিজীৱী সমাজত এনে বস্তুৰ, যি বস্তুৱে প্ৰজনন শক্তিৰ প্ৰখৰতা বৃদ্ধি কৰে নাইবা যি বস্তুৱে যৌনধৰ্ম্মী প্ৰতীকৰ উদ্ভাৱন উদ্ৰেক কৰে, তেনে বস্তুৰ প্ৰাদুৰ্ভাৱ অধিক। আমাৰ দেশত শিৱলিঙ্গৰ জনপ্ৰিয়তাৰ ইয়ো এক কাৰণ। দেখাত অশ্লীল যদিও যৌন-জীৱনৰ ই যে এক সৌষ্ঠৱশালী প্ৰতীক, সেই বিষয়ে সন্দেহ নাই। ইয়াৰ উপৰিও সমাজ-বুৰঞ্জী ফঁহিয়াই চালে এটা বস্তু স্পষ্ট হৈ পৰে: ধান, শস্য, কড়ি কোষা-অৰ্ঘ্য, ইত্যাদি বস্তুৰ প্ৰতীকধৰ্ম্মী এক অৰ্থ আছে। ধান, শস্য ইত্যাদিৰ উৎপাদন আৰু সন্তান উৎপাদন, দুয়োটা বস্তু সমজাতীয় সৃষ্টি। দুয়োটাৰ সৃষ্টি-কাৰ্য্যও প্ৰায় সমজাতীয়। গতিকেই প্ৰাচীন কৃষীয় সমাজত আমাৰ দেশত লিঙ্গ উপাসনা কৰাৰ দৰে নাঙল উপাসনা কৰা হৈছিল। নাঙল পুৰুষ-অঙ্গৰ প্ৰতীক। বৰ্ত্তমানৰ ট্ৰেক্টাৰৰ যুগত নাঙলৰ প্ৰাচীন অৰ্থ অৱশ্যে বহুদূৰ খৰ্ব্ব হৈছে। ওপৰত কড়িৰ কথা উল্লেখ কৰিছোঁ। প্ৰাচীন ইজিপ্টত কড়িক মুদ্ৰাস্বৰূপে ব্যৱহাৰ কৰা হৈছিল। কাৰণ কড়ি দেখিবলৈ নাৰী-অঙ্গৰ লেখীয়া। যেনেকৈ মুদ্ৰাৰ মূল্য পদাৰ্থ বৃদ্ধিত, তেনেকৈ নাৰী-অঙ্গৰ মূল্য সন্তান বৃদ্ধিত। কড়ি আৰু নাৰী-অঙ্গৰ ব্যৱহাৰিক অৰ্থ আৰু প্ৰতিকৃতি একে হোৱাৰ কাৰণে প্ৰচলন ক্ষেত্ৰতো অৰ্থ সমজাতীয়।

সকলো সমাজ-ব্যৱস্থাতে সন্তানৰ বাবে পিতৃৰ স্থান অপৰিহাৰ্য্য। এই একেদৰেই বিধিসম্মতভাৱে মাতৃত্বৰ গৌৰৱ বহনৰ কাৰণে প্ৰত্যেক গৰাকী নাৰীৰ কাৰণে একোজন পুৰুষৰ, অৰ্থাৎ স্বামীৰ প্ৰয়োজন অপৰিহাৰ্য্য। বিবাহে স্বীকৃতি নিদিয়া জাৰজ সন্তানৰ স্থান অসামাজিক। কাৰণ, ই হৈছে সমাজৰ দ্বাৰা অনুমোদিত নোহোৱা সৃষ্টি। এবাহ নাৰী আৰু এবাহ জাৰজ সন্তান, কেনে এক অস্বাভাৱিক বস্তু। পতি, পত্নী, সন্তান, এই তিনিটাৰ এটাৰ অবিহনে কোনো পৰিয়াল কেতিয়াও স্বয়ংসম্পূৰ্ণ হব নোৱাৰে। পতি বা পত্নী কাৰোবাৰ মৃত্যু হব পাৰে, তথাপি তেওঁলোকৰ সহযোগী আদৰ্শ ই জন্ম দিয়া সন্তান হৈছে সমাজ-স্বীকৃত সৃষ্টি। সমাজৰ দৃষ্টিত এইযাবেই হৈছে ঘাই কথা।

"শুই থাকা, মোৰ সোণ, শুই থাকা,
পুখুৰীত মাছবোৰো শুই আছে।"

# যুৱীয়া জীৱন: বাল্য-বিবাহ

পৃথিৱীৰ কোনো দেশতেই বাল্য-বিবাহ প্ৰথাৰ প্ৰচলন নাই, আনকি আমাৰ দাঁতিকাষৰীয়া প্ৰাচ্যৰ দেশসমূহতো এই সমস্যাটো নাই। ভাৰতত আছে। বৰ্ত্তমান অৱস্থাৰ তাড়নাত আৰু চেতনাৰ হেঁচাত বাল্য-বিবাহ সমস্যা ভাৰতৰ পৰা কিছুদূৰ অন্তৰ্দ্ধান নোহোৱাকৈ থকা নাই। কিন্তু একালত ই যে উৎকট ভাৱে আছিল, সেইবিষয়ে বুৰঞ্জীয়ে আজিও ৰিঙিয়াই কয়। সৌ সিদিনালৈকে বাল্য-বিবাহে আমাৰ সমাজ পঙ্গু কৰি আহিছে। সৰহদূৰ যাব নেলাগে, ১৯২১ চনৰ চেঞ্চাছ ৰিপোৰ্টৰ পাত লুটিয়াই চালেই আমাৰ অভিমত স্পষ্ট হৈ পৰিব। ১৮৯১ চনত, আজি শুনিলে আচৰিত লাগিব পাৰে যে ৫ আৰু ১০ বছৰৰ ভিতৰৰ শতকৰা ১৩জনী ছোৱালীৰ বিয়া হৈছিল। পাঁচবছৰীয়া ছোৱালীৰ বিয়াৰ কথা শুনিলে আজি গা জিকাৰ খাই উঠিব। তথাপি, আমাৰ দেশত একালত এনে এটা প্ৰথা প্ৰচলিত আছিল। ১৯২১ চনত উপৰুক্ত সংখ্যা কিছুদূৰ হ্ৰাস পাই শতকৰা ৯ জনীলৈ পৰিণত হয়। অৰ্থাৎ ১০গৰাকীৰ ভিতৰত ৫ আৰু ১০ বছৰৰ ভিতৰত এগৰাকীকৈ পত্নী হবলগা হৈছিল।

ওপৰত উল্লেখ কৰা চেঞ্চাছ ৰিপোৰ্টৰ মতে ১৮৯১ চনত ১০ আৰু ১৫ বছৰৰ ভিতৰত শতকৰা ৫১ জনী ছোৱালীৰ বিয়া হৈছিল। ১৯২১ চনত এই সংখ্যা হ্ৰাস পাই অৱশ্যে শতকৰা ৪০ হয়। এই দুটা হিচাপ একত্ৰীত কৰি চালেই ওলাই পৰিব—এই সময়ত ৫ আৰু ১৫ বছৰৰ কালছোৱাত ৪ গৰাকীৰ ভিতৰত এগৰাকীয়ে অন্ততঃ পত্নীৰ দায়িত্ব বহন কৰিব লগা হৈছিল।

এনেদৰে তেনেই কম বয়সতে বিবাহবন্ধনত আৱদ্ধ হব লগা হোৱা ছোৱালীৰ যৌন-জীৱন কেনেদৰে দুৰ্ব্বহ আৰু কষ্টকৰ হৈছিল, তাৰ সবিশেষ বৰ্ণনা মিচ মেয়োৰ 'মাডাৰ ইণ্ডিয়া' বোলা কিতাপত আছে। গান্ধীজীয়ে কিতাপখন তীব্ৰভাষাত সমালোচনা কৰিছিল যদিও ইয়াত প্ৰকাশ পোৱা তথ্য-পাতিয়েই নহয়, আন বহুতো কথা বাস্তৱক্ষেত্ৰত সঁচা। বহুতো বালিকাবধু স্বামীৰ যৌন-আক্ৰমণত কেনেকৈ চিৰকাল

কাৰণে ব্যাধিগ্ৰস্তা হৈছিল, সেই বিষয়ে ডাক্তৰৰ পৰা সংগ্ৰহ কৰি চৰকাৰী বিপোৰ্টত তথ্য-পাতি প্ৰকাশ নকৰা হলে বিশ্বাস কৰিবলৈ সম্ভৱতঃ টান হ'লহেঁতেন। ওপৰে ওপৰে চাবলৈ গলে, এই কিতাপখনে আমাৰ জাতীয় মৰ্য্যাদাক আঘাত কৰিছিল যদিও ইয়াৰ জৰিয়তে যে এটা গুৰুতৰ সামাজিক সমস্যাৰ প্ৰতি মানুহৰ দৃষ্টি আকৰ্ষিত হৈছিল, সেই বিষয়ে সন্দেহ নাই। এই ফালৰ পৰা কিতাপখনৰ বৰঙনি অতুলনীয়। বাল্য-বিবাহে সৃষ্টিকৰা বৈধব্যসমস্যা কেনেদৰে দুৰূহ আছিল, সেই-বিষয়ে মিচ মেয়োই এনেদৰে উল্লেখ কৰিছেঃ "বিবাহবন্ধন কি বস্তু নজনা তিনিবছৰীয়া ছোৱালীয়েই হওক বা স্বামীৰ সৈতে সহবাসৰ জুতি পোৱা নাৰীয়েই হওক, বিধবাৰ অৱস্থা একেই। স্বামীৰ মৃত্যুৱে তাইক কলুষিত পাপাত্মালৈ ৰূপান্তৰিত কৰিছিল।"

সামাজিকেই হওক বা যৌন-তাত্ত্বিকেই হওক, বাল্য-বিবাহ যে অবৈজ্ঞানিক, অমাৰ্জ্জনীয় কথা, সেইবিষয়ে সন্দেহ নাই। অৱশ্যে ভাৰতীয় জীৱনত এই ব্যৱস্থাৰ অন্তৰালত যে এক প্ৰাচীন ঐতিহ্য, ভুলেই হওক বা শুদ্ধই হওক, নিহিত হৈ আছে, সেই বিষয়ে দ্বিমত হব নোৱাৰি। এই বিষয়ে ঋষি পৰাসৰে এক কঠোৰ অনুশাসন প্ৰৱৰ্ত্তন কৰিছিল। এইজনা ঋষিৰ মতেঃ "বাৰবছৰ হৈ যোৱাৰ পিছতো যি পিতৃয়ে কন্যা দান দিব নোৱাৰে, সেই পিতৃৰ উপৰিপুৰুষ সকলে সেই পুষ্পিতা কন্যাৰ মাহেকীয়া ঋতুশ্ৰাব পান কৰিব লাগিব"। এয়ে আছিল ঋষি পৰাসৰৰ কঠোৰ অনুশাসন। বাল্য-বিবাহৰ ক্ষেত্ৰত এয়ে আছিল প্ৰাচীন অন্ধ সমাজৰ অনুপ্ৰেৰণা।

আমাৰ সমাজত বাল্য-বিবাহৰ উদ্ভৱ সাধন হবলৈ পালে কেনেকৈ? কোনেও ইয়াৰ আঁতিগুৰি বিচাৰিব নোখোজে। সকলোৱে মাথোন কয়ঃ "ই আমাৰ অতি প্ৰাচীন প্ৰথা।" ভাৱপ্ৰৱণতাৰেতো কোনো সমস্যা আলোচনা কৰিব নোৱাৰি। অৱশ্যে এইষাৰ কথা সঁচা, বাল্য-বিবাহ প্ৰথা কেতিয়া উদ্ভৱ হ'ল, সেইবিষয়ে ঠিৰাং কৈ কোৱা টান। জ'হান মেয়াৰৰ 'ইণ্ডিয়ান উইমেন এণ্ড ডি ৰেষ্ট' বোলা কিতাপৰ মতে খ্ৰীষ্টৰ জন্মৰ বহু আগৰে পৰা ভাৰতৰ হিন্দু সমাজত বাল্য-বিবাহৰ প্ৰচলন প্ৰৱৰ্ত্তমান। থোৰতে কবলৈ গলে, কোনো প্ৰকাৰে বাল্য-বিবাহ প্ৰশংসনীয় বস্তু হব নোৱাৰে। বিবাহৰ মানেই হৈছে যৌন-জীৱন।



যৌন-জীৱন যাপনৰ কাৰণে ল'ৰা-ছোৱালী উভয়েই শাৰীৰিক আৰু মানসিক, উভয় দিশৰ পৰা পূৰ্ণাংগ হোৱা উচিত।

কোনো কোনো বুৰঞ্জীবিদৰ মতে বাল্য-বিবাহ পোনতে হিন্দুসমাজত নহয়, বৌদ্ধ সমাজতহে আৱিৰ্ভাৱ হৈছিল। বৌদ্ধ ধৰ্ম্মৰ পৰা ক্ৰমাৎ ই হিন্দু-ধৰ্ম্মলৈ বিয়পি পৰে, এনেদৰে সাধাৰণতে ধাৰণা কৰা হয়। আমাৰ শাস্ত্ৰজ্ঞ সকলৰ মতে একোগৰাকী যুৱতীৰ গৰ্ভধাৰণ নোহোৱা হেতুকে যিমান বাৰেই ঋতুশ্ৰাৱ হয়, সিমান বাৰেই একোটা ভ্ৰূণ নষ্ট হয়। গৰ্ভধাৰণ হৈছে ঋতুস্ৰাৱৰ সৈতে সম্বন্ধিত বস্তু। সমাজে স্বীকৃতি দিয়া গৰ্ভধাৰণৰ একমাত্ৰ পন্থা হৈছে বিবাহ। জ'হান মেয়াৰৰ 'ইণ্ডিয়ান উইমেন এণ্ড ডি ৰেষ্ট' কিতাপত আছেঃ "যিমানবাৰেই পূৰ্ণাংগ একোগৰাকী গাভৰুৰ ঋতুস্ৰাৱ হয়, সিমানবাৰেই বিয়া নিদি তেওঁৰ গৰ্ভধাৰণ কাৰ্য্যত বাধা দিয়াৰ কাৰণে তেওঁৰ পিতৃ-মাতৃ আৰু অভিভাবকসকল ভ্ৰূণহত্যা অপৰাধত অপৰাধী।" সকলো প্ৰকাৰে বাল্য-বিবাহৰ বিৰোধী আছিল যদিও কৰিগুৰু ৰবীন্দ্ৰনাথে বাল্য-বিবাহৰ আন এটা কাৰণ আগবঢ়াইছে। কৱিৰ মতে অবিবাহিতা হৈ থকা যুৱতীৰ সকলোপিনৰ পৰা বিপদ। সৎ, অসৎ, সকলো প্ৰকাৰৰ পুৰুষৰ তেওঁৰ ওপৰত চকু, অৰ্থাৎ তেওঁৰ দেহাৰ মঙহৰ ওপৰত। উপৰুৱাকৈ নাৰীদেহা উপভোগ কৰিবলৈ যিমান পুৰুষ প্ৰস্তুত, তাৰ এশভাগৰ এভাগো উপভোগৰ লগতে বিবাহ-বন্ধনত সোমাই যুৱীয়া জীৱন যাপন কৰিবলৈ প্ৰস্তুত নহয়। অবিবাহিতা যুৱতী নাৰীৰ ক্ষেত্ৰত কেৱল বাহিৰৰ পৰাই যে বিপদ এনে নহয়, পৰিয়ালৰ আভ্যন্তৰীণ ক্ষেত্ৰতো বিপদ ঘনীভূত নোহোৱাকৈ নাছিল। একালত ভাৰতীয় হিন্দুপৰিয়াল যৌথ পদ্ধতিৰ আছিল। এইবোৰ হৈছে বাহিৰৰ পৰা অহা বিপদৰ সম্ভাৱনা। আনহাতে অবিবাহিতা যুৱতীৰ যে যৌন-বিকাৰৰ সম্ভাৱনাও কম নহয়, সেইষাৰ কথাও পাহৰিব নোৱাৰি। ইয়াৰ উপৰি আৰু এটা অসুবিধা আছেঃ বিয়াৰ পূৰ্ব্বেই কোনোবা যুৱতীৰ কুমাৰী ধৰ্ম্মৰ যদি বিপৰ্য্যয় ঘটিল, তেনে ছোৱালীক বিয়া দিয়াটোও টান হৈ পৰে। গতিকে খাল খান্দি ঘঁৰিয়াল চপাই অনাতকৈ আগতীয়াকৈ ছোৱালীৰ বিবাহকাৰ্য্য সমাধা কৰিব পৰাটো কল্যাণজনক কথা। প্ৰাচীন সমাজে এনেদৰে ভাবিছিল আৰু কামো কৰিছিল।

চাৰ উইলিয়াম হাণ্টাৰৰ মতে বহিঁশত্ৰু, যাইকৈ আক্ৰমণকাৰীৰ হাতৰ পৰা যুৱতী কন্যা ৰক্ষা কৰাৰ মানসৰে হিন্দুসমাজত বাল্য-বিবাহ অনুষ্ঠিত হৈছিল। ইংৰাজ পণ্ডিতজনাৰ এইষাৰ কথা কিমান দূৰ সঁচা, সেই বিষয়ে ভাবি চাবলগীয়া। হান্টাৰ চাহাবৰ মতে বিবাহিতা নাৰীৰ প্ৰতি সাধাৰণতে এই সকল মানুহ আকৃষ্ট নহয়। নাৰী নাৰীয়েই। বিবাহিতাই হওক বা অবিবাহিতাই হওক, নাৰী সদায়েই নাৰী। নাৰীদেহাৰ মঙহ অভিলাষী পুৰুষে এনেবোৰ অলাগতিয়াল বিচাৰ নকৰে। এইখিনিতে মেহেৰুন্নিছা (নুৰজাহান) আৰু চেলিমৰ (জাহাঙ্গীৰ) প্ৰণয়-কাহিনীৰ ফালে দৃষ্টি নিক্ষেপ কৰিব পাৰি। অপূৰ্ব্ব সুন্দৰী মেহেৰুন্নিছা বিবাহিতা নাৰী আছিল।

মেহেৰুন্নিছাৰ স্বামীৰ নাম আছিল শেৰ আফগান। যুৱত ওৰণি তুলি দি কোনো নাৰীক পুৰুষৰ লোলুপ দৃষ্টিৰ পৰা সহজে ৰক্ষা কৰিব নোৱাৰি। মুছলীমৰ আক্ৰমণৰ কাৰণেহে হিন্দু সমাজত বাল্য-বিবাহ প্ৰচলন হৈছিল বুলি কওঁতে হাণ্টাৰে একেবাৰ অতি লাগতিয়াল কথা বিস্মৃত হোৱা যেন লাগে। ভাৰত এখন বিশাল দেশ—এইখন দেশৰ য'ত মুছলীমৰ আক্ৰমণ হোৱা নাছিল, সেইবোৰ অঞ্চলত বাল্য-বিবাহৰ প্ৰচলন হবলৈ পাইছিল কেনেকৈ? সেইবিষয়ে বিস্মৃত হোৱাটো জানো উচিত? আনহাতে হাণ্টাৰ চাহাবৰ কথা ফাকি যদি সঁচা হয়, তেন্তে ভাৰতীয় মুছলীম সমাজত বাল্য-বিবাহ প্ৰচলন হবলৈ পালে কেনেকৈ? এই ক্ষেত্ৰত মুছলীম সমাজতো কম নহয়। এন. এছ. ফাডকেৰৰ 'চেক্স প্ৰবলেমছ্ ইন ইণ্ডিয়া' বোলা কিতাপখনত আছে: "প্ৰায় দশম শতিকাত ভাৰতীয় হিন্দুৰ সংস্পৰ্শলৈ অহাৰ লগে লগেই কিবা এক সংক্ৰামক ব্যধিৰ দৰে বাল্য-বিবাহ মুছলীম সমাজতো শক্তিশালীভাৱে বিয়পি পৰে।" এইখিনিতে ইলিয়েনৰ ৰাথবোনৰ 'চাইল্ড মেৰেজ' বোলা কিতাপখনৰ পৰা একেবাৰ কথা উল্লেখ কৰিব খুজিছোঁ। ১৯৩১ চনৰ হিছাপ পৰীক্ষা কৰি চালে দেখা যায়, দহবছৰৰ নিম্নৰ বাল্য-পত্নীৰ সংখ্যা এই কালছোৱাত হিন্দুসমাজতকৈ মুছলীম সমাজত আনুপাতিক ভাৱে অধিক। ইয়াৰ পৰাই আচল কথাৰ সন্দেহ পাব পাৰি।

বাল্য-বিবাহ সমৰ্থন কৰোঁতাসকলৰ মতে সৰুতে বিবাহকাৰ্য্য সমাপন কৰা হয় যদিও আচলতে যৌৱনপ্ৰাপ্ত নোহোৱা লৈকে কোনো ছোৱালীক প্ৰকৃতপক্ষে পত্নীৰ দায়িত্ব প্ৰদান কৰা নহয়। গতিকে এই সকলৰ মতে বাল্য-বিবাহ এক তথাকথিত বস্তুহে, ইয়াৰ বিষয়ে চিন্তা কৰিব লগা একো নাই। এই সকলৰ মতে বাল্য-বিবাহ আচলতে বিবাহ নহয়, ই শাস্ত্ৰানুসাৰে ভৱিষ্যতৰ কাৰণে এক প্ৰতিশ্ৰুতিহে। এইষাৰ কথা কিমানদূৰ যুক্তিসঙ্গত, সেই বিষয়ে ভাবি চাবলগীয়া। এইষাৰ কথাৰ ওপৰত ভিত্তি কৰি কোনো কোনো পণ্ডিতে এনেদৰে মত প্ৰকাশ কৰে: "হিন্দুৰ বহু বাল্য-বিবাহ হৈছে আচলতে প্ৰতিশ্ৰুতি-বিবাহহে। এনেদৰে বিবাহ হোৱা হিন্দুৰ বালিকাবধু পতি-গৃহত পদাৰ্পণ কৰি আকৌ মাতৃ-গৃহলৈ প্ৰত্যাৱৰ্ত্তন কৰিছিল। মাতৃগৃহত পুষ্পিতা নোহোৱা পৰ্য্যন্ত আছিল। অৱশেষত পুষ্পিতা হোৱাৰ পিছত আকৌ এক উৎসৱ পাতি ছোৱালীক পতি-গৃহলৈ উলিয়াই পঠোৱা হৈছিল। এই সময়ৰ পৰাহে তেওঁ প্ৰকৃত পত্নীৰ দায়িত্ব গ্ৰহণ কৰিবলগীয়া হৈছিল। বালিকা-বধু প্ৰকৃতপক্ষে বধু নহয়—এয়া হৈছে তেওঁলোকৰ ভৱিষ্যত জীৱনৰ প্ৰতিশ্ৰুতিহে।"



ওপৰৰ কথাষাৰৰ মতে সৰুতে বিয়া হলেও পুষ্পিতা নোহোৱা পৰ্য্যন্ত কোনো ছোৱালীয়ে পত্নীৰ দায়িত্ব গ্ৰহণ কৰিব নেলাগে। কিন্তু পুষ্পিতা হলেই যে একোজনী ছোৱালী শাৰীৰিক আৰু মানসিক, উভয় দিশৰ পৰা পৰিপক্ক হ'ল, সেইষাৰ কথাৰ প্ৰমাণ কত? আৰু এটা কথা হৈছে সোনকালে বিয়া হোৱা ছোৱালী সোনকালে পুষ্পিতা হয়। ইয়াৰ কাৰণ আছে: (১) বিবাহ মানেই যৌন-জীৱনৰ বিষয়ে ধাৰণা তাইৰ স্পষ্টতৰ হোৱা; (২) পুষ্পিতা নহলেও তাই মাজে সময়ে যে স্বামীৰ যৌন আক্ৰমণ সহ্য কৰিবলগীয়া নহৈছিল, সেইষাৰ কথাও নহয়। এইবোৰ কাৰণৰ বাবেই এনে ছোৱালীৰ কুমলীয়া অৱস্থাতে দেহাৰ ৰক্ত সঞ্চালন খৰগতিত হৈছিল। আৰু এই খৰ ৰক্ত-সঞ্চালনৰ কাৰণে এওঁলোক পুষ্পিতাও সোনকালে হৈছিল। আনহাতে পুষ্পিতা হোৱা মানেই হৈছে পত্নীৰ দায়িত্ব গ্ৰহণ কৰা।

ওপৰত কৈ অহা হৈছে, কোনো কোনো সমাজবুৰঞ্জীৰ পণ্ডিতৰ মতে পুষ্পিতা হোৱাৰ পূৰ্ব্বেই কোনো কোনো ছোৱালীৰ বিয়া হৈছিল যদিও পুষ্পিতা নোহোৱা পৰ্য্যন্ত সেই ছোৱালীয়ে প্ৰকৃততে পত্নীৰ দায়িত্ব গ্ৰহণ কৰিব লগা হোৱা নাছিল। সেইবুলি এনে ৰীতিৰ বাবেই

যে অৱস্থাৰ প্ৰকৃততে কিবা তাৰতম্য ঘটিছিল, সেইবিষয়ে সন্দেহ। উদাহৰণ স্বৰূপে ধৰা হওক ঃ এজনী ছোৱালী ১১বছৰ ১১মাহ ২৯ দিনৰ দিনা পুষ্পিতা হ'ল। অৰ্থাৎ এদিনৰ আগলৈকে তাইৰ যি অৱস্থা আছিল, সেই অৱস্থাৰ এদিনৰ পিছতেই পৰিবৰ্ত্তন ঘটিল। এই পৰিবৰ্ত্তিত অৱস্থাপ্ৰাপ্ত হোৱাৰ লগে লগে তাই মাতৃত্বৰ বোজা গ্ৰহণ কৰিবলৈকো প্ৰস্তুত হব লগা হ'ল। ইয়াৰ আনুষঙ্গিক যিবোৰ বিপদ, সেইবোৰ বিপদক জানো সহজে অস্বীকাৰ কৰিব পাৰি? এই আনুষঙ্গিক বিপদসমূহ হৈছে কুমলীয়া মাতৃত্ব, দেহাক্ষয়, বৈধব্য, স্বাস্থ্য-হানি, ইত্যাদি।

এইখিনিতে ওপৰত উল্লেখ কৰি অহা কথা এবাৰ আকৌ দোহাৰিব খুজিছোঁ। পুষ্পিতা হোৱাৰ পূৰ্ব্বে জানো একেবাৰে সহবাস নোহোৱাকৈ থাকে? এনে সহবাসৰ উদাহৰণ যথেষ্ট আছে। যোশী কমিটিৰ ৰিপোৰ্ট অনুসাৰে ঃ "এনেধৰণৰ উদাহৰণ বহুতো আছে।" সাধাৰণতে এইষাৰ কথা অনুমান কৰিবলৈ টান। এই অৱস্থাৰ আমূল পৰিৱৰ্ত্তন প্ৰয়োজনীয়।

একালত ভাৰতীয় নাৰীৰ মৃত্যুৰ হাড় অধিক আছিল। ইয়াৰ ঘাই কাৰণ হৈছে আমাৰ সমাজত প্ৰচলিত বাল্য-বিবাহ। বাল্য-বিবাহ মানে পুষ্পিতা হোৱাৰ লগে লগে মাতৃত্বৰ দায়িত্ব গ্ৰহণ। ১৯৩১ চনৰ চেন্সাছ ৰিপোৰ্টত একেষাৰ কথা আছে ঃ "ল'ৰাতকৈ ছোৱালীৰ জীৱনকাল সাধাৰণতে অধিক দীৰ্ঘম্যাদী, শাৰীৰিক অৱস্থাৰ পিনৰ পৰা ছোৱালী অধিক প্ৰস্তুত। ভাৰতত হৈছে স্বাভাৱিকতে শাৰীৰিক যিখিনি শক্তি লৈ একোজনী ছোৱালীয়ে জন্ম গ্ৰহণ কৰে, সেইখিনি শিশু-অৱস্থাত অৱহেলাৰ আৰু শৈশৱ অৱস্থাত মাতৃত্বৰ হেঁচা গ্ৰহণৰ জৰিয়তে ধ্বংসপ্ৰাপ্ত হয়।" ঘনাই মাতৃত্বৰ বোজা গ্ৰহণ কৰিবলগীয়া হোৱাটো যে স্বাস্থ্যৰ পিনৰ পৰা হানিকৰ, সেই বিষয়ে সন্দেহ নাই। এই কাৰণেই কোনো কোনো নাৰীয়ে কমবয়সতে মৃত্যু বৰণ কৰিবলগীয়া হয়। কাৰণ, ইলিয়নৰ ৰাথবোনে কৱৰ দৰে সন্তানৰ গৰ্ভধাৰণ আৰু জন্মই নাৰীদেহাক এনেদৰে থকাসৰকা কৰে যে সেইবিষয়ে ভাবিবলৈ গলে আচৰিত নহৈ উপায় নাই। নাৰী-দেহা যেতিয়া এনে দায়িত্ব গ্ৰহণ কৰিবলৈ অপাৰগ বা অপৈণত হয়, তেতিয়া সেই দেহা কেনেদৰে জৰ্জ্জৰিত হোৱাটো সম্ভৱ, সেই বিষয়ে অলপ চিন্তা কৰিলেই কথাষাৰ স্পষ্ট হৈ পৰিব।



নাৰীৰ ক্ষেত্ৰত মাতৃত্বৰ বোজা হৈছে অতিপাত স্বাস্থ্য হানিকৰ বস্তু। সেইকাৰণেই কোনো কোনোৱে বিবাহিতা নাৰী শিক্ষা কাৰ্য্যত ব্ৰতী হোৱাটো অনুচিত বুলি কয়। শিক্ষাকাৰ্য্য হৈছে মানসিক শ্ৰম। শাৰীৰিক শ্ৰমতকৈ মানসিক শ্ৰমে সোনকালে স্বাস্থ্য হানি কৰে। এফালে মানসিক শ্ৰমে স্বাস্থ্য হানি কৰে, আনফালে মাতৃত্বৰ হেঁচাই স্বাস্থ্য হানি কৰে। গতিকেই স্বাস্থ্যৰক্ষাৰ পিনৰ পৰা বিবাহিতা নাৰী শিক্ষাব্ৰতত ব্ৰতী হোৱা অনুচিত বুলি কোনো কোনো পণ্ডিতে কয়।

আচলতে কবলৈ গলে, সকলো পিনৰ পৰা বাল্য-বিবাহ হৈছে অমানুষিক বস্তু। ভাৰতত ই যে সাৰ্ব্বজনীনভাৱে স্বীকৃতি লাভ কৰিছিল, সেইষাৰ কথা শুদ্ধ নহয়। বহুতৰে মাজত, যেনে পাঞ্জাৱী, শিখ, ইত্যাদিৰ মাজত এই প্ৰথাৰ প্ৰচলন থকা পৰিচয় পাবলৈ নাই। চমুকৈ কবলৈ গলে ব্ৰাহ্মণ সমাজৰ বাহিৰে বাল্য-বিবাহ প্ৰথাই আনক একেদৰে স্পৰ্শ কৰিছিল বুলি কবলৈ টান।

এইখিনিতে একেষাৰ কথা কব খুজিছোঁ। হিন্দু আৰু মুছলীম, উভয় সমাজে বিবাহপূৰ্ব্বৰ যৌন-আক্ৰমণৰ বিপক্ষে সতেজভাৱে মত দি আহিছে। ১৮৪৬ চনত ইণ্ডিয়ান পেনেল কোডৰ খচৰা কৰোঁতে ইয়াৰ পৰিসৰ বঢ়াই নি ল কমিছনে এই বাধা-নিষেধ বাল্য-বিবাহৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিছিল। ১৮৬০ চনত এই বাধানিষেধ আইনসম্মতভাৱে প্ৰয়োগ কৰা হয়। ইয়াৰ অন্যথা হলে আইন অনুসাৰে যাবজ্জীৱন কাৰাদণ্ডৰ দিহা কৰা হৈছিল। বিবাহিতা হলেও দহবছৰৰ তলৰ কোনো ছোৱালীৰ সৈতে পুৰুষৰ যৌন সঙ্গম হব নোৱাৰিব, এনেদৰে আইনৰ জৰিয়তে নিৰ্ণয় কৰা হৈছিল।

আইন প্ৰণয়ন হৈছিল যদিও এই আইনৰ যে উলঙ্ঘা হোৱা নাছিল, এইষাৰ কথা নহয়। ১৮৯১ চনত এই আইন উলঙ্ঘা হোৱাৰ উদাহৰণ কেবাটাও আছে। বাল্য-বধুৰ সৈতে বলপূৰ্ব্বক সহবাসৰ নিদৰ্শন স্বৰূপে বঙ্গদেশৰ পৰা ছোৱালীৰ অঙ্গক্ষত আনকি মৃত্যুৰ বাতৰিও আহিছিল। এই কাৰণেই যৌনসঙ্গমৰ বয়স দহবছৰৰ পৰা বাৰবছৰলৈ বৃদ্ধি কৰা হৈছিল।

দুখৰ কথা, আইন হ'ল যদিও ই তুলাপাতত সীমিত হৈ বল। কাৰ্য্যত ইয়াক প্ৰয়োগ কৰাৰ প্ৰতি তেনে কোনো উপায় অৱলম্বন কৰা ন'হল। ন্যায়াধীশ, উকীল, পেস্কাৰ, ইত্যাদিৰ বাহিৰে সৰ্ব্বসাধাৰণ ৰাইজে এনে এখন আইনৰ অৱস্থিতিৰ বিষয়ে গম নেপালে। এই আইনৰ জৰিয়তে আদালতত মোকৰ্দ্দমা উঠিলেও কোনোবা ছোৱালীৰ যে অঙ্গক্ষত নাইবা মৃত্যু যৌন-আক্ৰমণৰ বাবেই হৈছে, সেইযাৰ কথা প্ৰমাণ কৰিবলৈ কষ্টকৰ হ'ল। ছোৱালীৰ স্বামীৰ বাহিৰে এনেবোৰ কথাৰ প্ৰমাণ যোগাব কোনে? স্বাভাৱিকতে নিৰ্জ্জুপ্ৰকৃতিৰ ভাৰতীয় ছোৱালীৰ পক্ষে নিজৰ অঙ্গক্ষতৰ কাহিনী মুকলিভাৱে ব্যক্ত কৰাটো জানো সম্ভৱ কথা? ভাৰতীয় ছোৱালী হলিউদৰ চিত্ৰতাৰকা নহয়। হলিউদৰ চিত্ৰতাৰকা এগৰাকীৰ জীৱন-কাহিনী পঢ়া মনত আছে। এজনৰ পিছত এজনকৈ বিবাহ-বিচ্ছেদৰ জৰিয়তে তেওঁ ছজন স্বামী গ্ৰহণ কৰাৰ বৰ্ণনা আছে। ইয়াৰ ভিতৰত চতুৰ্থজন স্বামীৰ হেনো যৌন-ক্ষেত্ৰত পৌৰুষত্ব চমকপ্ৰদ আছিল—এই বিষয়ে মহিলা গৰাকীয়ে নিজেই কৈছে। বৰ আচৰিত যেন লাগে। ভাৰতীয় ছোৱালীৰ পক্ষে যৌন-তৃপ্তিৰ ক্ষেত্ৰত এনেদৰে স্বীকাৰুক্তি হোৱাটো জানো সম্ভৱ? এনে ধৰণৰ পৰিস্থিতি নিৰ্ম্মূল কৰাৰ মানসেৰে ১৯২৫ চনত বিবাহিতা ছোৱালীৰ ক্ষেত্ৰত তেৰ আৰু অবিবাহিতা ছোৱালীৰ ক্ষেত্ৰত চৌধ্য বছৰলৈ যৌন-সম্মতি দানৰ কাল বৰ্দ্ধিত কৰা হয়।

সাৰদা নামৰ এজন সমাজ সংস্কাৰকে ১৯২৭ চনত বাল্য-বিবাহ নিষিদ্ধ কৰাৰ উদ্দেশ্যেৰে এখন আইন প্ৰস্তুত কৰে। এই আইনখনে নতুন এক চেতনাৰ অভ্যুদয় সাধন কৰি সমস্যাটোৰ প্ৰতি মানুহৰ দৃষ্টি আকৰ্ষণ কৰে। এই প্ৰস্তাৱৰ আহ্বান অনুসাৰে ১৯২৮ চনত সমূহ সমস্যাটো আলচ কৰি চাবৰ কাৰণে সেই সময়ৰ চৰকাৰে দহজনীয়া সদস্যৰ এখন কমিটি গঠন কৰে। মাথোন এগৰাকী ইংৰাজ মহিলা ডাক্তৰৰ বাহিৰে কমিটিৰ আনকেউজন সদস্য ভাৰতীয় মানুহ আছিল। কমিটি খনৰ সভাপতি জনৰ নাম আছিল চাৰ ম'ৰোফন্ট যোশী।

এই কমিটি খনৰ দ্বাৰা প্ৰস্তুত ৰিপোৰ্টখন বিচাৰবুদ্ধিৰ সম্যক এক পৰিচয়। ৰিপোৰ্টখনৰ এঠাইত আছেঃ "অপ্ৰাপ্তবয়স্ক মাতৃত্ব হৈছে



এক ভীষণ অবিচাৰ। নাৰী আৰু সন্তানৰ ক্ষেত্ৰত ইয়াৰ জৰিয়তে মৃত্যুৰ হাড় অধিক হোৱাটো অতি স্বাভাৱিক কথা। ইয়াৰ জৰিয়তে বহু ক্ষেত্ৰত নাৰী দেহাক দুৰ্ব্বল কৰা হয় আৰু এই দুৰ্ব্বলতাই সমূহ বংশধৰৰ সকলক দুৰ্ব্বল কৰে।.........বিবাহৰ লগে লগে যৌনকাৰ্য্য সমাপন সাৰ্ব্বজনীন কথা। যৌনকাৰ্য্যৰ বাবে ছোৱালী একোজনী প্ৰকৃততে প্ৰস্তুত হয় নে নহয়, সেইযাৰ কথাৰ বুজ লোৱা নহয়।" এই ৰিপোৰ্টখনত এনেবোৰ পৰিস্থিতিৰ হাতসৰা মানসেৰে দুটা অনুমোদন আছেঃ (১) সন্মতিদানৰ বয়স বিবাহিতা ছোৱালীৰ ক্ষেত্ৰত পোন্ধৰ আৰু অবিবাহিতা ছোৱালীৰ ক্ষেত্ৰত ওঠৰ বছৰলৈ বৰ্দ্ধিত কৰা হওক। (২) চৌধ্যবছৰ বয়সৰ কম ছোৱালীৰ বিয়া নিষিদ্ধ কৰা হওক। (৩) এনে নিয়ম ভঙ্গ কৰি বিবাহত উপস্থিত হোৱা সকলক শাস্তি বিহা হওক।

যোশী কমিটিৰ ৰিপোৰ্টত আগবঢ়োৱা পৰামৰ্শসমূহ অনুসৰি ১৯২৯ চনত তুমুল বিতৰ্কৰ অন্তত সংশোধিত ৰূপত লেজিছলেটিভ এছেম্বেলীৰ দ্বাৰাই সাৰদা প্ৰস্তাৱ বিধানলৈ ৰূপান্তৰিত কৰা হয়। এই আইন অনুসাৰে ছোৱালীৰ ক্ষেত্ৰত চৌধ্য বছৰৰ তলৰ আৰু ল'ৰাৰ ক্ষেত্ৰত ওঠৰ বছৰৰ নিম্নৰ বিবাহ নিষিদ্ধ কৰা হয়। লগতে এই আইন খন গৃহীত হোৱা ছমাহৰ অন্ততহে বলবৎ কৰা হব বুলিও ঘোষণা কৰা হ'ল। এনে ব্যৱস্থাৰ ঘাই কাৰণ আছিল আইনখনৰ বিষয়ে এই কালছোৱাৰ ভিতৰতে ৰাইজক বহলভাৱে অবগত কৰা। আচলতে ইয়াৰ পৰিণতি হ'ল কি? আইনখনৰ নামত নানা মিছা খবৰ প্ৰচাৰ হবলৈ ধৰিলে। তাৰে এটা উদাহৰণ দিব খুজিছোঁঃ ১৯৩০ চনৰ জানুৱাৰী মাহৰ পহিলা তাৰিখৰ পৰা আইনৰ জৰিয়তে সকলো বিবাহ নিষিদ্ধ কৰা হব বুলি প্ৰচাৰ কৰা হ'ল। আনহাতে কোনো কোনোৱে প্ৰচাৰ কৰিলেঃ আগত চৌধ্য বছৰৰ কাৰণে সকলো বিবাহ নিষিদ্ধ কৰা হব। এনেধৰণৰ অপপ্ৰচাৰ হোৱা হেতুকে বিয়াৰ বজাৰত ভীষণ এক উখলমাখলৰ সৃষ্টি হবলৈ ধৰিলে। বিয়াৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। তেনেই কম বয়সতে আনৰ হাতত ছোৱালী গতাই দিয়াৰ ধুম বাঢ়িবলৈ ধৰিলে। ১৯৩১ চনৰ চেঞ্চাছ ৰিপোৰ্ট ১৯৩৩ চনত প্ৰকাশ হ'লতহে অৱস্থাই কেনে গুৰুতৰ আকাৰ গ্ৰহণ কৰিছিল,

সেই বিষয়ে স্পষ্ট হৈ পৰিল। পোন্ধৰবছৰৰ তলৰ বয়সৰ ছোৱালীৰ বিয়া ৮ৼ নিযুতৰ পৰা ১২ৼ নিযুত হ'ল। সেইদৰে ১৮ বছৰ বয়সৰ ল'ৰাৰ বিয়াৰ সংখ্যা ৩ নিযুতৰ পৰা ৫ৼ নিযুত হ'ল। ৫ বছৰৰ তলৰ ছোৱালীৰ বিয়া আগতকৈ চাৰিগুণ বাঢ়িল।

যি ব্যভিচাৰ নিৰ্ম্মূল কৰাৰ উদ্দেশ্যৰে এই আইন প্ৰচলন কৰা হৈছিল, সেই উদ্দেশ্য সফল হোৱা দূৰৰ কথা, সমস্যাৰ আকাৰহে বৃদ্ধি পালে। ইলিয়নৰ ৰাথবোনে 'চাইল্ড মেৰেজ' বোলা কিতাপখনত এনেদৰে লেখিছে ঃ "ইয়াৰ জৰিয়তে যি অসৎ আচৰণক নিৰ্ম্মূল কৰিবলৈ যত্ন কৰা হৈছিল, সেই আচৰণ নিৰ্ম্মূল কৰা দূৰৰ কথা, সুতীক্ষহে কৰা হৈছিল।"

আইনৰ হাতসৰাৰ অৰ্থে অপৰ্য্যাপ্ত বিয়া সংগঠিত হয় যদিও এই ছমাহৰ ভিতৰতে আইনৰ বিষয়ে কম বেছি পৰিমাণে প্ৰায় সকলো অৱগত নোহোৱাকৈ নাছিল। সামাজিক বিপ্লৱ তীক্ষতৰ কৰি তোলাৰ পৰিবৰ্ত্তে আইনখনৰ কিছুমান ধাৰাই বাধাহে দিছিল। আদালতত এই বিষয়ে কোনোবাই মোকৰ্দ্দমা ৰুজু কৰিব লাগিব। মোকৰ্দ্দমা ৰুজু কৰাৰ পূৰ্ব্বে এশটকা জমা দিব লাগিব।

ইয়াৰ পৰিণতি হ'ল কি? গোচৰ আগবঢ়োৱাৰ পৰা জানিশুনি মানুহ বিৰত থাকিবলৈ ললে। আওপকীয়াকৈ হলেও মানুহে জানিশুনি এই আইনৰ বিৰোধিতা কৰিবলৈ ধৰিলে। এনেধৰণৰ বিৰোধিতাৰ উদাহৰণ এটা দিব খুজিছোঁ। এইটো আওপকীয়া বিৰোধিতা নহয়, পোনপটীয়া বিৰোধিতা। আওপকীয়া বিৰোধিতা সাধাৰণতে হিন্দুৰ দ্বাৰা সংগঠিত হৈছিল। পোনপটীয়া বিৰোধিতা মুছলীমৰ দ্বাৰা সংগঠিত হৈছিল। ওপৰত কৈ অহা আইনখন বলবৎ হোৱা চাৰিদিনৰ পূৰ্ব্বে মুকলিভাৱে দিল্লীৰ জুম্মা মছ্জিদ অঞ্চলত বাৰহেজাৰ মুছলীম মানুহ গোট খাই তেৰ বছৰীয়া ল'ৰা এটাৰ সৈতে নবছৰীয়া ছোৱালী এজনীৰ বিবাহ সম্পাদিত কৰিছিল। বাইজে আইনৰ বিৰোধিতা সক্ৰিয়ভাৱে কৰা ই এটা জলন্ত উদাহৰণ।

উপৰুক্ত আইনখন বলবৎ হোৱা দুবছৰৰ পিছত দেখা গল যে এই কালছোৱাত বাল্যবিবাহৰ অপৰাধৰ কাৰণে সৰ্ব্বমুঠ ৪৩৭ টা মোকৰ্দ্দমা তৰা হৈছিল; ইয়াৰে মুঠ ১৬৭ টাহে প্ৰমাণ কৰিব পৰা হৈছিল। আৰু ইয়াৰে সৰ্ব্বমুঠ ১৭ জনহে কাৰাদণ্ডৰে দণ্ডিত হৈছিল।



বঙ্গদেশৰ দুজন মুছলীম ভায়েক-ককায়েকে দুগৰাকী ছোৱালী বিয়া কৰাইছিল। ইয়াৰে এজনৰ বয়স ৪৫ আৰু আনজনৰ ৫০। আৰু কইনা দুগৰাকীৰ এগৰাকীৰ বয়স দুবছৰ আৰু আন গৰাকীৰ চাৰিবছৰ। এই বিবাহৰ বাবে দুয়োজন ককাই-ভাইৰে জৰিমনা হৈছিল। বম্বে চহৰত ঘটা ঘটনা এটা এইখিনিতে উল্লেখ কৰিব খুজিছোঁ। আইনৰ ভয়ত হিন্দু সম্প্ৰদায়ৰ বাৰবছৰীয়া ল'ৰা এটাই আন এজনী ছোৱালী বিয়া কৰাব পৰা নাছিল, কাৰণ তাৰ আন এজনী আছিলেই। ল'ৰাটো অত্যন্ত দুৰ্ব্বল স্বাস্থ্যৰ আছিল। আইনৰ ভয়ত তাৰ বিবাহ সম্পাদন কৰাটো টান হৈ পৰিল। অৱশেষত তাৰ মাকবাপেক এটা বুদ্ধি পাঙিলে। ব্ৰিটিশ শাসন এলেকাৰ বাহিৰলৈ নি তাৰ বিয়া সম্পন্ন কৰা হ'ল। ইয়াৰ কিছুদিনৰ পিছত ইহ সংসাৰত তেনেই কমবয়সীয়া দুজনী বিধবা পত্নী এৰি থৈ সি পৰলোকপ্ৰাপ্ত হ'ল।

এইখিনিতে আৰু একেষাৰ কথা মন কৰিবলগীয়া। আইনখনৰ কিছুমান দোষ নথকাও নহয়। মোকৰ্দ্দমাত জয়যুক্ত হলেও অপ্ৰাপ্ত-বয়স্কজনৰ বিবাহ নাকচ কৰা নহৈছিল। ইয়াৰ পৰিণতি স্বৰূপে ল'ৰাঘৰে আইনৰ শাস্তি ভুগিব লগা হৈছিল। উদ্দেশ্যৰ পিনৰ পৰা সৎ আছিল যদিও বাস্তৱক্ষেত্ৰত সাৰদা আইন বহুদূৰ নিৰৰ্থক আছিল। ওপৰত ল'ৰাঘৰে আইনৰ শাস্তি ভুগিব লগা হৈছিল বুলি কোৱা হৈছে। সেইখন ঘৰত বসবাস কৰিবলগীয়া হোৱা ছোৱালীজনীৰ অৱস্থা কি হৈছিল, এবাৰ ভাবি চাবলগীয়া। সেইখন ঘৰতে গালি-গঞ্জনা, অত্যাচাৰ-উৎপীড়নৰ সন্মুখীন হৈ তাই ওৰেটো জীৱন অতিবাহিত কৰিবলগীয়া হৈছিল। এয়ে আছিল সাৰদা আইনৰ জৰিয়তে পোনপটীয়াভাৱে স্বষ্টি হোৱা পৰিস্থিতি।

সামাজিক চেতনা সজাগ আৰু সতেজ নহলে কেৱল আইনৰ জৰিয়তে সমাজত বদ্ধপৰিকৰ হৈ থকা এলান্ধুকলীয়া ৰীতি-নীতি নিৰ্ম্মূল কৰিব নোৱাৰি। বাল্য-বিবাহ আমাৰ দেশত বৰ্ত্তমান প্ৰায় নিষিদ্ধ হৈছে বুলিব লাগে। সকলোৰে মাজত ক্ৰমাৎ ই নিষিদ্ধ হৈ আহিছে। উচ্চবৰ্ণৰ মাজত দেখিছোঁ, একোটা স্তৰ বাগৰি আহি বৰ্ত্তমানৰ অৱস্থাৰ উদ্ভৱ হৈছে। সমাজ ক্ৰমাৎ জটিল হৈ অহা হেতুকে পুষ্পিতা হোৱাৰ আগতে ছোৱালী একোজনী সৎপাত্ৰৰ হাতত অৰ্পণ কৰিব পৰাটো টান হৈ

পৰিছে। একালত উচ্চবৰ্ণৰ হিন্দুৰ মাজত প্ৰচলিত প্ৰথমটো স্তৰৰ কথা কব খুজিছোঁ ঃ ছোৱালী বিবাহৰ পূৰ্ব্বে পুষ্পিতা হয়। কথাষাৰ লুকুৱাই থোৱা হয়। তাৰ পিছত ছোৱালী বিয়া দিয়া হয়। এইদৰে বিয়া হৈ যোৱাৰ পিছত—কেতিয়াবা এমাহো হব পাৰে, কেতিয়াবা বছেৰেকো হব পাৰে—এদিন ভাল দিনবাৰ চাই ছোৱালী পুষ্পিতা হ'ল বুলি ঘোষণা কৰা হয়। এইষাৰ কথা যথাসময়ত ল'ৰাৰ ঘৰতো জনাই দিয়া হয়। এইটো আছিল বিৱৰ্ত্তনৰ পথত প্ৰতাৰণা মিহলি প্ৰথম খোজ। আৰু এতিয়া? এতিয়া ব্ৰাহ্মণৰ মাজতো মুকলিভাৱে পুষ্পিতা হোৱা ছোৱালীৰ বিয়া হবলৈ ধৰিছে। এজন বন্ধুৱে এদিন যেতিয়া কৈছিল, তেওঁৰ মাকৰ এঘাৰ বছৰ বয়সতে বিয়া হৈছিল বুলি, আচৰিত হৈছিলোঁ। অলপ ভাবি চালতহে পুৰণি অৱস্থাৰ কথা মনত পৰিছিল। এইষাৰ কথা এতিয়াৰ ল'ৰা-ছোৱালীয়ে শুনিলে উপৰিপুৰুষ সকলক মূৰ্খ বুলিব। সময়ৰ আহ্বানক অস্বীকাৰ কৰা কাৰো পক্ষে সম্ভৱ নহয়। ১৯৫৫ চনত 'হিন্দু মেৰেজ এক্ট' নামৰ যিখন আইন বলবৎ হ'ল, সেইখনৰ মতে ল'ৰাৰ ক্ষেত্ৰত সৰ্ব্বনিম্ন বয়স ওঠৰ আৰু ছোৱালীৰ ক্ষেত্ৰত পোন্ধৰ বুলি ধাৰ্য্য কৰা হ'ল। ইয়াৰ আগতে ল'ৰা-ছোৱালীৰ বিবাহ অৱশ্যে ধাৰ্য্য হব পাৰে। এনে কাৰ্য্যত দোষণীয় একো নাই। এনেদৰে আগতীয়াকৈ ধাৰ্য্য হোৱা বিবাহৰ উদাহৰণ বহুতো আছে। আচল বিবাহ-কাৰ্য্যহে সম্পাদিত হব নোৱাৰিব।

বাল্য-বিবাহৰ প্ৰচলন আমাৰ দেশৰহে বস্তু। ওপৰত কৈ আহিছোঁ, বিশ্বৰ কতো এনে বিবাহৰ প্ৰচলন থকাৰ উদাহৰণ নাই। বহুতো কথাত সামঞ্জস্য আছে যদিও এনে প্ৰথাৰ প্ৰচলন থকাৰ উদাহৰণ চীন দেশতো নাই। ১২১৯ আৰু ১২৫৯ চনৰ ভিতৰত চীনদেশত নতুন এক পৰিস্থিতিৰ উদ্ভৱ হৈছিল। এই কালছোৱাৰ ভিতৰতে মঙোলসকলে চীনদেশ আক্ৰমণ কৰিছিল। এই আক্ৰমণৰ সময়ত ৰাজ-বিষয়াসকলে প্ৰায়েই ৰাজ্যৰ দেখনিয়াৰ ছোৱালীবোৰ ধৰি মঙোল ৰাজ-দৰবাৰলৈ প্ৰেৰণ কৰিছিল। এই অৱস্থাৰ হাতসৰাৰ মানসৰে দেশৰ ৰাইজে এটা উপায় উদ্ভাৱন কৰিছিল। ৰাজবিষয়াৰ আক্ৰোশৰ ভয়ত ৰাইজে ছোৱালীহঁতক সোনকালে বিয়া দিছিল। এইদৰেই চীনদেশত এসময়ত বুৰঞ্জীগত কাৰণ বশতঃ কিছুদিনৰ কাৰণে বাল্য-বিবাহৰ প্ৰচলন



হৈছিল। এইষাৰ কথাৰ স্পষ্ট উল্লেখ মাংৱংয়ং বোলা এজনৰ "এ ষ্টাডি অৱ্ দি ফেমিলি চিষ্টেম্ ইন্ কোৰিয়া" বোলা গ্ৰন্থখনত আছে।

ওপৰত উল্লেখ কৰা বিপদৰ অন্ত পৰাৰ পিছত চীনদেশত পঞ্চদশ শতাব্দীত ছোৱালীৰ বিয়াৰ চৌধ্য বছৰৰ বয়স ধাৰ্য্য কৰা হয়। এই একেদৰে কোৰিয়াতো ছোৱালীৰ বিয়াৰ বয়স চৌধ্য বছৰ স্বৰূপে নিৰ্দ্ধাৰণ কৰা হয়। এইখিনিতে একেষাৰ কথা স্মৰণ কৰাটো উচিত হব। চীনদেশত চৌধ্য বছৰ বুলি যি বয়স ধাৰ্য্য কৰা হয়, আমাৰ দেশত সেই বয়স হৈছে তেৰ বছৰ। চীনদেশত মাতৃৰ গৰ্ভত সন্তান থিত লোৱাৰ দিনাৰে পৰা বয়স গণনা কৰা হয়। ইয়াৰ উপৰিও আৰু একেষাৰ কথা মন কৰিব পাৰি। ছোৱালীৰ পিতৃ-মাতৃ যদি গুৰুতৰ-ভাৱে ৰোগগ্ৰস্ত হয়, তেন্তে চীনদেশত সেই কন্যাৰ বিবাহ ১২ বছৰ বয়সত সম্পাদিত হোৱাটো ন্যায়সঙ্গত কথা। এই ক্ষেত্ৰত প্ৰতিবাদ উত্থাপিত হব নোৱাৰে। ওপৰৰ লেখ অনুসাৰে চীনদেশৰ এই ১২ বছৰ হৈছে আমাৰ দেশৰ ১১ বছৰ।

চীনদেশত অৱশ্যে এনেধৰণৰ বাল্য-বিবাহৰ বিপক্ষে সামূহিকভাৱে প্ৰতিবাদ নোহোৱাকৈ নাছিল। ইয়াৰ বিপক্ষে প্ৰবল জনমত গঢ়ি উঠিছিল। এই জনমতৰ প্ৰতি সন্মান জনাই আইন প্ৰণয়ন কৰা হৈছিল ঃ প্ৰথমতে এই আইন অনুসাৰে ছোৱালীৰ বিয়া ১৬ বছৰ বয়সত নিৰ্দ্ধাৰণ কৰা হৈছিল। অৱশেষত এই জোখকাঠী পোন্ধৰ বছৰ বয়সলৈ নিম্নগামী কৰা হয়। আইনত এনে ধৰণৰে ৰীতি-নীতি নিৰ্দ্ধাৰণ কৰা হৈছিল যদিও ইয়াক কাৰ্য্যত কিমান দূৰ ৰূপান্তৰিত কৰা হৈছিল, সেই বিষয়েহে ভাবি চাবলগীয়া। এনেধৰণৰ ৰীতি-নীতি আইনৰ জৰিয়তে কোৰিয়াতো কিছুদূৰ নিৰ্দ্ধাৰণ কৰা হৈছিল যদিও কাৰ্য্যত ই ভঙ্গ নোহোৱাকৈ নাছিল। উদাহৰণ স্বৰূপে ১৯২১ আৰু ১৯৩০ চন, কোৰিয়াত এই কালছোৱাৰ ভিতৰতে ১৫ বছৰৰ তলৰ ছোৱালীৰ শতকৰা ৬·২ জনীৰ বিয়া হয়। জাপানত একালত বিয়াৰ সৰ্ব্বনিম্ন বয়স এনে ধৰণেৰে ধাৰ্য্য কৰা হৈছিল। ল'ৰাৰ ক্ষেত্ৰত ১৭ বছৰ আৰু ছোৱালীৰ ক্ষেত্ৰত ১৫ বছৰ। ইয়াৰ উপৰিও জাপানত কথা একেষাৰ আছে ঃ ছোৱালীৰ যদি ২৫ বছৰ বয়সলৈকে মাক-বাপেকে বিয়াৰ সিদ্ধান্ত কৰাত অকৃতকাৰ্য্য হয়, তেন্তে সেই

ছোৱালীয়ে নিজে নিজৰ বিবাহৰ দায়িত্ব গ্ৰহণ কৰাত একো অন্যায় হব নোৱাৰে।

একালে বাল্য-বিবাহ আৰু আনফালে বিধবাৰ সতীযোৱা প্ৰথা, এই দুটা বস্তুৱে হিন্দুসমাজক একালত কেনেকৈ পথভ্ৰান্ত কৰিছিল, সেই-বিষয়ে বুৰঞ্জীৰ পাত লুটিয়াই চালেই সকলো কথা স্পষ্ট হৈ পৰিব। এইবিষয়ে এডৱাৰ্ড টমছনৰ 'সতী' আৰু ইলিয়নৰ ৰাথবোনৰ 'চাইল্ড মেৰেজ' বোলা কিতাপ, এইদুখন পঢ়িলেই সকলো কথা ওলাই পৰিব। ইয়াৰ উপৰিও এই দুয়োটা বিষয়-বস্তুৰ বিষয়ে ৰচিত ভালেমান ইংৰাজী কিতাপ আছে। সেই কিতাপবোৰ পঢ়িলেই প্ৰাচীন কালিমাৰ চেকালগা এক প্ৰতিচ্ছবি চকুৰ আগত জ্বল্জ্বল্ পট্পট্কৈ জিলিকি উঠিব। এই বিষয়ে সৰহকৈ কব নোখোজোঁ। বাল্য-বিবাহক সমালোচনা কৰি লেখা কবিগুৰু ৰবীন্দ্ৰনাথৰ চমৎকাৰ বৰ্ণনা আছে।